# অধ্যয়ন-পৰিচয়

নগেন শইকীয়া
সম্পাদিত

অসম সাহিত্য সভা

# অধ্যয়ন-পৰিচয়

সংস্কৃতি-বিষয়ক এঘাৰটি অধ্যয়নৰ সংকলন

সম্পাদক

নগেন শইকীয়া




অভ্যৰ্থনা-সমিতি ঃ অসম সাহিত্য সভা

হীৰক-জয়ন্তী বৰ্ষ ঃ পঞ্চচত্বাৰিংশ অধিবেশন

হেমচন্দ্ৰ গোস্বামী ভৱন ঃ গোলাঘাট

**ADHYAYANA-PARICHAYA**, A collection of articles on cultural studies, edited by Shri Nagen Saikia, Published, to commemorate the 45th Golaghat Session of Asam Sahitya Sabha, by Shri Ponaram Baruah, General Secretary of the Reception Committee, Golaghat, Hemchandra Goswami Bhavan, Golaghat, Assam, March 10, 1978.



অভ্যৰ্থনা-সমিতিৰদ্বাৰা গঠিত প্ৰকাশন-সমিতি : ( সৰ্বশ্ৰী ) যতু শইকীয়া—উপদেষ্টা, প্ৰফুল্লকান্ত বৰুৱা—সভাপতি, চিদানন্দ শইকীয়া আৰু ললিত বৰুৱা—উপ-সভাপতি, হেম বৰা—স্মৃতি-গ্ৰন্থৰ সম্পাদক, সদস্যসকল—শ্ৰীকান্ত কলিতা, প্ৰফুল্লচন্দ্ৰ বৰা; লক্ষ্মীকান্ত মহন্ত, গোলাপ খাউণ্ড, কেশব শইকীয়া, প্ৰমোদ বৰদলৈ, ফিৰদোছ আলি, মুকুলী মহন্ত, বাসুদেৱ দাস, কুলধৰ চমুৱা, আনন্দ শৰ্মা, প্ৰকাশক—অভ্যৰ্থনা-সমিতি আৰু প্ৰকাশন-সমিতিৰ সম্পাদক পোনাৰাম বৰুৱা



নগেন শইকীয়া
সম্পাদক : অধ্যয়ন-পৰিচয়

মূল্য : দহ টকা

ছপাশাল : শ্ৰীসৰস্বতী প্ৰেছ, গুৱাহাটী-১

# ভূমিকা

অসম সাহিত্য সভাৰ হীৰক-জয়ন্তী বৰ্ষত পৰা পঞ্চচত্বাৰিংশ অধিবেশন নিমন্ত্ৰণ কৰি আনিলে গোলাঘাটে। ১৯৩০ চনত জ্ঞান-মালিনীৰ কবি মফিজুদ্দিন আহম্মদ হাজৰিকাৰ সভাপতিত্বত বহা অধিবেশনৰ পিছত গোলাঘাটলৈ দ্বিতীয়বাৰৰ বাবে অধিবেশন নিমন্ত্ৰিত হ'ল। এই অধিবেশনৰ স্মাৰক স্বৰূপে এখনি স্মৃতি-গ্ৰন্থৰ উপৰিও এটি প্ৰবন্ধ-সংকলন প্ৰকাশ কৰাৰ বাবে অভ্যৰ্থনা-সমিতিৰ প্ৰকাশন-সমিতিয়ে সিদ্ধান্ত ল'লে আৰু গ্ৰন্থখনিৰ পৰিকল্পনা আৰু সম্পাদনাৰ দায়িত্ব আমাৰ ওপৰত ন্যস্ত কৰিলে।

সাহিত্য-সংস্কৃতি-বিষয়ক প্ৰবন্ধৰ কেইবাটিও সংকলন আগতে ওলাই যোৱালৈ লক্ষ্য কৰি আৰু আমাৰ ভাষাত থকা অভাৱৰ কথা মনত ৰাখি,—লিপি-বিজ্ঞান (Palaeography), পাঠ-সমীক্ষা (Textual criticism), মুদ্ৰা-অধ্যয়ন (Numasmatics), ভাষা-বিজ্ঞান (Lingustics), ধ্বনি-বিজ্ঞান (Phonemics), পুৰাতত্ত্ব-অধ্যয়ন (Archaeology)—এই কেইটি প্ৰধান বিষয়ৰ ওপৰত ভৰ দি মুঠ দহোটি প্ৰবন্ধৰ পৰিকল্পনা কৰোঁ। আমাৰ বাঞ্ছা আছিল এই গ্ৰন্থখনিৰ প্ৰতিটো বিষয়ৰ প্ৰবন্ধই ছাত্ৰ, গৱেষক, শিক্ষক আৰু অনুসন্ধিৎসুসকলক নিৰ্ভৰযোগ্য তত্ত্ব আৰু তথ্যৰ সন্ধান দিয়াত আৰু বিস্তৃত চৰ্চা আৰু অধ্যয়নৰ বাবে পথ-প্ৰদৰ্শন কৰাত সহায় কৰিব। গ্ৰন্থখনিৰ পৰিকল্পিত বিষয়সমূহ যে সকলোৰে বাবে ভোগ্য বা ভোজ্য নহয়, সেই বিষয়ে সন্দেহ নাই। কিন্তু সভাৰ বিদ্যায়তনিক কৰ্মৰ প্ৰতি থকা লক্ষ্যৰ লগত পৰিকল্পনাটিৰ সহজ সম্পৰ্ক বিচাৰিলেই পোৱা যাব। গতিকে প্ৰকাশন-সমিতিৰ মাননীয় সদস্যসকলে পৰিকল্পনাটিত অনুমোদন জনালে ১৯৭৭ চনৰ আগষ্ট মাহতে। লগে লগেই দহগৰাকী নিৰ্বাচিত লব্ধপ্ৰতিষ্ঠ গৱেষক তথা প্ৰাবন্ধিকৰ

লগত যোগাযোগ আৰম্ভ কৰা হ'ল। আগষ্টৰপৰা ডিচেম্বৰ মাহলৈকে কেইগৰাকীমানলৈ প্ৰায় ছখনকৈ চিঠি লিখা হ'ল। কোনো কোনোৱে প্ৰথমে লেখা দিব বুলিও কলে; শেহত নীৰৱতা অৱলম্বন কৰিলে। যিসকলে প্ৰথম অৱস্থাতে হা—না একো নকলে, সিসকল নীৰৱেই থাকক বুলি, তালিকাত নতুন নাম সন্নিবিষ্ট কৰি লোৱা হ'ল। আমাৰ ইচ্ছা আছিল, অধিবেশনৰ চাৰিমাহমানৰ আগতে ছপালৈ পঠাই গ্ৰন্থখনি যথাসম্ভৱ নিৰ্ভুল কৰি উলিয়াওঁ। কিন্তু মাৰ্চৰ প্ৰথম ভাগত প্ৰকাশ পাবলগীয়া গ্ৰন্থখনিৰ বাবে জানুৱাৰীৰ মাজভাগলৈকে প্ৰবন্ধৰ নিমিত্তে অপেক্ষা কৰি থাকিবলগীয়া অৱস্থা হ'ল। এই কথা ঠিক যে আমাৰ বিভিন্ন দিশত বিশেষজ্ঞৰ সংখ্যা কম বাবে, একে কেইগৰাকীয়েই অনেক সময়ত—নাও বাব লাগে, গড় বান্ধিব লাগে, হিলৈও মাৰিব লাগে। তথাপি, সুৰুঙা বুজি, আমাৰ নিমিত্তে হিলৈ নামাৰিলেও, কাণ্ড-কাঠি একোটি মাৰিব পাৰিলেহেঁতেন।

এঘাৰটি প্ৰবন্ধৰ ভিতৰত ন-টি প্ৰবন্ধ ন-গৰাকী লেখকে আমাৰ অনুৰোধ ৰক্ষা কৰি লিখি দিছে আৰু ধ্বনি-বিজ্ঞান-সম্পৰ্কীয় প্ৰবন্ধটি ড° গোলোকচন্দ্ৰ গোস্বামীয়ে তেখেতৰ এখন গ্ৰন্থৰপৰা ব্যৱহাৰ কৰিবলৈ অনুমতি দিছে। আমি এই দহো গৰাকীলৈকে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। পাঠ-সমীক্ষা-পৰিচয় শীৰ্ষক প্ৰবন্ধটি মূৰকত নিজেই যুগুতোৱাৰ বাহিৰে উপায় নাথাকিল, যদিও জানো বিষয়ৰ সম্যক্ জ্ঞান আয়ত্ত নকৰাকৈ এনে কৰ্ম কৰা উচিত নহয়। আমি আশা কৰিছোঁ—এই গ্ৰন্থত সন্নিবিষ্ট প্ৰবন্ধাৱলীয়ে অনুসন্ধিৎসুসকলক বিষয়ৰ অন্ততঃ প্ৰাথমিক ধাৰণা দান কৰিব আৰু বিস্তৃত অধ্যয়নৰ বাবে প্ৰেৰণা যোগাব। অৱশ্যে এই কথা স্বীকাৰ্য—যিটি ক্ৰম ৰক্ষা কৰি প্ৰবন্ধসমূহ সজাম বুলি ভাবিছিলোঁ, সময়মতে নোপোৱাৰ ফলত সেই ক্ৰম ৰক্ষা কৰিব পৰা নহ'ল।



প্ৰকাশন-সমিতিৰ সকলোটিলৈকে আন্তৰিক সহায়-সহযোগিতাৰ বাবে কৃতজ্ঞতা জনালোঁ। আৰু দুগৰাকী ব্যক্তি কৃতজ্ঞতা ভাজন: অধ্যাপক শ্ৰীৰামচৰণ ঠাকুৰীয়া আৰু শ্ৰীসৰস্বতী প্ৰেছৰ স্বত্বাধিকাৰী শ্ৰীদেবেন দত্ত। শ্ৰীদত্তই দিন-লেখেৰে এমাহৰ ভিতৰত গ্ৰন্থখনি ছপাই দিয়াৰ দায়িত্ব নেলোৱা হ'লে আৰু বন্ধুবৰ অধ্যাপক ৰামচৰণ ঠাকুৰীয়াই তেখেতৰ এবাৰ নোৰৱা কামৰ মাজতো মোৰ অনুৰোধ ৰক্ষা কৰি আহিকাকত চাই দিয়াৰ ভাৰ নোলোৱা হ'লে—পুথিখন সময়মতে প্ৰকাশ কৰাৰ আশা ৰাখিব নোৱাৰিলোঁহেঁতেন।

ইতি

নগেন শইকীয়া

শ্ৰীপঞ্চমী
১২ ফেব্ৰুৱাৰী ১৯৭৮
ডিব্ৰুগড় বিশ্ববিদ্যালয়

# সূচীপত্ৰ



# পুৰাতত্ত্ব অধ্যয়ন-পদ্ধতি

ড° তৰুণচন্দ্ৰ শৰ্মা

পৃথিৱীৰ ঠায়ে ঠায়ে চলোৱা পুৰাতাত্ত্বিক অন্বেষণবোৰৰপৰা জনা যায় যে জীৱ জগতত মানৱধৰ্মী প্ৰাণীবোৰৰ উৎপত্তি হবৰ প্ৰায় তিনি নিযুত বছৰ হৈছে। এই শ্ৰেণী প্ৰাণীৰ আবয়বিক লক্ষণবোৰ গ'ৰিলা, চিম্পাঞ্জী আদি বনমানুহতকৈ উন্নত স্তৰৰ আছিল যদিও প্ৰকৃত মানৱগোষ্ঠী (Homo Sapiens) বিলাকতকৈ নিম্ন স্তৰৰ আছিল। এই শ্ৰেণীৰ প্ৰাণীৰ প্ৰধান মানৱীয় লক্ষণ হ'ল কৃত্ৰিম বস্তু বা সঁজুলি তৈয়াৰ কৰিব পৰা দক্ষতা—যিটো লক্ষণ পৃথিৱীৰ আন কোনো প্ৰাণীৰ নাই। এই আদিম মানুহবিলাকে নদীৰ বুকুত পোৱা শিলগুটি বোৰক (pebble) চলিয়ন কৌশলৰ দ্বাৰা (flaking technique) সঁজুলিলৈ ৰূপান্তৰিত কৰিছিল। এই সময়ৰপৰাই মানৱ ইতিহাসৰ প্ৰথম অধ্যায়ৰ সূচনা হয়। ইয়াক প্ৰস্তৰ যুগ বুলি কোৱা হয়। মানৱ ইতিহাসত প্ৰস্তৰ যুগটোৱেই আটাইতকৈ সুদীৰ্ঘকাল। প্ৰায় ২·৯৯ নিযুত বছৰ ব্যাপী এই যুগ চলি আছিল। এই যুগৰ মানুহে ধাতুৰ ব্যৱহাৰ নাজানিছিল। সা-সঁজুলি আৰু অস্ত্ৰ-শস্ত্ৰ তৈয়াৰ কৰিবলৈ প্ৰধানকৈ নানা তৰহৰ শিল ব্যৱহাৰ কৰিছিল। এই যুগৰ শেষছোৱাত, প্ৰায় ৪০ হাজাৰ বছৰ পূৰ্বে হ'ম' ছেপিয়ান্‌স্ গোষ্ঠীৰ মানুহৰ (আধুনিক মানৱ-গোষ্ঠীৰ পূৰ্ব পুৰুষ) আবিৰ্ভাৱ হয়। হ'ম' ছেপিয়ান্‌স্‌বিলাকে শিলৰ উপৰিও জন্তুৰ হাড় আৰু হৰিণৰ শিঙৰ সঁজুলি তৈয়াৰ কৰিছিল। মানৱ ইতিহাসৰ এই কাল ছোৱাক প্ৰত্নপ্ৰস্তৰ (Palaeolithic) যুগ বোলে। এই যুগৰ মানুহবিলাকে খাদ্যবস্তু উৎপন্ন কৰা পদ্ধতি নাজানিছিল। বনৰীয়া জন্তু চিকাৰ কৰি আৰু হাবিৰ ফল-মূল সংগ্ৰহ কৰি এওঁলোকে জীৱিকা নিৰ্বাহ কৰিছিল। ইয়াৰ পাছত প্ৰায় ৭০০০ বছৰ পূৰ্বে মধ্য এচিয়াত বাস কৰা হ'ম' ছেপিয়ান্‌স্ গোষ্ঠীৰ মানুহে পশুপালন আৰু কৃষি-কৰ্মৰদ্বাৰা খাদ্যবস্তু উৎপাদন কৰা প্ৰথা প্ৰৱৰ্তন কৰিবলৈ সক্ষম হৈছিল। মানুহ খাদ্য সংগ্ৰাহকৰপৰা খাদ্য উৎপাদকলৈ উন্নীত হোৱা ঘটনাটো মানৱ ইতিহাসত এটা যুগান্তকাৰী বা নৱপ্ৰস্তৰযুগীয় আন্দোলন (Neolithic Revolution) ৰূপে পৰিগণিত হৈছে। ইয়াৰ ফলত মানুহ

জীৱন-নিৰ্বাহৰ ক্ষেত্ৰত স্বাৱলম্বী হৈ উঠিল। এই সময়ৰপৰা মানৱ ইতিহাসৰ ধাৰা দ্ৰুত গতিত আগ বাঢ়িবলৈ ধৰে আৰু খৃঃ পূঃ প্ৰায় ৩৫০০ বছৰত মেছ'পোটামীয়াত বাস কৰা নবপ্ৰস্তৰ সম্প্ৰদায়বিলাকে নগৰীয় সভ্যতা ( Urban Civilization ) সৃষ্টি কৰিবলৈ সক্ষম হয়। এই সময়ৰপৰা মানুহ আক্ষৰিক ( literate ) স্তৰলৈ উন্নীত হয় ; লগে লগে প্ৰাগৈতিহাসিক যুগৰ অন্ত পৰে আৰু ঐতিহাসিক যুগৰ সূচনা হয়।

প্ৰাগৈতিহাসিক যুগৰ লিপিৱদ্ধ বিৱৰণ ৰহিত হোৱা বাবে সেই সময়ৰ মানৱ জাতিৰ সমাজ, সংস্কৃতিবোৰৰ বিষয়ে জানিবলৈ পুৰাতাত্বিক পদ্ধতি প্ৰয়োগ কৰাৰ বাহিৰে অইন উপায় নাই। আনহাতে ঐতিহাসিক যুগত কম-বেছি পৰিমাণে লিপিৱদ্ধ বিৱৰণ পোৱা যায় যদিও এই কালৰ কলা-কৃষ্টি আৰু বস্তু-সংস্কৃতি (Material Culture) আদিৰ বিষয় জানিবলৈ হলে পুৰাতাত্বিক পদ্ধতিৰ সহায় লব লগা হয়। বিশেষকৈ প্ৰাচীন যুগৰ ইতিহাস ( Ancient History ) ৰচনা কৰিবলৈ পুৰাতাত্বিক পদ্ধতিবোৰৰ প্ৰয়োগ অনিবাৰ্য প্ৰয়োজনীয় বুলি কলেও অতিৰঞ্জিত নহয়। আনকি মধ্য যুগৰ ইতিহাস (Medieval History) আৰু আধুনিক যুগৰ ইতিহাস (Modern History) ৰচনাৰ ক্ষেত্ৰতো পুৰাতত্বৰ সহায় লব লগা হয়। কাৰণ ঐতিহাসিক অভিলেখবোৰে সাধাৰণতে সাংস্কৃতিক আৰু সামাজিক ইতিহাস ( Cultural and Social History ) ৰচনাৰ কাৰণে সম্পূৰ্ণ সমল যোগাব নোৱাৰে। এই ঘাটি পূৰণৰ বাবে আজি কালি উন্নত দেশবোৰত 'যান্ত্ৰিক পুৰাতত্ব' (Industrial Archaeology) নামে পুৰাতত্বৰ এটা নতুন প্ৰশাখাৰ জন্ম হৈছে। যান্ত্ৰিক যুগ দ্ৰুত পৰিৱৰ্তনশীল। দিনে দিনে নতুন নতুন উন্নত যন্ত্ৰপাতি তৈয়াৰ হ'ব লাগিছে আৰু এইবোৰে পুৰণিবিলাকক আঁতৰাই দিছে। ওঠৰ বা উনৈছ শতিকাত প্ৰচলিত যন্ত্ৰ-পাতি এতিয়া প্ৰায় লোপ হৈ আহিছে। যান্ত্ৰিক যুগৰ এই লুপ্ত আহিলাবোৰৰ সাংস্কৃতিক আৰু ঐতিহাসিক মূল্য নিৰূপণ কৰিবৰ কাৰণে পুৰাতাত্বিক পদ্ধতিবোৰ প্ৰয়োগ কৰা প্ৰয়োজন হয়।

## পুৰাতত্বৰ উৎপত্তি আৰু বিকাশ

ওপৰত উল্লেখ কৰা মানৱ ইতিহাসৰ যুগবিলাকক দুটা প্ৰধান ভাগত বিভক্ত কৰিব পাৰি যেনে, প্ৰাগ্-ইতিহাস ( Pre-History ) আৰু ইতিহাস ( History )। ইয়াৰ ভিতৰত মানৱ ইতিহাসৰ তিনি নিযুত বছৰৰ শতকৰা



নিৰানবৈ ভাগৰো বেছি কাল প্ৰাগ্-ইতিহাসে আগুৰি আছে। আনহাতে প্ৰাগ্-ইতিহাস নিৰাক্ষৰিক হোৱা বাবে এই যুগৰ মানৱ ইতিহাস ৰচনাৰ ক্ষেত্ৰত প্ৰয়োজন অনুসৰি এটা সুকীয়া ৰূপত গঢ়দি পুৰাতত্বক বিজ্ঞানৰ স্তৰলৈ উন্নিত কৰা হৈছে ; আৰু প্ৰাগৈতিসাসিক পুৰাতত্বক (Pre-Historic Archaeology) মানৱ বিজ্ঞানৰ ( Anthropology ) এটা প্ৰধান বিভাগ হিচাপে স্বীকৃতি দিয়া হৈছে। আনহাতে ঐতিহাসিক পুৰাতত্বক (Historical or Classical Archaeology) কলা বিভাগৰ (Arts Faculty) এটা অংগ বুলি ধৰা হয়। কাৰণ ঐতিহাসিক পুৰাতাত্বিকসকলে সংগ্ৰহ আৰু অধ্যয়ন কৰা সমলবোৰ যেনে, শিলৰ বা তামৰ ফলি ( Rock inscriptions or Copper plates ), শিলৰ মূৰ্তি ( Sculptures ), মোহৰ ( Coins ) আদিৰ বিশ্লেষণ পদ্ধতি কলা অধ্যয়ন সম্মত। আচলতে আৰম্ভনিৰপৰা যোৱা শতিকাৰ মধ্য ভাগলৈ পুৰাতত্ব শব্দটো প্ৰাচীন ইতিহাস ( Ancient History ) বুজাবলৈহে ব্যৱহাৰ কৰা হৈছিল। পুৰাতত্ব অধ্যয়নৰ আঁতিগুৰি বিচাৰিলে আমি দেখোঁ যে প্ৰায় চতুৰ্দশ শতাব্দীৰ পাছৰপৰা অৰ্থাৎ ইউৰোপত 'নব অভ্যুত্থান' কাল ( Renaissance Period ) আৰম্ভ হোৱাৰ সময়ৰপৰা সেই দেশত পুৰাতাত্বিক অন্বেষণ আৰম্ভ হৈছিল। সেই সময়ৰ 'ডিলেটান্‌টী' (Dilettante) বা কলানুৰাগী শ্ৰেণীৰ আঢ্যৱন্ত লোক কিছুমানে গ্ৰীচ, ৰোম আৰু বাইবেলৰ দেশৰ পুৰণি সম্পদবোৰলৈ ( Antiquities ) আকৰ্ষিত হৈছিল। ইয়াৰ পাছত উনৈছ শতিকাৰ আৰম্ভনিৰপৰা কলা সামগ্ৰী সংগ্ৰহৰ দৃশ্যপট পৃথিবীৰ অতি পুৰণি সভ্যতাৰ জন্মস্থান টাইগ্ৰীছ-ইউফ্ৰেটীছ আৰু নীল নদীৰ উপত্যকালৈ সম্প্ৰসাৰিত হয়। এই সময়ত হেন্‌ৰী ৰাওলিন্‌ছন্ ( Henry Rawlinson ) নামে দুঃসাহসিক বৃটিছ সামৰিক বিষয়া এজনে মধ্য এচিয়াৰ পুৰণি হৰফৰ নমুনা সংগ্ৰহ কৰিছিল আৰু ১৮৩৭ চনত তেওঁ এই শালাকৃতি হৰফৰ ( cuneiform writing ) পাঠোদ্ধাৰ কৰি প্ৰাচীন ইতিহাস অধ্যয়নত এক নবযুগৰ সূচনা কৰে। প্ৰায় সমসাময়িক ভাবে নেপোলিয়নৰ মিছৰ আক্ৰমণৰ সময়ত মিছৰৰ বিখ্যাত চিত্ৰ হৰফৰ ফলি (Rosetta stone) আৱিষ্কাৰ হয়। এই ফলিৰ এফালে থকা গ্ৰীক হৰফৰ সহায়ত মিছৰীয় চিত্ৰ হৰফৰ পাঠোদ্ধাৰ কৰা হয়। প্ৰাচীন সভ্যতাৰ এইবিলাক অমূল্য ঐতিহাসিক সম্পদ আৱিষ্কাৰ হোৱাৰ পাছৰপৰা গ্ৰেট্‌বৃটেইন আৰু ফৰাচী দেশৰ প্ৰত্নতাত্বিক আৰু ঐতিহাসিকসকলে মাটিৰ তলত লুপ্ত হৈ থকা পুৰণি সভ্যতাৰ

ধ্বংসাৱশেষবোৰ প্ৰণালীবদ্ধভাবে খান্দি উলিওৱাত যত্নপৰ হ'ল। ইয়াৰ লগে লগে ৰাজকীয় কবৰবোৰত লুটপাত আৰম্ভ হ'ল গুপ্ত ধনৰ অন্বেষণত। এই গুপ্তধন অন্বেষণকাৰীসকলে অনেক বহুমূলীয়া প্ৰত্নতাত্ত্বিক সমল ধ্বংসও কৰিলে। লুন্থনকাৰী দলক বিতাৰিত কৰি পুৰাতাত্ত্বিকসকলে ১৮৬০ চনৰপৰা প্ৰণালীবদ্ধ ভাবে অন্বেষণ আৰু খননকাৰ্য আৰম্ভ কৰিবলৈ সক্ষম হয়। ১৮৬০ চনত গুছেপী ফিওৰেলিয়ে ( Giuseppe Fiorelli ) ভিছুভিয়াছ্ আগ্নেয়গিৰিয়ে পুতিথোৱা ৰোম সভ্যতাৰ মহানগৰ পম্পিয়াই খান্দি উলিয়াই পৃথিবীক চমক লগাইছিল। ১৮৭২ চনত হেন্‌ৰী শ্লেইম্যানে ( Heinrich Schliemann ) গ্ৰীচদেশৰ হোমৰীয় কালৰ ( Homeric Period ) ট্ৰয় নগৰৰ ভগ্নাৱশেষ খান্দি উলিয়াই প্ৰমাণ কৰিলে যে গ্ৰীচৰ উপনিষদত বৰ্ণনা কৰা বীৰ-বীৰাঙ্গনাসকলৰ কাহিনী-আখ্যান নহয়—এইবোৰ সঁচা ঘটনাহে। আমাৰ দেশতো ৰামায়ণ আৰু মহাভাৰত যুগৰ বিশিষ্ট লীলাভূমি অযোধ্যা আৰু কুৰুক্ষেত্ৰত খননকাৰ্য আৰম্ভ হৈছে। ইয়াৰ উদ্দেশ্য পুৰাতাত্ত্বিক পদ্ধতিৰে ৰামায়ণ আৰু মহাভাৰতৰ আখ্যানসমূহৰ যথাৰ্থতা প্ৰমাণ কৰা।

প্ৰায় উনৈছ শতাব্দীৰ মাজভাগৰপৰা পুৰাতত্ত্ব অধ্যয়নৰ আন এটি ধাৰা প্ৰবাহিত হয়। ইয়াৰ পূৰ্বে পৃথিবীত মানুহৰ জন্ম আৰু ক্ৰমবিকাশ সম্বন্ধে ধৰ্মসূত্ৰৰ ওপৰত প্ৰতিষ্ঠিত নানা মতবাদ প্ৰচলিত আছিল। বিজ্ঞানৰ জন্মস্থান ইউৰোপৰ খ্ৰীষ্টান সম্প্ৰদায়বোৰৰ মাজত প্ৰচলিত আছিল যে বাইবেলত লিখা মতে এই পৃথিবীখন আৰু মানৱজাতিৰ জন্ম হয় খৃঃ পূঃ ৪০০৪ বছৰত। ইয়াৰ লগত ৰিজাই চালে দেখা যায় যে হিন্দু শাস্ত্ৰত উল্লেখ কৰা দশাৱতাৰ তথ্যই পৃথিবীত জীৱৰ উৎপত্তি সম্বন্ধে সম্পূৰ্ণ বৈজ্ঞানিক নহলেও কিছু উন্নত স্তৰৰ ভাবধাৰাৰ মাজলৈ আমাক লৈ যায়। সেইদৰে হিন্দুশাস্ত্ৰত বাণীবদ্ধ কৰা চতুৰ্যুগ ( সত্য, ত্ৰেতা, দ্বাপৰ, কলি ) তথ্যবো ১৮৩৬ চনত থমছেনে পুৰাতাত্ত্বিক ভিত্তিত প্ৰতিষ্ঠা কৰা ত্ৰিযুগ তথ্যৰ (Three Age System) লগত মিল থকা দেখা যায়। ডেনমাৰ্কৰ জাতীয় সংগ্ৰাহলয়ত থকা পুৰাতাত্ত্বিক সমলবোৰ অধ্যয়ন কৰি থমছেনে প্ৰকাশ কৰিছিল যে মানৱ ইতিহাসক তিনিটা প্ৰধান যুগত যেনে, প্ৰস্তৰ যুগ (Age of Stone), ব্ৰঞ্জ যুগ (Age of Bronze), আৰু লোহ যুগ (Iron Age) বিভক্ত কৰিব পাৰি। পৰৱৰ্তীকালৰ পুৰাতাত্ত্বিক আৱিষ্কাৰবিলাকে থমছেনৰ ত্ৰিযুগ তথ্যৰ যথাৰ্থতা প্ৰতিপন্ন কৰিলে। ইয়াৰ পাছত ১৮৪৭ চনত বুছে দা পাৰ্থে (Boucher de Perthes) নামে ফৰাছী



দেশৰ ধৰ্মযাজক এজনে পেৰিছ চহৰৰ উপকণ্ঠত থকা ছোম (Somme) নদীৰ উপত্যকাত আবিভিল (Abbeville) নামে ঠাইত পুৰণি যুগৰ জন্তুৰ জীৱাশ্মৰ (fossil) লগত পোতগৈ থকা শিলৰ সঁজুলি কিছুমান সংগ্ৰহ কৰি ঘোষণা কৰিলে যে প্ৰচলিত মতবাদতকৈ পৃথিবীত মানুহৰ উৎপত্তি অনেক পুৰণি কালৰ ঘটনা। ইয়াৰ পাছত ১৮৫৯ চনত মহৰ্ষি চাৰ্লছ্ ডাৰউইনৰ জীৱৰ উৎপত্তি



চিত্ৰ ১
শিলৰ সঁজুলি ব্যৱহাৰ কৰা প্ৰস্তৰ যুগৰ মানুহ।

(Origin of Species) সম্বন্ধে বৈজ্ঞানিক ভিত্তিত প্ৰৱৰ্তন কৰা তথ্যবোৰ প্ৰকাশ পায়। ইয়াৰ পাছত ১৮৬৩ চনত চাৰ চাৰ্লছ্ লালে (Sir Charles Lyell) 'মানুহৰ পুৰাকালৰ ভূতাত্ত্বিক প্ৰমাণ' (The Geological Evidence of the Antiquity of Man) নামৰ কিতাপখন প্ৰকাশ কৰি ভূতাত্ত্বিক ভিত্তিত মানুহৰ উৎপত্তি আৰু বিৱৰ্তনৰ কাল নিৰ্ণয় কৰাত প্ৰথম পদক্ষেপ লয়।

এইবোৰ পুৰাতাত্ত্বিক, জীৱতাত্ত্বিক আৰু ভূতাত্ত্বিক আৱিষ্কাৰৰ ফলত প্ৰাগৈতিহাসিক পুৰাতাত্ত্বিক অধ্যয়নৰ বৈজ্ঞানিক ভেটি স্থাপন হয়। সেই কাৰণে প্ৰাগৈতিহাসিক পুৰাতত্ত্বৰ অধ্যয়ন পদ্ধতিক প্ৰাকৃতিক বিজ্ঞান (Natural Science) সন্মত বুলি কোৱা হয়।

## পুৰাতাত্ত্বিক সমল ( Archaeological data )

বিশ্ববিখ্যাত পুৰাতাত্ত্বিক গৰ্ডন চাইল্ডে তেখেতৰ "A Short Introduction to Archaeology" নামৰ কিতাপখনত এনেদৰে লিখিছে—"Archaeology is a source of history, not just a humble auxiliary discipline. Archaeological data are historical documents in their own right, not mere illustrations to written text. Just as much as any other historian, an archaeologist studies and tries to reconstruct the process that has created the human world in which we live. Archaeological data are all changes in the material world resulting from human action, or, more succintly, the fossilized results of human behaviour. The some total of these constitute what may be called the archaeological record."

পুৰাতত্ত্বই মানৱ ইতিহাস ৰচনাৰ কাৰণে সমল যোগায়। পুৰাতাত্ত্বিক সমলবোৰ ঐতিহাসিক অভিলেখ। পৃথিবীত আৱিৰ্ভাৱ হবৰ সময়ৰপৰা বৰ্তমানলৈ মানুহে প্ৰাকৃতিক জগতত যিবোৰ পৰিৱৰ্তন বঢ়াইছে সেই আটাইবোৰকে পুৰাতাত্ত্বিক সমল বুলি গণ্য কৰা হয়। মিছৰৰ পিৰামিড্, ফ্ৰান্সৰ গুহাচিত্ৰ-কলা, সাৰনাথৰ অশোক স্তম্ভ, দিল্লীৰ কুতুবমিনাৰ, আগ্ৰাৰ তাজমহল, পুৰণি হৰফখোদিত কৰা মাটি আৰু শিলৰ মোহৰ, শিল আৰু তামৰ ফলি, গছৰ বাকলি বা পাতত হাতে লিখা পুথি আদি যেনেকৈ পুৰাতাত্ত্বিক সমলৰ ভিতৰত পৰে, তেনেকৈ প্ৰস্তৰ যুগৰ শিল আৰু হাড়ৰ সঁজুলি, নবপ্ৰস্তৰ যুগৰ মানুহে গৃহীকৃত কৰা ভেড়া, ছাগলী আদিৰ হাড়, ঘেহু, বালি আদি দানা শস্যৰ এঙাৰীভূত অৱশেষ, মৃৎ পাত্ৰৰ টুকুৰা, পোৰা মাটিৰ মূৰ্তি, মাটি, হাড়, জন্তুৰ দাঁত, শামুকৰ খোলা আদিৰ অলংকাৰ, বাসস্থানৰ ভগ্নাৱশেষ, চৌকা, ছাই, এঙাৰ আদি নানাতৰহৰ সামগ্ৰীও পুৰাতত্ত্বৰ বিষয় বস্তু। সেইদৰে নানা তৰহৰ ভূতাত্ত্বিক সামগ্ৰী যেনে, বালি, মাটি, কংকৰ, বৰফৰ নৈয়ে সৃষ্টি কৰা গ্ৰাবৰেখা, বায়ুৰ প্ৰভাৱত সৃষ্টি হোৱা বালুৰ



কণিকাৰ দ'ম বা ল'ৱেছ (Loess), প্ৰাগৈতিহাসিক মানুহ আৰু জীৱ-জন্তুৰ জীৱাশ্ম, ফুল ৰেণুৰ জীৱাশ্ম (Fossils of Pollen grains) আদিও পুৰাতাত্ত্বিক অধ্যয়নৰ অপৰিহাৰ্য সমল। কাৰণ এইবোৰ ভূতাত্ত্বিক আৰু জীৱতাত্ত্বিক সমলে প্ৰাগৈতিহাসিক যুগৰ জলবায়ু, লগতে সেইসময়ৰ উদ্ভিদ, জীৱ-জন্তু আদিৰ সমন্বয়ত গঢ়ি উঠা পাৰিপাৰ্শ্বিক অৱস্থাৰ বিষয়ে আভাস দিয়ে।

## পুৰাতত্ত্বৰ অধ্যয়ন পদ্ধতি

পুৰাতাত্ত্বিক সকলৰ প্ৰধান সমলবোৰ বাকহীন পদাৰ্থ (mute objects)। এইবোৰ পদাৰ্থক ঐতিহাসিক সমল হিচাবে ব্যৱহাৰ কৰিবলৈ হলে পুৰাতাত্ত্বিকৰ প্ৰথম কৰ্তব্য হ'ব পাথৰৰ মুখত ভাষা দিয়া, অৰ্থাৎ শিলৰ সঁজুলি বিলাকেনো প্ৰাগৈতিহাসিক যুগৰ কথা কি কয় সেইবোৰ উদ্ঘাটন কৰা। বাকহীন সাংস্কৃতিক পদাৰ্থবিলাকৰ মুখত ভাষা দিবলৈ বা সেইবোৰক ঐতিহাসিক সমল হিচাপে প্ৰয়োগ কৰিবলৈ পুৰাতাত্ত্বিকসকলে নানা পদ্ধতি উদ্ভাৱন কৰিছে। এইখিনিতে উল্লেখ কৰিব লাগিব যে ঐতিহাসিক যুগৰ পুৰাতাত্ত্বিক সমল যেনে, শিল বা তামৰ ফলিৰ পাঠোদ্ধাৰ কৰিবলৈ কোনো পুৰাতাত্ত্বিক পদ্ধতি বা ব্যুৎপত্তিৰ প্ৰয়োজন নাই। এইবোৰৰ পাঠোদ্ধাৰ কৰিবলৈ ভাষাতাত্ত্বিক পদ্ধতিৰহে প্ৰয়োজন। তেনেকৈ শিলত কটা মূৰ্তিৰ কলা-কৌশল ভংগিমা আদিৰ বৰ্ণনা কৰিবলৈ কোনো সুকীয়া পুৰাতাত্ত্বিক পদ্ধতি নাই। এইবোৰ কলা বিদ্যাৰ (Art history) বিষয় বস্তু। ইয়াৰপৰা বুজা যায় যে বৈজ্ঞানিক ভিত্তিত প্ৰতিষ্ঠিত পুৰাতাত্ত্বিক পদ্ধতিবোৰ প্ৰয়োগ কৰা হয় বিশেষকৈ প্ৰাগৈতিহাসিক যুগৰ সমাজ, সংস্কৃতি, সভ্যতাবোৰৰ সৃষ্টি, বিকাশ, বিস্তাৰ আৰু বিলোপ কেনেকৈ হৈছিল তাক জানিবলৈ, অৰ্থাৎ প্ৰাগ্-ইতিহাস ৰচনা কৰিবলৈ।

ইয়াৰ আগতে কৈ অহা হৈছে যে প্ৰাগৈতিহাসিক পুৰাতত্ত্ব প্ৰাকৃতিক বিজ্ঞান সন্মত। এইটোও মন কৰিবলগীয়া যে সমাজ বিজ্ঞানৰ লগতো ই ঘনিষ্ঠভাবে জৰিত। ডাৰউইনৰ জীৱ বিৱৰ্তন তথ্যবিলাক প্ৰকাশ হোৱাৰ পাছত বিখ্যাত মানৱ বৈজ্ঞানিক লুইছ্ ম'ৰগ্যান ( Lewish Morgan ), হাৰ্বাট্ স্পেন্ছাৰ (Herbert Spencer) আৰু এডোৱাৰ্ড টাইলৰে (Edward Tylor) প্ৰশ্ন তুলিলে যে মানুহৰ আৱয়ৱিক বিৱৰ্তনৰ তথ্যবোৰে সমাজ-সংস্কৃতিৰ

ক্ৰমবিকাশৰ ধাৰা নিৰূপণ কৰাত প্ৰেৰণা যোগাব পাৰে। তেওঁলোকৰ মতে পুৰাতত্ত্বক কেৱল প্ৰাচীন সাংস্কৃতিক অৱশেষ ( Antiquities ) অধ্যয়ন কৰাৰ কাৰণে নিয়োগ কৰিলেই নহয়। ইয়াৰদ্বাৰা লুপ্ত সমাজ সংস্কৃতিবোৰৰ গঠন আৰু ক্ৰমবিকাশৰ ধাৰা উদ্ধাৰ কৰাহে বেছি প্ৰয়োজন। কিন্তু এইটো মন কৰিব লাগিব যে এই ক্ষেত্ৰত পুৰাতাত্ত্বিক সমলবোৰেই যথেষ্ট নহয়। আধুনিক যুগত বাস কৰা অনুন্নত সম্প্ৰদায়বিলাকৰ সমাজ আৰু সংস্কৃতি অধ্যয়ন কৰি প্ৰাগৈতিহাসিক যুগৰ লুপ্ত সমাজবোৰৰ গঠন পদ্ধতিবিলাকৰ কিছু আভাস পোৱা যায়। অষ্ট্ৰেলীয়া আৰু নিউগিনীত ইউৰোপীয় উপনিবেশ স্থাপন হোৱাৰ সময়ত সেই মহাদেশৰ আদিম অধিবাসী বিলাক প্ৰস্তৰ যুগৰ স্তৰত বাস কৰি আছিল। সেইদৰে এচিয়া, আমেৰিকা আৰু আফ্ৰিকা আদি মহাদেশতো খাদ্য অন্বেষক ( food gatherers ), অনুন্নত খাদ্য উৎপাদক ( Primitive agriculturists ), পশুপালক ( Pastoralists ) আদি আদিম সাংস্কৃতিক স্তৰৰ সম্প্ৰদায় এতিয়াও বাস কৰি আছে। এই সম্প্ৰদায়বোৰৰ জাতিতাত্ত্বিক অধ্যয়নে ( Ethnographic study ) প্ৰাগৈতিহাসিক যুগৰ বিভিন্ন সাংস্কৃতিক স্তৰৰ সামাজিক ইতিহাস ৰচনা কৰাত সহায় কৰে। জাতিতাত্ত্বিক সমল ( Ethnographic data ) আজি কালি পুৰাতত্ত্ব অধ্যয়নত ইমান বেছিকৈ প্ৰয়োগ হৈছে যে ইয়াৰ ফল স্বৰূপে জাতিতাত্ত্বিক পুৰাতত্ত্ব বা পুৰাজাতিতত্ত্ব ( Ethno-Archaeology or Palaeo-ethnology ) নামে পুৰাতত্ত্বৰ এটা নতুন প্ৰশাখাৰ সৃষ্টি হৈছে। এতিয়ালৈ জীয়াই থকা আদিম সামাজিক আৰু সাংস্কৃতিক ব্যৱস্থাবোৰক পুৰাতত্ত্বত "জীৱিত সামাজিক জীৱাশ্ম" ( Living Social fossil ) বা 'জীৱিত জীৱাশ্ম' (Living fossil) হিচাপে গণ্য কৰা হৈছে।

পুৰাতত্ত্ব অধ্যয়ন পদ্ধতিবোৰৰ ভিতৰত অভিলেখহীন প্ৰাগৈতিহাসিক যুগৰ সংস্কৃতি আৰু সভ্যতাবোৰৰ কাল নিৰ্ণয় পদ্ধতিবিলাক অন্যতম। কোনো এটা বস্তু পালেই আধুনিক নে প্ৰাগৈতিহাসিক যুগৰ তাক সহজে অনুমান কৰিব পাৰি ; কিন্তু বছৰৰ হিচাপত ইয়াৰ কালি নিৰ্ণয় কৰিব লাগিলে কিছুমান বৈজ্ঞানিক পদ্ধতিৰ সহায় লোৱাৰ প্ৰয়োজন হয়। এই বৈজ্ঞানিক পদ্ধতিবোৰ বিভিন্ন বিজ্ঞান শাখাবোৰে, যেনে—পদাৰ্থ, ৰসায়ন, ভূতত্ত্ব, জীৱতত্ত্ব আদিয়ে—পুৰাতত্ত্বলৈ আগবঢ়োৱা অবদান বুলি কব পাৰি। ইয়াৰ-পৰা জনা যায় যে পুৰাতত্ত্ব অধ্যয়ন পদ্ধতিবোৰৰ লগত বিজ্ঞানৰ বিভিন্ন



শাখাৰ পদ্ধতি কিছুমান জড়িত হৈ আছে। এই সকলোবোৰ বৈজ্ঞানিক পদ্ধতিৰ সম্পূৰ্ণ বিৱৰণ দাঙি ধৰিবলৈ প্ৰবন্ধৰ আকাৰৰ সীমিত আলোচনাৰ মাজেৰে সম্ভৱ নহয়। সেইবাবে মুখ্য পদ্ধতি কেইটামানৰ থূলমূল আভাস দিবলৈহে প্ৰয়াস কৰা হ'ল।

## ১। ভূতাত্ত্বিক পদ্ধতি (Geological Method)

যোৱা তিনি নিযুত বছৰৰ ভিতৰত পৃথিবীত যুগে যুগে নানা গোষ্ঠীৰ মানৱধৰ্মী প্ৰাণীৰ উদ্ভৱ হৈছিল, আৰু তেওঁলোকে নানা তৰহৰ সমাজ-সংস্কৃতি সৃষ্টি কৰিছিল। এইটো এটা প্ৰাকৃতিক ৰীতিৰ নিচিনা যে কোনো এখন সমাজ বা কোনো এটা সংস্কৃতি বা সভ্যতা তাৰ আয়ুষ কাল শেষ হলে সি ধ্বংস হৈ পৃথিবীৰ বুকুত লীন যায়, আৰু কালক্ৰমত ভূতাত্ত্বিক স্তৰ বিলাকত পোট খাই পৰে। পৃথিবীখনৰ ওপৰত প্ৰকৃতিয়ে ভূতাত্ত্বিক স্তৰবোৰ এনে ধৰণে সৃষ্টি কৰিছে যে কিতাপৰ পাতৰ নিচিনাকৈ সেইবোৰক সজাই থোৱা হৈছে বুলি ক'ব পাৰি। উৎখনন পদ্ধতিৰে ভূতাত্ত্বিক স্তৰবিলাক বিকশিত কৰি তাত সন্নিৱিষ্ট থকা সাংস্কৃতিক স্তৰবোৰৰ কালতাত্ত্বিক ক্ৰমণিকা (Chronological sequence) নিৰ্ধাৰণ কৰিব পাৰি। এইটো সম্ভৱ হ'ল উইলিয়াম স্মিথে (William Smith) ভূতাত্ত্বিক স্তৰৰ ওপৰাওপৰি গঠন তথ্য ( Principles of Superposition ) প্ৰতিষ্ঠা কৰাৰ পাছত। এই তথ্য মতে নিম্ন স্তৰত পোৱা জীৱাশ্ম আৰু সাংস্কৃতিক সামগ্ৰী উচ্চ স্তৰত পোৱা বিলাকতকৈ পুৰণি। পুৰাতত্ত্বত ইয়াক স্তৰ বিন্যাস-পদ্ধতি (Stratigraphical method) বোলে। নদীৰ উপত্যকাত বা হ্ৰদৰ বুকুত কংকৰ, বালি, পলস আদি প্ৰাকৃতিক কাৰণত তৰপে তৰপে জমা হয়। এই স্তৰবোৰত প্ৰাগৈতিহাসিক যুগৰ শিলৰ সঁজুলি আৰু জীৱাশ্ম পোৱা যায়। স্তৰ বিন্যাস-পদ্ধতিৰে এই পুৰাতাত্ত্বিক সমলবোৰ বিশ্লেষণ কৰি প্ৰাগৈতিহাসিক যুগৰ সংস্কৃতিবোৰৰ কালতাত্ত্বিক ক্ৰমণিকা উদ্ঘাটন কৰিব পাৰি।

পৃথিবীৰ ঠায়ে ঠায়ে প্ৰস্তৰ যুগৰ মানুহবিলাক গুহাত বাস কৰিছিল। এই গুহাবাসী বিলাকৰ বসতি-আবৰ্জনাবোৰ ( habitational debris ) কালক্ৰমত তৰপে তৰপে গুহাৰ ভিতৰত জমা হয়। এনেকুৱাকৈ সঞ্চিত হোৱা সাংস্কৃতিক স্তৰবিলাকৰ (cultural layers) মাজত সংস্কৃতি বিহীন স্তৰ কিছুমান (sterile layers) পোৱা যায়। এই সংস্কৃতি বিহীন স্তৰবিলাকক কিতাপৰ

অধ্যায়বোৰৰ মাজত থকা উকা পৃষ্ঠাৰ (blank page) লগত তুলনা কৰিব পাৰি। কোনো এটা যুগত প্ৰস্তৰ যুগৰ মানুহ গুহাত বাস কৰাৰ পাছত সেই গুহাত কোনো কাৰণবশতঃ তাৰ পৰৱৰ্তী যুগত যদি মানুহৰ বসতি নাথাকে তেনেহলে সেই বসতিহীন যুগত প্ৰাকৃতিক ক্ৰিয়াৰ ফলত বালি, মাটি আদি জমাহৈ সাংস্কৃতিক স্তৰৰ ওপৰত সংস্কৃতি বিহীন স্তৰ এটা সৃষ্টি কৰে। ইয়াৰ পৰৱৰ্তী যুগত যদি সেই গুহালৈ অন্য এদল মানুহ বসবাস কৰিবলৈ আহে তেনেহলে সংস্কৃতিবিহীন স্তৰটোৰ ওপৰত আন এটাৰ সাংস্কৃতিক স্তৰ স্থাপন হ'ব। অৰ্থাৎ এই সংস্কৃতিবিহীন স্তৰটোৱে দুটা বিভিন্ন যুগৰ দুই প্ৰকাৰ বিভিন্ন সংস্কৃতিক পৃথক কৰি ৰাখে। ফ্ৰান্স আৰু স্পেইনৰ অনেক গুহাত প্ৰস্তৰ যুগৰ বসতি আবৰ্জনা পোৱা যায়। স্তৰবিন্যাস-পদ্ধতিৰে এই বসতি আবৰ্জনাবোৰ বিশ্লেষণ কৰি প্ৰস্তৰ যুগৰ কালতাত্ত্বিক ক্ৰমণিকা নিৰূপণ কৰা হৈছে।

নবপ্ৰস্তৰ যুগৰপৰা মানুহে স্থায়ী বাসস্থান সাজি বসবাস কৰিছিল। এনেকুৱা স্থায়ী বাসস্থানবোৰতো বসতি আবৰ্জনা গোট খাই সাংস্কৃতিক স্তৰ সৃষ্টি কৰে। তেনেদৰে পুৰণি সভ্যতাবোৰৰ যেনে, হৰাপ্পা, এছিৰীয়, মিছৰীয় আদি সভ্যতাৰ ধ্বংসাৱশেষবোৰ মাটিৰ তলত পোটগৈ কিছুমান সাংস্কৃতিক স্তৰ সৃষ্টি কৰে। উৎখননৰদ্বাৰা (excavation) এই বসতিস্থানবোৰৰ সাংস্কৃতিক স্তৰবোৰ উদ্ঘাটন কৰি স্তৰবিন্যাস-পদ্ধতি প্ৰয়োগ কৰি এই সভ্যতাবোৰৰ উৎপত্তি, বিকাশ আৰু পতনৰ ক্ৰমণিকা নিৰূপণ কৰা হয়।

## জীৱতাত্ত্বিক পদ্ধতি ( Biological Method )

জীৱন ধাৰণৰ কাৰণে মানুহ জীৱজগতৰ ওপৰত নিৰ্ভৰশীল। নানা তৰহৰ উদ্ভিদ আৰু প্ৰাণীয়ে মানুহক আহাৰ যোগায় আৰু সংস্কৃতি-সভ্যতা সৃষ্টি কৰাত প্ৰয়োজনীয় সামগ্ৰী যোগায়। অতীত আৰু বৰ্তমান কালৰ বসতি আবৰ্জনাবোৰ লক্ষ্য কৰিলে দেখা যায় যে সেইবোৰত নানা প্ৰকাৰ উদ্ভিদ আৰু প্ৰাণীৰ জীৱাশ্ম থাকে। প্ৰত্নপ্ৰস্তৰ যুগৰ মানুহৰ জীৱন নিৰ্বাহ-পদ্ধতি কেনে আছিল জানিবলৈ হলে, এই জীৱাশ্মবোৰেই প্ৰধান সমল। সেইদৰে মানুহে কেতিয়াৰপৰা কৃষিৰদ্বাৰা খাদ্য শস্য উৎপাদন আৰু পশু পালন কৰিবলৈ শিকিলে আৰু কি কি প্ৰকাৰৰ দানা শস্য সেই সময়ৰ মানুহে খাদ্য হিচাপে ব্যৱহাৰ কৰিছিল, কি কি জন্তু পুহিছিল আদি জানিবলৈ জীৱতাত্ত্বিক



সমলবোৰ অপৰিহাৰ্য। আনহাতে প্ৰত্নপ্ৰস্তৰ যুগৰ সংস্কৃতিবোৰৰ পৰোক্ষ কাল (Relative dates) নিৰ্ণয় কৰাত প্ৰত্নজীৱতাত্ত্বিক সমলবোৰে (Palaeontological data) সহায় কৰে। ইয়াৰ উপৰিও সেই কালৰ জলবায়ু সম্বন্ধে জানিবলৈ এই সমলবোৰ অপৰিহাৰ্য। ফুল ৰেণু বিশ্লেষণৰ (Pollen Analysis) দ্বাৰাও প্ৰাগৈতিহাসিক যুগৰ উদ্ভিদ জগতৰ বিষয়ে জানিব পাৰি।

## পুৰাতাত্ত্বিক পদ্ধতি ( Archaeological Method )

পুৰাতাত্ত্বিকবিলাকে অতীতকালৰপৰা আধুনিক যুগলৈ সকলো ঠাইৰে আৰু সকলো কালৰে বস্তু সংস্কৃতিৰ (Material culture) সামগ্ৰীবোৰ নানা পদ্ধতিৰে সংগ্ৰহ আৰু বিশ্লেষণ কৰে, আৰু সেইবোৰ ইতিহাস ৰচনাত প্ৰয়োগ কৰে। পুৰাতাত্ত্বিক সমল সংগ্ৰহ কৰা পদ্ধতি বিজ্ঞান সম্মত হলেহে সেইবোৰৰ শুদ্ধ বিশ্লেষণ কৰিব পাৰি আৰু ইয়াৰপৰা আহৰণ কৰা ঐতিহাসিক সমলবোৰ নিৰ্ভৰযোগ্য হয়। অতীতৰ লুপ্ত সংস্কৃতি আৰু সভ্যতাবোৰৰ ভগ্নাৱশেষবোৰ মাটিৰ তলত ক'ত পোতগৈ থাকে বিচাৰি উলিওৱা সহজ নহয়। প্ৰাগৈতিহাসিক যুগৰ কথাই নকওঁ আনকি সৌ সিদিনাৰ ধ্বংসাৱশেষবিলাকো পৰিত্যক্ত ভূমিত পৰিণত হোৱাৰ ফলত অটব্য হাবিময় আৰু অদৃশ্যমান হৈ পৰে। এইবিলাক আৱিষ্কাৰৰ কাৰণে প্ৰণালীবদ্ধ অন্বেষণৰ আৱশ্যক। আনহাতে দেখা যায় যে অনেক মূল্যবান পুৰাতাত্ত্বিক আৱিষ্কাৰ আকস্মিক ঘটনা (chance finds) হিচাপেহে সংঘটিত হয়। অইন কথাই নকওঁ গুৱাহাটী নগৰৰ আমবাৰী অঞ্চলত পুৰণি গুৱাহাটী বা প্ৰাগ্‌জ্যোতিষ নগৰৰ ধ্বংসাৱশেষবোৰ আকস্মিক ঘটনাৰ ফলতহে আৱিষ্কাৰ হোৱা বুলি ক'ব পাৰি; প্ৰণালীবদ্ধ অন্বেষণৰ ফলত নহয়। কোনো এখন পুৰাতাত্ত্বিক স্থান ( Archaeological site ) আৱিষ্কাৰ হলে তাত উৎখননৰ ( excavation ) সহায়ত সাংস্কৃতিক সামগ্ৰীবোৰ উদ্ধাৰ কৰা হয় আৰু সেইবোৰৰ স্তৰীয় আৰু সাংস্কৃতিক ক্ৰমণিকা নিৰ্ণয় কৰা হয়। বিখ্যাত পুৰাতাত্ত্বিক ড° শাংকালীয়াই মহাৰাষ্ট্ৰৰ নেভাছা নামে ঠাইত অন্বেষণ আৰু খননকাৰ্য চলাই নিম্ন প্ৰত্নপ্ৰস্তৰ যুগৰপৰা ( Lower Palaeolithic Period ) ঐতিহাসিক যুগৰ মধ্যভাগলৈ ( Medieval Period ) পুৰাতাত্ত্বিক সমল উদ্ধাৰ কৰি সেইবোৰৰ সহায়ত মহাৰাষ্ট্ৰৰ এই অঞ্চলৰ ঐতিহাসিক যুগৰপৰা প্ৰাগৈতিহাসিক যুগলৈ সংস্কৃতি আৰু সভ্যতাবোৰৰ উত্থান পতনৰ ইতিহাস ৰচনা কৰিছে।

পুৰাতাত্ত্বিকবিলাকে সাংস্কৃতিক সামগ্ৰীবোৰ অধ্যয়নত প্ৰধানকৈ প্ৰকাৰ-তাত্ত্বিক পদ্ধতি (Typological method) প্ৰয়োগ কৰে। আদিম কালৰপৰা বৰ্তমানলৈ লক্ষ্য কৰিলে দেখা যায় যে মানৱজাতিৰ সাংস্কৃতিক বিৱৰ্ত্তন কিছুমান শিল্পতাত্ত্বিক স্তৰৰ (Technological stages) মাজেৰে প্ৰবাহিত হয়। বিভিন্ন



চিত্ৰ ২

মহাৰাষ্ট্ৰৰ নেভাছা নামে ঠাইত আৱিষ্কাৰ হোৱা ভূতাত্ত্বিক স্তৰবোৰত সঞ্চিত হৈ থকা প্ৰাগৈতিহাসিক আৰু ঐতিহাসিক যুগৰ সংস্কৃতিবোৰ :—

১—নিম্ন বা আদি প্ৰত্নপ্ৰস্তৰ যুগৰ সংস্কৃতি ;

২—মধ্য প্ৰত্নপ্ৰস্তৰ যুগৰ সংস্কৃতি ;

৩—তাম্ৰ শৈল যুগৰ সংস্কৃতি ;

৪—প্ৰাচীন ঐতিহাসিক যুগৰ সংস্কৃতি ;

৫—ইণ্ডো-ৰোমান যুগৰ সংস্কৃতি ;

৬—মুছলিম-মাৰাঠা যুগৰ সংস্কৃতি।

শিল্পতাত্ত্বিক স্তৰৰ সা-সঁজুলি আৰু অন্যান্য সামগ্ৰী তৈয়াৰ কৰা কেঁচা মাল (Raw material) আৰু সেইবোৰ তৈয়াৰ কৰা আৰু ব্যৱহাৰ কৰা পদ্ধতি বেলেগ বেলেগ। যেনে, প্ৰস্তৰ যুগৰ মানুহে প্ৰধানকৈ সঁজুলি তৈয়াৰ কৰিছিল। সেই-বিলাকৰ নিৰ্মাণ কৌশল আৰু প্ৰায়োগিক পদ্ধতিও ইয়াৰ পৰৱৰ্তী ধাতু যুগতকৈ বেলেগ আছিল। ইয়াৰ উপৰিও প্ৰত্নপ্ৰস্তৰ যুগৰ মানুহে মৃৎপাত্ৰ (pottery vessels) তৈয়াৰ কৰিব নাজানিছিল। নবপ্ৰস্তৰ যুগৰ পৰাহে মানুহে মৃৎপাত্ৰ তৈয়াৰ কৰা, গৃহ নিৰ্মাণ কৰা, কাপোৰ বোৱা, অলংকাৰ তৈয়াৰ কৰা কৌশল



আয়ত্ত কৰিছিল। তেনেদৰে প্ৰাচীন আৰু মধ্য ঐতিসাহিক যুগৰ মানুহে কোনো যন্ত্ৰৰ ব্যৱহাৰ নাজানিছিল। পুৰাতাত্ত্বিক পদ্ধতিৰে এই শিল্প-তাত্ত্বিক স্তৰবিলাক নিৰ্ণয় কৰি বস্তু-সাংস্কৃতিক সামগ্ৰীবোৰৰ প্ৰকাৰতাত্ত্বিক বিশ্লেষণ কৰি মানৱ জাতিৰ সাংস্কৃতিক ক্ৰমবিকাশৰ ইতিহাস ৰচনা কৰিব পাৰি।

## কালতাত্ত্বিক পদ্ধতি ( Chronological Method )

মানৱ সংস্কৃতি-সভ্যতা আদিৰ উৎপত্তি, বিকাশ আৰু পতনৰ ঐতিহাসিক মূল্য নিৰ্ভৰ কৰে এইবোৰ ঘটনা প্ৰবাহৰ কাল বা তাৰিখ নিৰূপণ কৰাৰ ওপৰত। লিখিত বিবৰণৰপৰা ঐতিহাসিক যুগৰ ঘটনা প্ৰবাহৰ কাল নিৰূপণ কৰিব পাৰি। কিন্তু প্ৰাগৈতিহাসিক যুগৰ ক্ষেত্ৰত এই সুবিধা নাই। সেই কাৰণে প্ৰাগৈতিহাসিক যুগৰ ঘটনা প্ৰবাহৰ কাল নিৰূপণ কৰাৰ কাৰণে নানা বৈজ্ঞানিক পদ্ধতি প্ৰয়োগ কৰা হয়। ওপৰত উল্লেখ কৰা ভূতাত্ত্বিক, জীৱ-তাত্ত্বিক আৰু পুৰাতাত্ত্বিক পদ্ধতিবোৰৰ সহায়ত প্ৰাগৈতিহাসিক যুগৰ পৰোক্ষ (Relative) কাল ক্ৰমণিকা নিৰূপণ কৰিব পাৰি। ইয়াৰপৰা আমি ক'ব পাৰোঁ যে মানৱ ইতিহাসৰ আটাইতকৈ পুৰণি যুগটোক প্ৰত্নপ্ৰস্তৰ যুগ (Palaeolithic Age) বোলে। ইয়াৰ পাছত আৰম্ভ হয় মধ্যপ্ৰস্তৰ (Meso-lithic Age) ; আৰু এই যুগৰ অন্তত আৰম্ভ হয় নবপ্ৰস্তৰ যুগ (Neolithic Age)। কিন্তু পৰোক্ষ কাল নিৰ্ণয় পদ্ধতিৰ সহায়ত প্ৰাগৈতিহাসিক যুগৰ বিভিন্ন সাংস্কৃতিক স্তৰৰ বৰ্ষপঞ্জীয়ক কাল ( Calendar Year ) জনা নাযায়। প্ৰাগ্ইতিহাস ৰচনাত এইবোৰ অসুবিধা দূৰ কৰা সম্ভৱ হৈছে দ্বিতীয় মহাযুদ্ধৰ পাছৰপৰা, অৰ্থাৎ তেজস্ক্ৰিয় পদাৰ্থবোৰ ( Radio-active elements ) আৱিষ্কাৰ হোৱাৰ পাছৰপৰা। ১৯৫৫ চনত চিকাগো বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞানৰ অধ্যাপক ড. লিবিয়ে তেজস্ক্ৰিয় এঙাৰৰ (Radio-active Carbon) সহায়ত কাল নিৰূপণ কৰা পদ্ধতি এটা আৱিষ্কাৰ কৰে। পুৰাতত্ত্ব অধ্যয়নলৈ পদাৰ্থ বিজ্ঞানৰ এইটো এটা অতি মূল্যবান অৱদান। এই পদ্ধতিৰ সহায়ত বৰ্তমানৰপৰা প্ৰায় ৫০,০০০ বছৰ অতীতলৈ পুৰাতাত্ত্বিক সমাজ-সভ্যতাবোৰৰ বছৰৰ হিচাপত কাল নিৰূপণ কৰিব পাৰি। পুৰাতত্ত্ব অধ্যয়নত প্ৰয়োগ কৰা আন এটা তেজস্ক্ৰিয় পদ্ধতিক পটাছিয়াম আৰগন পদ্ধতি

(Potassium Argon) বোলে। এই পদ্ধতিৰ সহায়ত লক্ষ, নিযুত আৰু কোটি বছৰ পুৰণি পদাৰ্থৰ প্ৰত্যক্ষ কাল নিৰূপণ কৰিব পাৰি। তিনি নিযুত বছৰ আগত পূব আৰু দক্ষিণ আফ্ৰিকাত বাস কৰা 'অষ্ট্ৰেলপিথেকাছ' নামে মানৱ-ধৰ্মী প্ৰাণীবোৰ আৰু ইইঁতে সৃষ্টি কৰা আদিম প্ৰস্তৰ যুগৰ সংস্কৃতিবোৰৰ প্ৰত্যক্ষ কাল এই পদ্ধতিৰ সহায়ত নিৰূপণ কৰা হৈছে। এইটো আৱিষ্কাৰৰ পাছত পূব আফ্ৰিকাৰ টান্‌জানীয়া দেশে পৃথিবীত মানুহৰ উৎপত্তি স্থান (Cradle land of Mankind) হিচাপে গৌৰব কৰিব পৰা হৈছে। ইয়াৰ উপৰিও ভাৰ্ভ মাটি বিশ্লেষণ ( Verve clay analysis ), বৃক্ষ বলয় বিশ্লেষণ আদি পদ্ধতিৰ সহায়ত প্ৰাগৈতিহাসিক যুগৰ সংস্কৃতি আৰু সভ্যতাবোৰৰ প্ৰত্যক্ষ কাল ( Absolute date ) নিৰূপণ কৰা হয়।

## অসমত পুৰাতত্ত্ব ( Archaeology in Assam )

অসমত পুৰাতত্ত্ব অধ্যয়ন আৰু গৱেষণা এতিয়াও চালুকীয়া অৱস্থাতে আছে। কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰৰ প্ৰথম সংখ্যাত (১৯৩৩) প্ৰকাশ হোৱা বিখ্যাত মানৱ বৈজ্ঞানিক জে. পি. মিলছ্‌ৰ 'গৱেষণাৰ ক্ষেত্ৰত অসম' (Assam as a Field of Research) নামে প্ৰবন্ধত আক্ষেপ কৰি লিখিছে যে পুৰাতাত্ত্বিক উৎখননৰ প্ৰধান আহিলা, কোদাল (spade) অসমৰ পুৰাতাত্ত্বিক অন্বেষণৰ ক্ষেত্ৰত কদাচিতেও প্ৰয়োগ কৰা হোৱা নাই। ১৯৭২ চনত প্ৰকাশ হোৱা ডেক্‌কান্ মহাবিদ্যালয় আৰু গৱেষণা কেন্দ্ৰৰ বুলেটিনত পুৰাতাত্ত্বিক ড. মধুকৰ ধাৱলীকাৰে তেখেতৰ 'গুৱাহাটীৰ পুৰাতত্ত্ব' (Archaeology of Gauhati) নামে প্ৰবন্ধত লিখিছে যে প্ৰায় ৪০ বছৰ পূৰ্বে মিলছ্‌ ছাহাবে কৰা মন্তব্যৰ এতিয়াও কোনো পৰিৱৰ্তন হোৱা নাই বুলি ক'ব পাৰি ; কিন্তু গুৱাহাটী বিশ্ববিদ্যালয়ৰ নৃতত্ত্ব বিভাগে আৰম্ভ কৰা ভাওজালি হাৰ্ভিং আৰু আমবাৰীৰ খননকাৰ্যই সামান্য আশাৰ বেঙনি দেখুৱাইছিল যদিহে কাম দুটা সম্পূৰ্ণ হৈ উঠিলহেঁতেন। ভাৰতবৰ্ষৰ আন আন প্ৰদেশত আৰু পৃথিবীৰ আন আন দেশত পুৰাতত্ত্ব অধ্যয়নৰ অগ্ৰগতিলৈ লক্ষ্য কৰিলে এই ক্ষেত্ৰত অসমৰ দুখলগা অৱস্থা আৰু বেছি প্ৰকট হৈ উঠে। ইয়াৰ প্ৰধান কাৰণ হল অসমৰ কোনো এখন বিশ্ববিদ্যালয় বা আন শিক্ষানুষ্ঠানতে এই বিষয়টোৰ অধ্যয়নৰ কোনো সুযোগ নাই। আনহাতে চৰকাৰী পুৰাতাত্ত্বিক জৰীপ বিভাগেও এই অঞ্চলত অন্বেষণ, উৎখনন আৰু গৱেষণা চলাবলৈ



সংগঠিত হৈ উঠা নাই। আনহাতে জনসংখ্যা বৃদ্ধি আৰু যান্ত্ৰিক যুগৰ সম্প্ৰসাৰণ হোৱাৰ লগে লগে অসমৰ ইমূৰৰপৰা সিমূৰলৈ সিঁচৰতি হৈ থকা প্ৰাচীন সংস্কৃতি আৰু সভ্যতাৰ অৱশেষবোৰ দিনে নিশাই ধ্বংসৰ মুখত পৰিব লাগিছে। যি কণ ধ্বংস হবলৈ বাকী আছে, সময় থাকোঁতে সেইখিনি উদ্ধাৰ আৰু অধ্যয়ন কৰিবলৈ সুসংগঠিতভাবে আগ নাবাঢ়িলে অসমৰ প্ৰাক্ আৰু প্ৰাচীন ইতিহাসৰ অনেক বহুমূলীয়া সম্পদ চিৰদিনৰ কাৰণে লোপ পাব বুলি আশংকা কৰাৰ স্থল আছে।

# অসমৰ ভাস্কৰ্যৰ ধাৰা

ড° ৰবীন দেৱচৌধুৰী

অসমৰ ভাস্কৰ্যক শৈলী অনুযায়ী দুই ভাগত ভগাব পাৰি—প্ৰাক্ আহোম যুগৰ ভাস্কৰ্য আৰু আহোম যুগৰ ভাস্কৰ্য। প্ৰাক্-আহোম যুগৰ ভাস্কৰ্য হৈছে বৰ্মণ শালস্তম্ভ আৰু পালবংশৰ ৰাজত্ব কালৰ সময়ৰ আৰু আহোম ভাস্কৰ্য আহোম যুগৰ। বহল দৃষ্টি ৰাখি পাল যুগৰ পাছৰ আহোমসকলৰ সমসাময়িক কোচ আৰু কছাৰীসকলৰ ভাস্কৰ্যক দ্বিতীয় শ্ৰেণীৰ ভিতৰতেই ধৰা হৈছে। প্ৰাক্-আহোম যুগৰ ভাস্কৰ্যৰ শৈলীৰ ফালৰপৰা মানদণ্ড বহুত ওপৰত। আহোমসকলৰ দিনৰ বা কোচ-কছাৰীসকলৰ দিনৰ ভাস্কৰ্যৰ স্বকীয় বৈশিষ্ট্য থাকিলেও শিল্পৰ মানদণ্ডৰ ফালৰ পৰা বহুত তলত।

ভাস্কৰ্য নিৰ্মাণ কৰা সামগ্ৰী অনুযায়ী অসমৰ ভাস্কৰ্যক আন অঞ্চলৰ ভাস্কৰ্যৰ দৰে মোটামুটি চাৰিভাগত ভগাব পাৰি, যেনে—শৈল ভাস্কৰ্য, মৃন্ময় ভাস্কৰ্য, ধাতবীয় ভাস্কৰ্য আৰু কাঠৰ ভাস্কৰ্য। বিষয়-বস্তুৰ ফালৰপৰা আকৌ ভাস্কৰ্যৰাজিক তিনি ভাগত ভগাব পাৰি, যেনে—মনুষ্যৰূপৰ মূৰ্তি, জীৱ-জন্তুৰ মূৰ্তি আৰু অলঙ্কাৰ বা ৰৈখিক নক্সা আদি।

অসমৰ প্ৰাচীন ভাস্কৰ্যৰ এক অমৰ নিদৰ্শন হ'ল তেজপুৰৰ ওচৰৰ দ-পৰ্বতীয়া গাৱঁৰ ভগ্ন মন্দিৰৰ স্থানত থিয় হৈ থকা শিলৰ নানা ৰকমৰ সুৰুচিপূৰ্ণ কাৰুকাৰ্য কৰা দ্বাৰখন। গুপ্তযুগৰ ভাস্কৰ্যৰ আৰ্হিত খোদিত কৰা এই সম্পদৰাজি সৰ্বভাৰতীয় আখ্যা পাইছে আৰু ৰাখালদাস বেনাৰ্জীদেৱে[১] ইয়াক ইংৰাজীত বিশদ বিৱৰণ দি ছবিৰে সৈতে প্ৰকাশ কৰাৰ পাছত এই দ্বাৰৰ ভাস্কৰ্য পণ্ডিতসকলৰ বাবে হৈ পৰিছে এক অমূল্য সম্পদ।

এই অপূৰ্ব শিল্পৰাজিত খনিকৰে যিদৰে গঙ্গা আৰু যমুনা দেৱীক 'আন ক্ষুদ্ৰ মূৰ্তি আৰু নানা অলঙ্কাৰেৰে সুশোভিত কৰি খোদিত কৰিছে তাক দেখিলে তবধ মানিব লাগে। দ্বাৰখনৰ সোঁফালৰ চৌকাঠডালৰ তলৰ ভাগত আছে গঙ্গা আৰু দেৱীৰ অনুচৰ আৰু বাওঁফালৰ চৌকাঠ-ডালৰ তলৰ ভাগত অনুচৰবৰ্গৰেসৈতে দ্বিভঙ্গ ভংগিমাত যমুনাদেৱী থিয়



হৈ দুয়ো হাতত এডাল মালা লৈ আছে। দুয়োগৰাকী দেৱীৰ ওপৰৰ ফালে দুয়োডাল চৌকাঠতেই আছে এফালে ক্ৰমে গণেশ আৰু আনফালে কাৰ্তিক আৰু অন্যান্য মনুষ্যৰূপী মূৰ্তি আৰু পুষ্পলতা-পত্ৰলতা অলঙ্কাৰ। এই চৌকাঠৰ ওপৰত আছে শিৰপত্তিডাল। ইয়াৰ সোঁমাজত আছে গড়ুৰৰ মূৰ্তি আৰু দুয়োফালে ওপৰৰ শাৰীত আছে লাকুলীশ সূৰ্য, বেণুগোপাল আদিৰ ক্ষুদ্ৰাকৃতিৰ মূৰ্তিবোৰ। এই দ্বাৰৰ শৈলীৰ প্ৰতি লক্ষ্য কৰি বেনাৰ্জীদেৱে[২] এই ভগ্ন মন্দিৰৰ দ্বাৰক ৫ম-৬ষ্ঠ শতিকাত পেলাইছে। শ্ৰীপ্ৰদীপ শৰ্মাদেৱে[৩] ইয়াক ৫ম শতিকাৰ বুলি ক'ব খোজে কিন্তু আমি[৪] এই দ্বাৰখনক ৬ষ্ঠ শতিকাত পেলাব খোজোঁ। দ-পৰ্বতীয়াৰ এই ভগ্নাৱশেষ পৰিষ্কাৰ কৰোঁতে বেনাৰ্জীদেৱে কেইটামান পোৰামাটিৰ মূৰ্তি পাইছিল। ইয়াৰ সময় ৬ষ্ঠ শতিকা হ'ব অৰ্থাৎ মন্দিৰৰ লগতে বোধহয় এইবোৰ আছিল।

নগাওঁ জিলাৰ বৰাংগাত এটা ভগ্ন মন্দিৰৰ ভেটি দেখা যায়। ইয়াৰ কাষতে বৃহৎ শিল এটাত এখন লিপি খোদিত কৰা আছে। ইয়াৰ সময় ষষ্ঠ শতিকা বুলি ঠাৱৰ কৰা হৈছে। এই লিপিৰ দুয়ো কাষে স্থানক অৱস্থাত ত্ৰিশূলধাৰী দুটা দ্বাৰপালৰ মূৰ্তি খোদিত কৰা আছে। মূৰ্তি দুটাৰ মূৰৰ ওপৰৰ জটা দুটা মন কৰিব লগা। ভাস্কৰ্যৰ ঠাচৰপৰা ইয়াক ৬ষ্ঠ শতিকাৰ বা ইয়াৰ আগৰ বুলি ক'ব পাৰি। *ডৱকা (মিকিৰ আতি)ৰ মন্দিৰৰ অৱশেষৰ মাজত ভগ্ন নাৰীমূৰ্তি এটাৰ অংশ এটা পোৱা গৈছে। এই মূৰ্তিৰ স্তনযুগল আৰু ডিঙিৰ হাৰৰ ঠাচলৈ চাই ইয়াত গুপ্ত শৈলীৰ যথেষ্ট প্ৰভাৱ আছে বুলি অনুমান হয়।[৫] সম্প্ৰতি এই ভগ্ন টুকুৰাটো অসম ৰাজ্যিক সংগ্ৰহালয়ত আছে। এনেকুৱা ভগ্ন পুৰুষৰ মূৰ্তি এটাৰ টুকুৰা এটাও উক্ত স্থানত পৰি আছে। এইটোও সেই সময়ৰে হ'ব লাগে।[৬]

বেছি পুৰণি মূৰ্তিৰ ভিতৰত দুধনৈৰ বিষ্ণুমূৰ্তিটোকে সহজে ধৰিব পাৰি। দুধনৈৰপৰা দুই মাইল উত্তৰে খাৰাচকলপাৰা গাৱঁত অলপতে এই মূৰ্তি আৱিষ্কৃত হৈছে। এই বিষ্ণু মূৰ্তিটোৰ গঢ়লৈ চাই ইয়াক প্ৰাক্-পাল যুগৰ বুলি ক'ব পাৰি।[৭] এই শিলৰ মূৰ্তিয়ে *ধাৰণ কৰি থকা আয়ুধ গদাক মনুষ্যৰূপত দেৱী আৰু চক্ৰক মনুষ্যৰূপত পুৰুষ হিচাপে দেখুৱা হৈছে। এনেকুৱা বিষ্ণু মূৰ্তি অসমত এইটোৱেই প্ৰথম। বিহাৰ, বাংলা দেশ আৰু পশ্চিমবঙ্গত এনেকুৱা মূৰ্তি বহুতো পোৱা গৈছে।

কুমাৰ ভাস্কৰবৰ্মণৰ ডুবি তাম্ৰলিপিখনৰ লগত থকা ৰজাৰ মোহৰৰ ওপৰৰ ভাগৰ থকা হাতীৰ মূৰ্তিটোও ভাস্কৰ্যৰ এটি ভাল নিদৰ্শন। এই লিপিৰ সময় ৭ম শতিকা আৰু গুৰুডালেৰেসৈতে হাতীৰ মূৰটো অসমত প্ৰাপ্ত তাম-ভাস্কৰ্যৰ ভিতৰত প্ৰাচীনতম। কামৰূপৰ প্ৰত্যেকজন ৰজাৰ তামৰ লিপিৰ লগত থকা মোহৰতেই হাতীৰ মূৰ্তি দেখা যায়। সেই সময়ত জন্তুৰ ভিতৰত হাতীৰ স্থান যে সুকীয়া আছিল আৰু অসমত এতিয়াৰ দৰে হাতী সেই সময়তো যে প্ৰচুৰ পৰিমাণে পোৱা গৈছিল তাক ইয়াৰপৰা বুজা যায়।

ইয়াৰপাছতেই প্ৰাচীনত্বৰ ফালৰপৰা ডবকা ( মিকিৰ আতি )ৰ ভগ্নমন্দিৰৰ স্থানত ৰথ বিষ্ণু মূৰ্তি, দেওপানীৰ মূৰভগা বিষ্ণু মূৰ্তি, হৰিহৰৰ মূৰ্তি লিপিযুক্ত বিষ্ণু মূৰ্তি আদি ধৰিব পাৰোঁ। প্ৰথমটোত বাদে বাকী কেইটা মূৰ্তি বৰ্তমান ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষণ কৰা হৈছে। মূৰ্তি কেইটাৰ সময় ৮ম-৯ম শতিকাৰ ভিতৰত হ'ব লাগে। মূৰ্তি কেইটাৰ শৈলীলৈ চাই ইয়াত শেষ গুপ্ত যুগৰ ভাস্কৰ্যৰ প্ৰভাৱপৰা যেন অনুমান হয়। কিন্তু মূৰ্তি কেইটাৰ মুখমণ্ডলত স্থানীয় জনজাতীয় লোকৰ (Mongoloid) ছবি ফুটি উঠা দেখা যায়।

গোৱালপাৰা জিলাৰ শ্ৰীসূৰ্য পাহাৰতো প্ৰাক্-আহোম যুগৰ শৈল ভাস্কৰ্যৰ নিদৰ্শন পোৱা গৈছে। ইয়াত হিন্দু, বৌদ্ধ আৰু জৈনধৰ্মৰ কীৰ্তি চিহ্ন শিলত খোদিত কৰা আছে। মৰনৈৰপৰা প্ৰায় দুমাইল পশ্চিমফালে অৱস্থিত এই পাহাৰৰ দাঁতিত বৰ্তমান টিনৰ চালিৰ মন্দিৰ এটা আছে। ইয়াৰ উত্তৰ ফালে এঠাইত শিলত কটা বহুতো মূৰ্তি আৰু বৌদ্ধস্তূপ আছে। স্তূপবোৰ ক্ষুদ্ৰাকৃতিৰ। এই স্তূপবোৰ সাঁচীত থকা বিখ্যাত স্তূপবোৰৰ দৰেই; কিন্তু আকাৰত তেনেই ক্ষুদ্ৰ। এচ, কে, সৰস্বতীদেৱে এইবোৰৰ সময় ১০০ খ্ৰীঃ বা তাৰ আগৰ বুলি ভাবে।[৮] ইয়াৰ শিলত কটা ক্ষুদ্ৰ গুহা দুটাও প্ৰাচীন বুলিয়েই তেখেতে ভাবে। কিন্তু ইয়াৰ লগত একেশাৰীত শিলত কটা স্থানক ভংগিমাত থকা শিৱ, বিষ্ণু, হৰিহৰ আদিৰ মূৰ্তি আৰু ওপৰত থকা বিষ্ণু আৰু গণেশৰ মূৰ্তিকেইটা সেই সময়ৰ নহয়। একেশাৰীতে থকা মূৰ্তি কেইটাৰ *স্থানক ভংগিমা আৰু আয়ুধবোৰ ধাৰণ কৰি থকাৰ আৰ্হিলৈ চাই এইবোৰতো শেষ গুপ্ত যুগৰ শৈলীৰ কিছু প্ৰভাৱ পৰা যেন অনুমান হয়। আৰু ইয়াৰ সময় ৮ম-৯ম শতিকা হ'ব বুলি অনুমান কৰিব পাৰি।

এই স্থানৰে টিনেৰে সজা মন্দিৰটোৰ দক্ষিণফালে অলপ আঁতৰতে দুটা ডাঙৰ শিল ওপৰাওপৰিকৈ থকা দেখা যায়। এই শিল দুটাৰ ফাকত শিলৰ



গাত তিনিটা মূৰ্তি খোদিত কৰা আছে। ইয়াৰ এটা বৃষভবাহনৰ ওপৰত সমপাদ-স্থানক ভংগিমাত থকা ঋষভনাথ আৰু আন এটা নেমিনাথ। নেমিনাথৰ স্থানক-মূৰ্তিৰ তলত চক্ৰ এটা আছে। ইয়াৰ কাষত গণেশৰ মূৰ্তি এটাও আছে। মূৰ্তিটো শৈলীৰ ফালৰপৰা ৮ম-৯ম শতিকাৰ হ'ব লাগে।[৯] এই স্থানৰ দক্ষিণে এজোপা গছৰ তলত টিনৰ সৰু চালি এখনৰ তলত এটা আদিত্যচক্ৰ আছে। শিলত খোদিত চক্ৰটোৰ সোঁমাজতে বহি আছে কশ্যপ আৰু তাৰ চাৰিওফালে বহি থকা অৱস্থাত আছে দ্বাদশ আদিত্য। চক্ৰটোৰ ওপৰত সেন্দুৰৰ প্ৰলেপ থকাৰ বাবে আৰু সেইবোৰত মলি গোট খাই আদিত্যসকলৰ মূৰ্তিবোৰৰ আয়ুধবোৰ অস্পষ্ট কৰি তুলিছে। এনেকুৱা আদিত্যচক্ৰ অসমত আৰু ক'তো পোৱা নাই। এই ঘূৰণীয়া আদিত্যচক্ৰৰ উৰিষ্যাৰ কিচিঙত পোৱা নৱগ্ৰহ চক্ৰৰ লগত কিছু মিল দেখা যায়। শ্ৰীসূৰ্য পাহাৰৰপৰা মৰনৈলৈকে এইডোখৰ ঠাই যে প্ৰাক্-আহোম যুগৰ এডোখৰ গুৰুত্বপূৰ্ণ অঞ্চল আছিল—এই ভাস্কৰ্যৰাজি, পুৰণি পুখুৰী আৰু মৰনৈত পোৱা মন্দিৰৰ শিলৰ দ্বাৰ আৰু শিৰপতি আৰু ধুনীয়া শিলত কটা সূৰ্য মূৰ্তি আদিয়ে তাৰ সাক্ষ্য বহন কৰিছে।

নৱম-দশম শতিকাৰ ভাস্কৰ্যৰ চানেকী গুৱাহাটীৰ কাহিলীপাৰা ( ওদাল বাক্ৰা গাওঁ ) ত আৱিষ্কৃত হোৱা ব্ৰঞ্জৰ মূৰ্তিসমূহে বহন কৰিছে। এই মূৰ্তি সমূহ ওদালবাক্ৰা গাঁৱৰ গাতে লাগি থকা নৰকাসুৰ পাহাৰৰ দুটা প্ৰকাণ্ড শিলৰ মাজত ১৯৬৪ চনত আৱিষ্কৃত হয়। সম্প্ৰতি এই বহুমূলীয়া সম্পদবোৰ ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৈছে।[১০] এই সম্পদবোৰৰ ভিতৰত দুটা পিতলৰ ঘণ্টা, এটা শংখ আৰু ৩৩ টা দেৱ-দেৱীৰ মূৰ্তি আছে। আটাইতকৈ বিতোপন *মূৰ্তিটো ( ৩২ × ১৬ ছেঃ মিঃ ) হৈছে ইন্দ্ৰদেৱৰ। ইয়াত ইন্দ্ৰদেৱক ঐৰাৱতৰ ওপৰত বহি থকা দেখুওৱা হৈছে। এই মূৰ্তিবোৰৰ ভিতৰত দুটা বৌদ্ধ মূৰ্তিও আছে। ইয়াৰে এটা তাৰাদেৱীৰ ( খদিৰাৱনিৰ আৰ্হিৰ ) আৰু আনটো চুন্দাৰ। এইবোৰ মূৰ্তিৰ বেছিভাগেই পালশৈলীত নিৰ্মিত ভাস্কৰ্য। কেইটামান মূৰ্তি অৱশ্যে নিম্ন খাপৰ। এই মূৰ্তিকেইটা ঘূৰণীয়া তামৰ থালত সাঁচত কৰা। মূৰ্তি কেইটা নিম্ন খাপৰটো হয়েই, কি দেৱতাৰ বা দেৱীৰ তাকো ভালকৈ বুজা নাযায়। অৱশ্যে এই মূৰ্তিৰ কাষত কিছুমান আখৰ লিখা আছে। এইবোৰ সিমান স্পষ্ট নহয়। এই আখৰবোৰৰ শুদ্ধ পাঠ উদ্ধাৰ কৰিব পাৰিলে হয়তো ইয়াৰ কিছু সম্ভেদ পাব পৰা যাব।

পিংগলেশ্বৰৰ ভাস্কৰ্যৰাজিয়ে অসমৰ ভাস্কৰ্যৰ ভাণ্ডাৰলৈ বিশেষ সমল যোগাইছে। পিংগলেশ্বৰ মন্দিৰৰ স্থান বাইহাটা চাৰিআলিৰ প্ৰায় দুমাইল উত্তৰে। ইয়াত কেইবছৰমান আগতে স্থানীয় ৰাইজে আহোম ৰজা শিৱসিংহৰ দিনৰ মন্দিৰৰ ভগ্নগৰ্ভ গৃহটো নতুনকৈ সাজিবলৈ মাটি খানোতে বহুতো কাৰু-কাৰ্য কৰা শিল আৰু শিলত কটা মূৰ্তি ওলায়। এইবোৰ মূৰ্তি প্ৰাক্-আহোম যুগৰ। ইয়াৰপৰা অনুমান হয় যে প্ৰাক্-আহোম যুগত ইয়াত এটি শিলৰ মন্দিৰ আছিল আৰু ই কালক্ৰমত প্ৰাকৃতিক দুৰ্য্যোগ বা আন কাৰণতেই হওক মাটিত পোত খাই আছিল। এতিয়া এইবোৰ ৰাজ্যিক পুৰাতত্ত্ব বিভাগে সেই ঠাইতে সংৰক্ষণ কৰি ৰাখিছে। মূৰ্তিবোৰ বেছি ডাঙৰ আকৃতিৰ নহয় কিন্তু শিল্পৰ মানদণ্ডত উচ্চ।

দেৱ-দেৱীৰ মূৰ্তি ইয়াত বৰ কম দেখা যায়। ময়ূৰৰ ওপৰত বহি থকা কাতিক, এডাল ভগ্ন দ্বাৰশাখাত অংকিত কৰা ক্ষুদ্ৰ গণেশৰ মূৰ্তি আৰু এডাল সৰু দ্বাৰশিৰপত্তিৰ সোঁমাজত খোদিত কৰা গণেশৰ মূৰ্তিয়ে দেৱতাৰ মূৰ্তিৰ প্ৰতিনিধিত্ব কৰিছে। মূল মন্দিৰৰ গৰ্ভগৃহৰ তলত ( এতিয়া পানীৰে ভৰি আছে ) শিৱলিংগ এটা থকা বুলি স্থানীয় লোকে কয়। নন্দীৰ মূৰ্তিও অৱশ্যে ইয়াত দেখা যায়। ইয়াৰপৰা অনুমান কৰিবপৰা যায় যে ইয়াত প্ৰাক্-আহোম যুগত এটা শিৱৰ মন্দিৰ আছিল। শিৱসিংহৰ দিনৰ মন্দিৰটোও শিৱৰেই।

আটাইতকৈ উল্লেখযোগ্য কথা হৈছে এই যে পিংগলেশ্বৰৰ ভাস্কৰ্যত আমি কিছুমান কামাসক্ত নৰ-নাৰীৰ মূৰ্তি পাওঁ যিবোৰত প্ৰেমালিংগনতকৈও কাম-পিপাসু আবেগহে বেছি দেখা যায়। এনেকুৱা বেছি ধৰণে কামপিপাসা প্ৰতিফলিত হোৱা নৰ-নাৰী বা জন্তুৰ মূৰ্তি উৰিষ্যাৰ কোনাৰক, মধ্যপ্ৰদেশৰ খাজুৰাহো বা আন ঠাইৰ মূৰ্তিত প্ৰতিফলিত হোৱা দেখা নাযায়। কোনাৰক বা খাজুৰাহোৰ মূৰ্তিত কামাসক্তভাবৰ লগে লগে প্ৰেমালিংগনৰ ভাবো প্ৰতিফলিত হোৱাহে বেছিকৈ দেখা যায়। ইয়াতকৈও আচৰিত কথা যে পিংগলেশ্বৰৰ ভাস্কৰ্যৰাজিত কেতবোৰ হস্ত মৈথুন কৰা নৰ-নাৰীৰ ছবিও দেখা পোৱা যায়—যিবোৰ কোনাৰক বা খাজুৰাহোৰ ভাস্কৰ্যত দেখা নাযায়। কামাসক্ত নৰ-নাৰীৰ মূৰ্তি কেইটামান অসম ৰাজ্যিক সংগ্ৰহালয়তো সংৰক্ষিত হৈ আছে। এইবোৰ প্ৰাক্-আহোম যুগৰ। পিংগলেশ্বৰৰপৰা ৫ মাইল মান দক্ষিণে অৱস্থিত মদন-কামদেৱৰ মন্দিৰৰ ভগ্নাৱশেষৰ মাজতো কিছুমান কামাসক্ত মূৰ্তি দেখা যায়। এইবোৰ মূৰ্তিতো আমি ধুমৰ প্ৰেমালিংগনৰ ছবিৰ পৰিৱৰ্তে কামলিপ্সা চৰিতাৰ্থ কৰা দৃশ্যহে দেখোঁ। এইবোৰ মূৰ্তিৰ উপৰিও ভগ্ন মন্দিৰটোৰ শিলবোৰত নানা ৰকমৰ মূৰ্তি খোদিত কৰা আছে। বৃহদাকৃতিৰ উমা-মহেশ্বৰৰ ক্ষতি হোৱা মূৰ্তিটোলৈ চাই এইটো মূৰ্তিয়েই মন্দিৰৰ মূল বিগ্ৰহ আছিল বুলি সহজে অনুমান কৰিব পাৰি। শৈলীলৈ চাই এই সম্পদবোৰ ১১।১২ শ শতিকাৰ আছিল বুলি অনুমান হয়।



দেওপৰ্বত ( নুমলীগড় )ৰ মন্দিৰৰ ধ্বংসাৱশেষৰপৰাও আমি ভাস্কৰ্য আৰু স্থাপত্যৰ ধাৰা সম্বন্ধে জানিব পাৰোঁ। ইয়াতো এটা বৃহদাকৃতিৰ মন্দিৰ এসময়ত আছিল। কামক্ৰমত ই প্ৰাকৃতিক দুৰ্যোগৰ ফলত ভাগি পৰি শিলৰ দ'ম এটাত পৰিণত হ'ল। এই স্থানৰপৰা নুমলীগড় চাহবাগিছা নিচেই ওচৰত। এই বাগিছাৰ ভিতৰতেই এটি নামঘৰত কেইটামান পুৰণি শিলৰ মূৰ্তি স্থানীয়লোকে সংৰক্ষণ কৰি ৰাখিছে। এইবোৰ মূৰ্তি দেওপৰ্বতৰ ভগ্নাৱশেষৰপৰা কঢ়িয়াই নিয়া। এই ভাস্কৰ্যৰাজিৰ ভিতৰত আটাইতকৈ বিতোপন মূৰ্তি হ'ল নাক জোঙা, থুতুৰি দীঘল, হৰিণী নয়না চকু জুৰি আৰু দীঘল ভ্ৰূৰে সৈতে মুখত এমোকোৱা মিচিকীয়া হাঁহি লৈ থকা অপ্সৰাক প্ৰতি-ফলিত কৰা মূৰ্তি কেইটা। এনেকুৱা বিতোপন নাৰীসুলভ হাঁহিমুখৰ শিলত কটা মূৰ্তি অসমৰ আন ঠাইত এতিয়ালৈকে আৱিষ্কৃত হোৱা নাই। সামাজিক দৃশ্য প্ৰতিফলিত কৰা ভাস্কৰ্যও এই ভগ্নাৱশেষৰ মাজত দুই এপদ আছে।

এনেকুৱা ধৰণৰ মন্দিৰৰ ভগ্নাৱশেষ তেজপুৰৰ ওচৰৰ বামুনী পাহাৰত আছে। ব্ৰহ্মপুত্ৰ নদীৰ দক্ষিণ পাৰত অৱস্থিত এই পাহাৰৰ টিলাত এসময়ত সৰু বৰ কেবাটাও মন্দিৰে শোভাবৰ্দ্ধন কৰি আছিল। অসমৰ আন প্ৰাক্-আহোম যুগৰ মন্দিৰৰ দৰে এইবোৰো ভাগি পৰি শিলৰ দ'ম হৈ আছে মাথোন। ৰাখালদাস বেনাৰ্জীদেৱে প্ৰথমতে এই ঠাইত পুৰাতাত্ত্বিক অনুসন্ধান চলায় আৰু খোদিত কৰা শিলাখণ্ডবোৰ চিজিল লগাই থোৱাৰ পাছত মন্দিৰৰ ভেটি দেখে। ভগ্নাৱশেষৰ মাজৰ মন্দিৰৰ ভেটিৰ ওপৰত শিলত কটা নৰসিংহৰ মূৰ্তি আছে। ইয়াত থকা ভগ্নদ্বাৰশাখাডালো খোদিত কৰা। ইয়াৰ ওচৰতেই স্থানক অৱস্থাত আছে ভৈৰৱ মূৰ্তি এটা। ভাস্কৰ্যৰ আৰ্হিলৈ চাই এইবোৰ ৯ম—১০ম শতিকাৰ আছিল বুলি অনুমান কৰিব পাৰি।

তেজপুৰৰ কোলপাৰ্কত সংৰক্ষণ কৰা মূৰ্তিবোৰো ভাস্কৰ্যৰ ফালৰপৰা বেছ উল্লেখযোগ্য। ইয়াত থকা ধুনীয়া নৃত্যৰ দৃশ্যটোই সেই সময়ৰ এটা

সামাজিক তথা সাংস্কৃতিক জীৱনৰ ছবি দাঙি ধৰিছে। এটুকুৰা দীঘল প্ৰকাণ্ড শিলৰ তলৰফালে খোদিত কৰা ব্ৰহ্মা আৰু ব্ৰহ্মাৰ ওপৰৰ ফালে বিষ্ণুৰ অৱতাৰবোৰ খোদিত কৰা আছে। আন এচটা দীঘল শিলত সূৰ্যদেৱ আৰু কেইটামান গ্ৰহক মাজতলৈ দুয়োফালে ব্ৰহ্মা আৰু বিষ্ণুক সহচৰেৰে সৈতে স্থানক অৱস্থাত থকা দেখা যায়—অৱশ্যে প্ৰত্যেকটা গ্ৰহৰ মূৰ্তিৰ মাজতে এডালকৈ লঘু স্তম্ভ আছে যিয়ে প্ৰত্যেককে বেলেগে বেলেগে ৰাখিছে। ঠিক এনেকুৱা খোদিত কৰা শিল ( মন্দিৰৰ দ্বাৰ শিৰপত্তি ) শিঙৰী, মিকিৰআতি আদি বহু ঠাইত পোৱা গৈছে।

শিঙৰী চাহ বাগিছাৰ মাজত বিশ্বকৰ্মা মন্দিৰ ( এইটো এতিয়া দিয়া নাম )ৰ ভগ্নাৱশেষ দেখিলে আচৰিত নহৈ নোৱাৰি। ইয়াত কেবাটাও প্ৰকাণ্ড মন্দিৰ আছিল বুলি সহজে অনুমান কৰিব পাৰি। মন্দিৰৰ কাৰুকাৰ্যপূৰ্ণ শিলবোৰ ছেদেলি-ভেদেলি হৈ পৰি আছে কিন্তু এটাও শিলত কটা উল্লেখযোগ্য মূৰ্তি দৃষ্টি গোচৰ হোৱা নাই। সম্ভৱ এইবোৰ তলত সোমাই আছে। এই স্থানৰ দক্ষিণ আলিৰ দাঁতিত আন এটা ভগ্ন মন্দিৰৰ অৱশেষ পোৱা গৈছে আৰু ইয়াৰ কাষত কেবাটাও শিলৰ মূৰ্তি পৰি আছে। এচটা শিলত অন্য কেতবোৰ মূৰ্তিৰ লগতে ব্ৰহ্মাৰ মূৰ্তি এটাও দেখা যায়। শৈলীলৈ চাই সম্ভৱতে এইবোৰ ৯ম-১০ম শতিকামানৰ বুলি অনুমান কৰা হৈছে। এই স্থানৰ দক্ষিণে ব্ৰহ্মপুত্ৰৰ পাৰত পাহাৰৰ টিলা এটিৰ কাষতে গুপ্তেশ্বৰ মন্দিৰ। গুপ্তেশ্বৰ মন্দিৰৰ বিমানটো ( গৰ্ভগৃহ ) এতিয়াও ঠিয় হৈ আছে। অনুমান হয় এই স্থানত প্ৰাক্-আহোম যুগত এটা মন্দিৰ আছিল ; কিয়নো মন্দিৰৰ চৌহদত কেতবোৰ ভাস্কৰ্যৰ চানেকী দেখিবলৈ পাওঁ। এইবোৰ আনুমানিক ৯ম—১০ শতিকাৰ হ'ব। অনুমান হয় এতিয়াৰ মন্দিৰটো আহোম যুগৰ মন্দিৰটোৰ শিলবোৰেৰে সজা। গৰ্ভগৃহৰ দ্বাৰখন প্ৰাক্-আহোম যুগৰ নিশ্চয় নহয়—কাৰণ ইয়াৰ ভাস্কৰ্যৰ শৈলী নিম্ন খাপৰ।

হাজো আৰু কামাখ্যাত আমি প্ৰাক্-আহোম যুগৰো ভাস্কৰ্যৰ চানেকী দেখিবলৈ পাওঁ। হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰ কোচৰজা ৰঘুদেৱৰ দিনত নিৰ্মিত। কিন্তু এইটো ধাৰণা হয় যেন প্ৰাক্-আহোম যুগত ইয়াত কোনো মন্দিৰ আছিল আৰু ইয়াৰ চিনস্বৰূপে কেইটুকুৰামান শিলত সেই সময়ৰ কিছুমান সৰু আকৃতিৰ মূৰ্তি দেখিবলৈ পাওঁ। এনেকুৱা দুডোখৰমান পুৰণি শিল এতিয়াৰ মন্দিৰৰ চৌহদৰ পকা বেৰত লগাই থোৱা আছে। ইয়াৰ এডোখৰ শিলত



পিংগলেশ্বৰত পোৱা কামাসক্ত মূৰ্তিৰ দৰে দুটামান মূৰ্তি দেখা যায়। পিংগলেশ্বৰৰ তুলনাত অৱশ্যে এই মূৰ্তিৰ আকাৰ সৰু। কামাখ্যাত প্ৰাক্-আহোম যুগৰ ভাস্কৰ্য বিদ্যমান। কামাখ্যা মন্দিৰৰ চৌহদৰ কাষৰ মটৰ ৰখা ঠাইৰ সন্মুখতেই দুটা ধুনীয়া চামুণ্ডাৰ মূৰ্তি আছে। দুয়োটা মূৰ্তিতেই দেৱীৰ হাড় ওলোৱা, জিভা ওলোৱা আদি ভয়ঙ্কৰ ৰূপ প্ৰতিফলিত হৈছে। দুয়োটা ক্ষেত্ৰতেই দেৱীক মুণ্ডমালা পিন্ধোৱা হৈছে আৰু প্ৰেতাসনৰ ওপৰত বহা দেখা গৈছে। এটা মূৰ্তিৰ শিলাপত্ত ( শিলাপিঠি )ৰ ওপৰ ভাগ জোঙা। আনটো মূৰ্তিৰ শিলাপত্ত জোঙা নহয় যদিও দেৱীৰ মূৰৰ পিছফালে অগ্নিশিখাৰ দৰে শিখা কিছুমান দেখা যায়। শৈলীলৈ চাই দুয়োটা মূৰ্তিয়ে ১০—১১শ শতিকাৰ হ'ব যেন লাগে। অৱশ্যে হয়তো মূৰ্তিৰ দৰে শিলাপত্ত আন মূৰ্তিৰ ক্ষেত্ৰত পোৱা আমি নাই। নগাওঁ জিলাৰ নাতাংগাতো এটা বেয়াকৈ ক্ষতিগ্ৰস্ত হোৱা চামুণ্ডাৰ মূৰ্তি আছে।

কামাখ্যাৰ মূল মন্দিৰৰ পিছফালে থকা চৌহদৰ পশ্চিমদ্বাৰৰ ওচৰত ইটাৰ বেৰত কেইটামান শিলত কটা পুৰণি মূৰ্তি দেখা যায়। ইয়াৰ ভিতৰত এগৰাকী নাৰীয়ে নিজৰ স্তন পান কৰাই থকা দৃশ্যটো অতি মনোৰম। এনেকুৱা মাক আৰু সন্তানৰ মৰমৰ বান্ধোন প্ৰতিফলিত হোৱা ভাস্কৰ্য ভাৰততেই বিৰল বুলি ক'ব পাৰি। আন এটা শিলত দেখা যায় এজন পুৰুষে শংখ বজাই থকা দৃশ্য আৰু কেতবোৰ সামাজিক দৃশ্য। তোৰণখনৰ ভিতৰৰ ফালে তলৰ অংশত আছে এটি সৰু বেণুগোপালৰ মূৰ্তি। এই তোৰণৰ বাহিৰফালে অৰ্থাৎ পশ্চিমফালে কিছুদূৰ নামি গলে আন এখন অৰ্থাৎ শেষৰখন তোৰণ পোৱা যায়। ইয়াৰ নামনিত এটা শিলত কটা ধুনীয়া বিদ্যাধৰৰ মূৰ্তি আছে। পদ্মফুল এটাৰ ভিতৰত উৰন্ত ভংগিমাত মূৰত কীৰিট মুকুট, হাতত এধাৰি মালা আৰু আন অলংকাৰেৰে শোভিত কৰা বিদ্যাধৰক অংকিত কৰা হৈছে। ঠিক এনেকুৱা বিদ্যাধৰৰ মূৰ্তি এটা অসম ৰাজ্যিক সংগ্ৰহালয়ৰ চৌহদত সংৰক্ষণ কৰা হৈছে। কামাখ্যা মন্দিৰৰে পশ্চিমফালে থকা সৰু ঘণ্টকৰ্ণ মন্দিৰৰ ভেটিত শিলত কটা কিছুমান জন্তুৰ মূৰ্তি দেখা যায়। কামাখ্যা মন্দিৰৰ সন্মুখৰপৰা পুৰণি বাটেৰে নামি আহিলে বাটত দুই এটা মূৰ্তি দেখা যায়। ইয়াৰ এটা মূৰ্তি বৌদ্ধ মূৰ্তিৰ দৰে লাগে। কিন্তু আচৰিত যে মূৰ্তিটোৰ মূৰত কীৰিট মুকুট আছে আৰু বজ্ৰাসন অৱস্থাত থকা মূৰ্তিটোৰ চাৰিখন হাতত ধাৰণ কৰা শংখ, চক্ৰ, গদা আৰু পদ্মলৈ চাই এইটো বিষ্ণুমূৰ্তি বুলিহে ক'ব পৰা যায়।

গুৱাহাটীৰ শুক্রেশ্বৰ মন্দিৰৰ পিছফালে ব্ৰহ্মপুত্ৰৰ পাৰত শিলত কটা ডাঙৰ মূৰ্তি কেইটা উল্লেখযোগ্য। ইয়াত মহিষমৰ্দিনী, বিষ্ণু, সূৰ্য আৰু গণেশৰ মূৰ্তিও একোটাকৈ শাৰীপাতি আছে। এইটোৱেই অসমত সৰ্ববৃহৎ শিলৰ মূৰ্তি। ইয়াত বিষ্ণুক সোঁমাজত পদ্মাসন ভংগিমাত বহি থকা দেখুৱা হৈছে। সূৰ্য মূৰ্ত্তিটো স্থানক অৱস্থাত দেখুৱা হৈছে। শৈলীৰ ফালৰপৰা এই বৃহৎ ভাস্কৰ্যৰাজি ১০ম-১১শ শতিকাৰ বুলি ক'ব পাৰি।

ব্ৰহ্মপুত্ৰৰ মাজৰ উৰ্বশীৰ শিলত কটা মূৰ্তিকেইটা যদিও ক্ষয় গৈছে তথাপি ই আমাক মূল্যবান তথ্য দিছে। এই শিলামণ্ডত খোদিত কৰা বিষ্ণুৰ অৱতাৰবোৰৰ মূৰ্তি আৰু শিলৰ ওপৰত থকা আন চিহ্নৰপৰা অনুমান হয় এইবোৰ এসময়ত পানীৰ ওপৰত আছিল। ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে কানাই বৰশী বোৱা শিল আৰু দ'ল গোবিন্দ মন্দিৰ প্ৰাংগনত থকা মূৰ্তিসমূহে প্ৰাক্-আহোম যুগৰ হিন্দু ভাস্কৰ্যৰ সাক্ষ্য দিয়ে।

অসম ৰাজ্যিক সংগ্ৰহালয়তো অনেক মূৰ্তি আছে। অসমৰ বিভিন্ন ঠাইত প্ৰাপ্ত বেলেগ বেলেগ সময়ৰ ভাস্কৰ্যৰ নিদৰ্শন এই সংগ্ৰাহালয়তেই পোৱা যায়। ইয়াৰ ভিতৰত আটাইতকৈ পুৰণি মূৰ্তি হৈছে সমপাদস্থানক ভংগিমাত থিয় হৈ থকা দুধনৈৰ ওচৰৰ খাৰামেধীপাৰা গাওঁৰপৰা সংগ্ৰহ কৰা বিষ্ণু মূৰ্তিটো। এই মূৰ্তিত শেষ গুপ্ত বা প্ৰাক্-পাল যুগৰ ভাস্কৰ্যৰ আৰ্হি পোৱা যায়। এই মূৰ্তিটোত বিষ্ণুই গদাক দেৱী ৰূপত আৰু চক্ৰক পুৰুষৰ ৰূপত সন্মুখৰ হাট দুখনেৰে স্পৰ্শ কৰি থকা দেখুৱা হৈছে। গদাক দেৱী ৰূপত আৰু চক্ৰক পুৰুষৰ ৰূপত প্ৰতিবিম্বিত কৰা অসমত এইটোৱে একমাত্ৰ মূৰ্তি। বিহাৰ, বঙ্গ বা আন অঞ্চলত অৱশ্যে এনেকুৱা বিষ্ণু মূৰ্তি বহুতো পোৱা গৈছে।

দেওপানীৰ বিষ্ণু আৰু হৰিহৰৰ মূৰ্তি উল্লেখযোগ্য। এই ভাস্কৰ্যৰাজিও শেষ গুপ্তযুগৰ ভাস্কৰ্যৰ আৰ্হিৰ অৱলম্বনতেই নিৰ্মিত; অৱশ্যে ইয়াত স্থানীয় চাপ নিশ্চিত ভাবে পৰিলক্ষিত হৈছে। জনজাতীয় প্ৰভাৱ এই ভাস্কৰ্যৰ মুখত বিৰাজমান। হৰিহৰৰ মূৰ্তি দুটা আৰু বিষ্ণু মূৰ্তি এটাৰ পিছ-ফালে লিপিও খোদিত কৰা আছে। আকাৰত ডাঙৰ হৰিহৰ মূৰ্তি আৰু বিষ্ণু মূৰ্তিটো প্ৰায় ৮ম শতিকাৰ হ'ব বুলি অনুমান কৰা যায়। দেওপানীৰ দেৱালয়ত অইন কেতবোৰ মূৰ্তিৰ উপৰিও কেৱল নৰসিংহ (ওপৰৰ ভাগ সিংহ আৰু তলৰ ভাগ মানুহ) ৰূপত বিষ্ণুক প্ৰতিফলন কৰা মূৰ্তি এটাও আছে। এনেধৰণৰ মূৰ্তি অসমত এইটোৱেই প্ৰথম।



অসম ৰাজ্যিক সংগ্ৰালয়ত ৰখা কুকুৰমুতা (গুৱাহাটী)ৰপৰা সংগ্ৰহ কৰা নৃত্যৰ আখৰা দি থকা দৃশ্য প্ৰতিফলিত হোৱা আৰু এগৰাকী লাহী দেহৰ নাৰীক দুজনী সহচৰীৰে সৈতে নৃত্যকৰি থকা ভংগিমাত (?) থকা পোৰা মাটিৰ ফলক দুটা উল্লেখযোগ্য। গাৰোপাহাৰ জিলাৰ ভাইতবাৰী (ফুলবাৰীৰ ওচৰত) অঞ্চলৰপৰা সংগ্ৰহ কৰা পোৰা মাটিৰ কাৰ্তিক, গণেশ আৰু আন আন ভগা মূৰ্তিবোৰৰ শৈলীৰ গুৱাহাটীৰ পোৰা মাটিৰ মূৰ্তি কেইটাৰ লগত মিল আছে। দেহৰ গঠন আৰু সৌন্দৰ্যবৰ্ধনৰ ব্যৱস্থা আদিলৈ চাই এই সম্পদখিনি দশম শতিকাৰ বুলি অনুমান কৰা হয়।

অসমত প্ৰাপ্ত প্ৰাক্-আহোম যুগৰ ভাস্কৰ্যৰাজিৰপৰা এইটো প্ৰমাণিত হৈছে যে মধ্যযুগৰ পূৰ্বভাৰতীয় ভাস্কৰ্য শৈলীৰ লগত অসমৰ ভাস্কৰ্য শৈলীৰ বিভিন্নতা নাই। অৰ্থাৎ সেই কালছোৱাত গুপ্তযুগৰপৰা পালযুগৰ শেষলৈকে বিহাৰ, বঙ্গ, উৰিষ্যা আদি ৰাজ্যত থকা ভাস্কৰ্য শৈলীৰ প্ৰচলনৰ সমান্তৰাল শৈলী অসমতো জনপ্ৰিয় হৈ উঠিছিল। পালযুগৰ অন্তত বঙ্গৰ নিচিনা কামৰূপ ৰাজ্যতো কিছুকাল ধৰি ৰাজনৈতিক অনিশ্চয়তা বিৰাজ কৰিছিল। গতিকে ৰাজকীয় পৃষ্ঠপোষকতাৰ অভাৱ হৈছিল। সেয়ে দ্বাদশ শতিকাৰ পাছত কিছুবছৰলৈ শৈলী একে হলেও শিল্পৰ মানদণ্ড নামি গৈছিল। গুপ্তযুগত কামৰূপ গুপ্ত সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত নহলেও কামৰূপৰ ৰজাই কিছুকাললৈ গুপ্তসম্ৰাটক কৰ-কাটল দিব লাগিছিল। কামৰূপত গুপ্ত-প্ৰভাৱ নপৰাকৈ থকা নাছিল। আমি ইয়াৰ প্ৰমাণ তৎকালীন লিপি আৰু ভাস্কৰ্যত পাওঁ। প্ৰায় অষ্টম শতিকামানলৈ কামৰূপত গুপ্তশৈলীৰ প্ৰভাৱ কমকৈ হলেও পোৱা যায়। নৱম শতিকাত বঙ্গ-দেশত ইতিমধ্যে পালশৈলী বেছ জনপ্ৰিয় হৈ উঠে আৰু কামৰূপতো এই শৈলীয়ে স্থান লাভ কৰে। একাদশ শতিকাৰ শেষৰ ফালৰপৰা দ্বাদশ শতিকাৰ ভিতৰত নিৰ্মিত ভাস্কৰ্য আগৰ শৈলীতকৈ বেছি অলংকৃত। সেনবিলাকে দক্ষিণ ভাৰতৰপৰা বঙ্গদেশলৈ আহি একাদশ শতিকাৰ শেষৰফাললৈ ৰাজত্ব কৰে। তেওঁলোকৰ দিনতেই ভাস্কৰ্যৰাজিত সৌন্দৰ্য বঢ়াবলৈ অধিক অংলকৃত কৰা হয়; আৰু বেচন্ট জাতীয় কলা আৰু টান ভাস্কৰ্য নিৰ্মাণত বহুল ভাবে ব্যৱহাৰ হৈছিল। গুপ্ত আৰু পালযুগৰ মাজেৰে আহি একে শ্ৰেণীৰ ভাস্কৰ্যয়ে সেনৰ ৰাজত্বৰ সময়ত অধিক সৌন্দৰ্য লাভ কৰে আৰু

এই ভাস্কৰ্যৰাজিয়ে উচ্চশিখৰত উঠে যে তাত সন্দেহ নাই। সেন-ৰাজত্বৰ পতনৰ পাছত ইয়াৰো মানদণ্ড হ্রাস পায়। অসমতো আমি একে ছবিকেই দেখোঁ। আমি মনত ৰাখিব লাগিব যে সময়ে সময়ে কামৰূপ ৰাজ্যৰ পশ্চিম সীমা বহু দূৰলৈ (কৰতোৱা বা কুশীলৈ) বিস্তৃত আছিল আৰু কোচ-বিহাৰ, উত্তৰবঙ্গ আৰু উত্তৰ বিহাৰ আদি অঞ্চল এই ৰাজ্যৰ ভিতৰুৱা আছিল। গতিকে এতিয়া সেই অঞ্চলবোৰ বিহাৰ আৰু বঙ্গদেশ (উত্তৰবঙ্গ আৰু উত্তৰ বাংলা দেশ)ত পৰিছে যদিও সেই অঞ্চলৰ পুৰণি ভাস্কৰ্য কামৰূপৰেই যিহেতু আমাৰ অসমত পোৱা পুৰণি ভাস্কৰ্যৰাজিৰ লগত সেই অঞ্চল বিশেষৰ ভাস্কৰ্যৰ মিল থকা স্বাভাৱিক। ইও মন কৰিব লগা যে অসমত পোৱা ভাস্কৰ্যৰাজিৰ অইন প্রদেশৰ শৈলীৰ লগত মিল থাকিলেও কিছুমান ক্ষেত্রত স্থানীয় বিভিন্নতা দেখা যায়।

ওপৰত উল্লেখ কৰা হৈছে যে পাল ৰাজত্বৰ অন্তত কামৰূপত কোনো ৰাজগোষ্ঠীয়ে দীঘলীয়া স্থায়ী ৰাজত্ব কৰিব পৰা নাছিল। ত্রয়োদশ শতিকাৰ শেষৰফালে অসমৰ পূব-প্রান্তত চুতীয়াসকলে কিছু বছৰ ৰাজত্ব কৰে। তেওঁলোকৰ দিনৰ তাম্রেশ্বৰীৰ মন্দিৰৰ অৱশেষৰপৰা বুজা যায় যে, মন্দিৰটো সৰু আছিল আৰু দ্বাৰশাখা দুডালৰ ভাস্কৰ্যৰে বিশেষভাৱে অলংকৃত কৰা হোৱা নাছিল। দ্বাৰশাখা দুডালৰ তলৰ অংশত সাধাৰণতে খোদিত কৰা দ্বাৰপালৰ মূৰ্তিৰ দৰে এহাল দ্বাৰপালৰ মূৰ্তি আছিল। মূৰ্তি দুটা উচ্চপৰ্যায়ৰ নহলেও প্রাক্-আহোম যুগৰ পাল শৈলীতে গঢ়া আছিল বুলি ক'ব পাৰি। মন্দিৰৰ কিবা আন ভাস্কৰ্য আছিল যদিও সেইবোৰ এতিয়া আৰু দেখিবলৈ পোৱা নাযায়।

ত্রয়োদশ শতিকাৰ আগ ভাগত আহোমসকলে পূবফালৰপৰা আহি অসমত সোমায় আৰু এই মঙ্গলইদ ফৈদৰ লোকসকলে প্রথমতে পাটকাই পৰ্বতৰ চৰাইদেও পাহাৰত ৰাজধানী পাতি কিছু বছৰ অসমৰ পূব অংশৰ ওপৰত ৰাজত্ব কৰিছিল। চৰাইদেও পৰ্বতৰ দুটামান শিলৰ স্তম্ভৰ বাদে অন্য ভাস্কৰ্যৰ চানেকী পাবলৈ নাই। পাছলৈ আহোমসকলে উজনী অসম খণ্ডত ৰাজ্য স্থাপন কৰিছিল আৰু কামৰূপখণ্ডতো ৰাজত্বৰ শেষৰ ভাগত ৰাজত্ব চলাইছিল আৰু তেওঁলোকৰ হাতত বিশিষ্ট ভাস্কৰ্য গঢ়ি উঠিছিল। আহোম ভাস্কৰ্যৰ কীৰ্তি স্থায়ী ৰূপত আছে। ইয়াৰ নিদৰ্শন স্বৰূপে বহু সংখ্যক মন্দিৰ, আজিও স্থায়ী হৈ আছে আৰু অসমে সেইবোৰক লৈ গৌৰৱ



কৰি আছে। ছশ বছৰীয়া আহোম ৰাজত্বৰ আগ ছোৱাত ব্রহ্মপুত্র উপত্যকাত নিজৰ আধিপত্য স্থাপন কৰিবলৈ যথেষ্ট সময় লাগিছিল আৰু বহু ৰজাই চুবুৰীয়া শক্তিৰ লগত যুদ্ধত লিপ্ত থাকিব লগা হোৱাত আহোম ৰজাসকলে ভাস্কৰ্য ক'লা-কৃষ্টিত মনদিবপৰা নাছিল।

আহোম যুগৰ ভাস্কৰ্যৰ চানেকী প্রথম আমি দেখিবলৈ পাওঁ কমলাবাৰী সত্ৰৰ নামঘৰৰ তামৰ দ্বাৰখনত। ইয়াত খোদিত কৰা দশাৱতাৰৰ মূৰ্তিটোতেই সম্ভৱতঃ অসমত প্রথম বাৰৰবাবে আমি পাল-ভাস্কৰ্যৰ লগত অমিল দেখোঁ। ইয়াত পাল-ভাস্কৰ্যৰ খ্যাতি বা প্ৰভাৱ নাই। এই ভাস্কৰ্যত আমি সম্পূৰ্ণ বিভিন্ন আদৰ্শ পাওঁ। জনাত এই দ্বাৰখন সোতৰ শতিকাত স্বৰ্গদেৱ ৰাজেশ্বৰসিংহই দান দিয়ে। এইটো স্বীকাৰ্য যে আহোম শিল্পীয়ে প্রথম অৱস্থাত সংস্কৃত বা অসমীয়া ভাষা নাজানিছিল। তেওঁলোকে টাই ভাষা ব্যৱহাৰ কৰিছিল; যেনে মূৰ্তি-বিদ্যা বা স্থাপত্য-বিদ্যাৰ গ্রন্থবোৰ মানি এই বিদ্যাচৰ্চা কৰাত নিশ্চয় জ্ঞান পাইছিল। সেয়ে মূৰ্তি শাস্ত্ৰত লিখা নিয়ম অনুযায়ী মূৰ্তিবোৰ খোদিত কৰা হোৱা নাছিল। বৰং প্রাক্-আহোম যুগৰ দেৱতা আদিৰ মূৰ্তি চাইহে এই যুগত নতুন শৈলীত মূৰ্তি খোদিত কৰা বুলি ক'ব পৰা যায়। সেই কাৰণেই ৰাজেশ্বৰসিংহৰ দিনৰপৰা শিৱসিংহ ৰজাৰ ৰাজত্ব মানলৈ ধৰ্মোত্তৰ আৰু ব্রহ্মোত্তৰ মাটি দান দিওঁতে সংস্কৃত আৰু অসমীয়া জনা পণ্ডিতৰ হতুৱাইহে তামৰ ফলিত লিখাই দিছিল। এইবোৰ তামৰ ফলি অ ৰু ঠায়ে ঠায়ে শিলৰ ফলিতো স্থানীয় ক'লাৰ বৈশিষ্ট্যৰ নিদৰ্শন পোৱা যায়। তামৰ ফলিবোৰ কিন্তু ভাস্কৰ্যৰ শাৰীত নপৰে। এইবোৰ সুকীয়া ঐতিহাসিক সম্পদ।

স্মৰণীয় এই যে প্রাক্-আহোম যুগৰ পাল-শৈলীটো ত্রয়োদশ শতিকাৰ পাছত একেবাৰে শেষ হৈ যোৱা নাছিল। কোনো কোনো ঠাইত সেই শৈলী শিল্পীয়ে প্রৱৰ্তাই ৰাখিছিল যদিও ইয়াৰ মানদণ্ড নিম্নগামী হৈছিল। আমবাৰীৰ কিছুমান মূৰ্তিত এইটো দেখা যায়। আমি পূৰ্বতেই কৈছোঁ যে আমবাৰীত খনন কৰোঁতে পোৱা মূৰ্তিবোৰক শৈলী আৰু আকাৰ অনুযায়ী দুই ভাগত ভগাব পাৰি। ক্ষুদ্রাকৃতিৰ বিষ্ণু, মহিষমৰ্দিনী আদিৰ মূৰ্তিসমূহ প্রাক্-আহোম যুগৰ যে তাত সন্দেহ নাই। কিন্তু বৃহদাকাৰৰ মূৰ্তিসমূহ প্রাক্-আহোম-পাল শৈলীত খোদিত কৰা হলেও এইবোৰ পাল যুগৰ পাছৰ; অৰ্থাৎ ত্রয়োদশ চতুৰ্দশ শতিকামানৰ হ'ব যেনহে লাগে। কাৰণ এইবোৰ মূৰ্তিত পাল শৈলী দেখিবলৈ পালেও ইয়াৰ মান নিম্নগামী হোৱাৰ স্পষ্ট লক্ষণ দেখা যায়। এই

মূৰ্তিবোৰৰ শিলাপিঠি ( শিলাপত্ত )ৰ ওপৰ ভাগ একাদশ-দ্বাদশ শতিকাৰ পাল-মূৰ্তিৰ দৰে জোঙা ; কিন্তু জোংটোৰ দুয়োফালে সেইবোৰ মূৰ্তিৰদৰে বিদ্যাধৰৰ ক্ষুদ্ৰ মূৰ্তি নাই। শিলাপিঠিৰ মাজৰ ভাগত বা কাষৰ ফালেও একাদশ-দাদশ শতিকাৰ মূৰ্তিৰাজিৰ চানেকীৰে সৌন্দৰ্যবৰ্ধনৰ বাবে অলংকৃত নহয়। মূৰ্তিবোৰৰ দেহ গঠন পাল-মূৰ্তিৰদৰে হলেও পাল-ভাস্কৰ্যৰ দৰে নিখুঁত নহয়। প্ৰত্যেক মূৰ্তিৰ চকুৰ ভ্ৰূ আস্বাভাৱিক ভাবে ওপৰলৈ উঠা। চতুৰ্ভুজ মূৰ্তিটোৰ ক্ষেত্ৰত শৈলীৰ মান অধিক নিম্নগামী হোৱা পৰিলক্ষিত হৈছে। গুৱাহটীতেই পোৱা নৰ-সিংহৰ মূৰ্তি এটা এই ভাস্কৰ্যৰ লগত মিলে আৰু আমবাৰীৰ মূৰ্তিৰদৰে ইয়াৰ শৈলী নিম্নগামী হোৱা দেখা যায়। আমবাৰীত খনন কৰোঁতে এইবোৰ মূৰ্তি সমান্তৰাল ভাবে চতুৰ্থ স্তৰত পথালিকৈ পৰি থকা অৱস্থাত দেখা গৈ'ছিল আৰু এইবোৰৰ দুটামান মূৰ্তিত 'বৰন' 'অত্ৰিয়' আদি শব্দ প্ৰাচীন অসমীয়া আখৰত লিখা আছে। এইবোৰ আখৰৰ গঢ় ত্ৰয়োদশ শতিকাৰ উত্তৰ গুৱাহাটীৰ কানাই বৰশী বোৱা শিলালিপিৰ লগত মিলে। গতিকে এইবোৰ কথা বিবেচনা কৰি আমবাৰীৰ মূৰ্তিবোৰ ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ আগৰ নহয় বুলি ভাবিব পাৰি। অসম ৰাজ্যিক সংগ্ৰহালয়ৰ চৌহদত সংৰক্ষিত বৃহদাকাৰৰ নটৰাজ মূৰ্তিটোও আলোচিত মূৰ্তিৰাজিৰ লগত একেলগেই পোৱা। গতিকে ইও একে সময়ৰেই হ'ব। এই কথা স্বীকাৰ কৰিব লাগিব যে, বৃহদাকৃতিৰ উন্নত প্ৰকাৰৰ গ্ৰেফাইট শিলত খোদিত কৰা বাবে আৰু মাটিৰ তলত পথালিকৈ পোতখাই থকাৰ বাবে ইয়াৰ অকণো ক্ষয়-ক্ষতি হোৱা নাই। একেলগে একে ঠাইতে ওচৰা-ওচৰিকৈ এইবোৰ মূৰ্তি আমবাৰীত পোৱাটোও তাৎপৰ্যৰ কথা। সম্ভৱতঃ এই মূৰ্তিবোৰ আমবাৰীত জমা কৰি ৰখা হৈছিল, আৰু ইয়াৰপৰা এইবোৰ অইন মন্দিৰলৈ কোনোৱে বিক্ৰী কৰিছিল। অৰ্থাৎ সম্ভৱতঃ ইয়াত এটা খনিকৰৰ কেন্দ্ৰ আছিল। আমবাৰীৰ শিলা-লিপিৰ পাঠ উদ্ধাৰ কৰি ড° প্ৰতাপচন্দ্ৰ চৌধুৰীয়ে কৈছে যে ত্ৰয়োদশ শতিকাত ইয়াত এটা তান্ত্ৰিক-বৌদ্ধ সত্ৰ আছিল। খনন কৰোঁতে ইয়াত এখন ইটাৰ দেৱালৰ অংশ বিশেষ ওলাইছে। কিন্তু মূৰ্তিবোৰ যিদৰে মাটিৰ তলত সমান্তৰালভাৱে আছিল তাৰ্লৈ লক্ষ্য কৰিলে ইয়াক সহজে অনুমান কৰিব পাৰি যে যদি আমবাৰীত মাটিৰ তলত পোত গৈ থকা কিবা মন্দিৰ আছিলো তথাপি মূৰ্তিবোৰ সেই মন্দিৰতেই আছিল বুলি অনুমান কৰিবলৈ টান লাগে। দীঘলী পুখুৰীটো খুব সম্ভৱ



ব্ৰহ্মপুত্ৰৰ লগত সংলগ্ন আছিল আৰু ব্ৰহ্মপুত্ৰৰপৰা আমবাৰীৰ খননকাৰ্য চলোৱা স্থানলৈ মূৰ্তিবোৰ বা বৃহদাকৃতিৰ মূৰ্তি নিৰ্মাণৰ বাবে শিলাখণ্ডবোৰ অনা নিয়া কৰিবলৈ নাওৰ ব্যৱস্থা আছিল। বাহিৰৰপৰা শিলাখণ্ডবোৰ যে নাৱেৰে আনি এই ঠাইতেই মূৰ্তিবোৰ খোদিত কৰা হৈছিল তাকো ভালদৰে জনা নাযায়। কাৰণ ভঙা-চিগা শিলৰ টুকুৰা ( মূৰ্তি খোদিত ) আমি দেখা নাই। এই ৰহস্যৰ সম্ভেদ পোৱা যাব গোটেই ঠাই ডোখৰ সম্পূৰ্ণকৈ খানি উলিয়ালেহে। আমবাৰীৰ ভাস্কৰ্য ৰহস্যৰ জালত আবৃত।

প্ৰাক্-আহোম যুগৰ ছিগা-শৈলীত আহোম-যুগত খোদিত কৰা শিলামূৰ্তি অসমৰ অন্যান্য ঠাইতো পোৱা গৈছে। নগাওঁ জিলাৰ কুৰঁৱাটোলৰপৰা এমাইলমান উত্তৰে বাসুদেৱ থানত এটা ভগ্ন মন্দিৰৰ গৰ্ভগৃহত এটা গণেশৰ শিলৰ মূৰ্তিৰ কাষতে বিষ্ণুৰ চতুৰ্ভুজ মূৰ্তিৰ ভংগিমাত থকা মূৰ্তি এটা দেখা গৈছে। এই মূৰ্তিটো শংখ-চক্ৰ-গদা-পদ্মধাৰী। শিলা-পিঠিৰ ওপৰত কীৰ্তিমুখ এটাও দেখুৱা হৈছে। বিষ্ণুদেৱৰ পাদপীঠৰ তলত পাল-শৈলীৰ বিষ্ণু-মূৰ্তিৰ দৰে ধুনীয়াকৈ পদ্মকোষ বা পত্ৰলতা বা গড়ুৰ দেখুৱা হোৱা নাই। পৰিৱৰ্তে মেৰাই থকা সাপ আদিহে দেখুৱা হৈছে। এই মূৰ্তিটো ভালকৈ পৰীক্ষা কৰিলে দেখা যায়—মুখ্যখিনি অনুকৰণ কৰি শিল্পীয়ে নিজৰ কল্পনা কিছুমানৰ বাস্তৱত ৰূপ দিবলৈ আন কিবা-কিবি চিত্ৰিত কৰি শিলাখণ্ড পূৰ্ণ কৰিছে। অষ্টাদশ শতিকাৰ গুৱাহাটীৰ শুক্ৰেশ্বৰ জনাৰ্দন মন্দিৰৰ গৰ্ভগৃহত থকা বিষ্ণু মূৰ্তিটোও এই আৰ্হিৰ। ইয়াত বিষ্ণুক বহি থকা অৱস্থাত দেখুৱা হৈছে। এয়ে একমাত্ৰ পাৰ্থক্য। অষ্টাদশ শতিকাত স্বৰ্গদেৱ প্ৰমত্তসিংহৰ দিনৰ কামাখ্যা মন্দিৰত মহিষমৰ্দিনী মূৰ্তি খোদিত কৰা আছে। ইয়াৰ ওচৰতেই আছে আন এটি কোনো শাক্ত নাৰীমূৰ্তি। ইয়াত দেৱীক প্ৰেতাসনত ( মৰা মানুহৰ ওপৰত ) বহি থকা দেখুৱা হৈছে। এই মূৰ্তিটো পাল-শৈলীৰ ; কিন্তু দ্বিতীয় মূৰ্তিটো ( যিটো কোনো শাক্ত দেৱীৰ ) আহোম যুগৰ।

হাতীমূৰা পাহাৰৰ ওপৰত থকা মন্দিৰৰ মূল বিগ্ৰহ মহিষমৰ্দিনী শিলামূৰ্তিত কিন্তু পাল-চাপ দেখিবলৈ নাই। অৱশ্যে এইটো ঠিক যে প্ৰমত্তসিংহৰ দিনত খোদিত কৰা এই মূৰ্তি পাল-মূৰ্তিৰ বিষয় বস্তুৰ ওপৰত ভিত্তি কৰিয়েই নিৰ্মাণ কৰা। এনে ধৰণৰ দুটা মন্দিৰৰ বিষয়ে উল্লেখ কৰা ভাল হ'ব।

প্ৰথমটো কমলেশ্বৰসিংহৰ দিনত ( ১৭৯৫—১৮১০ খ্ৰীঃ ) গুৱাহাটীৰ ছত্ৰাকাৰ দেৱালয়ত প্ৰতিষ্ঠা কৰা হৈছিল। এই মূৰ্তিটোত এজোপা গছৰ

তলত ( কদম' ) এখন ভৰি আনখন ভৰিৰ ওপৰেৰে পাৰ কৰি ঠিয় হৈ থাকি বংশীবাদন কৰি গৰু আৰু কাষত গৰখীয়াজাক আনন্দিত কৰা বংশীবাদন কৃষ্ণক ত্ৰিভঙ্গ ভংগিমাত থকা দৃশ্য এটা প্ৰতিফলিত কৰি দেখুৱা হৈছে। শিল্পীয়ে মূৰ্তিটোত নিখুঁট হাতৰ পৰিচয় দিব পৰা নাই যদিও দৃশ্যটো বহলভাবে প্ৰতিবিম্বিত কৰিব পাৰিছে। এনেকুৱা বংশীগোপাল মূৰ্তি অসমৰ ক'তো পোৱা নাই। দ্বিতীয়টো হৈছে উত্তৰ গুৱাহাটীৰ অশ্বক্ৰান্ত দেৱালয়ৰ শিৰসিংহৰ দিনত প্ৰতিষ্ঠা কৰা অনন্ত-নাগ-শয্যাত থকা মূৰ্তি। এইখনি শিলৰ মূৰ্তিত ফণা মেলি থকা অনন্ত নাগ ( সৰ্প )ৰ ওপৰত বিষ্ণু নিদ্ৰাৱস্থাত ; কাষতে লক্ষ্মীদেৱী আৰু ভূমিদেৱী গোসাঁইৰ পৰিচৰ্যা কৰিছে। ফণা ধৰি থকা অনন্ত নাগৰ মেৰৰ তলত অলপ পুনি, পুনিৰ তলত কাছ আৰু কাছৰ তলত ভেকুলী এটা থাকি এনেদৰে নাগৰ ওপৰত শুই থকা বিষ্ণুদেৱক পানীৰ ওপৰত ৰাখিছে। বিষ্ণুৰ নাভিদেশৰপৰা ওলোৱা পদ্মৰ ওপৰত আছে ব্ৰহ্মা স্থানক অৱস্থাত, ব্ৰহ্মাৰ সোঁহাতে আছে মধু আৰু কৈটভ—দুই দানব। ইহঁত দুয়োৰে ওপৰৰ ফালে আছে মহামায়া। শিলাপত্তখনৰ ওপৰত ছত্ৰৰ দৰে বস্তু এটি আছে। ওপৰত উল্লেখ কৰা বংশীগোপাল মূৰ্তিটোত যেনেকৈ এটা দৃশ্য বিতংভাবে দেখুৱা হৈছে, ঠিক তেনেকৈ এইটো মূৰ্তিৰো এটা ঘটনাৰ নাটকীয় দৃশ্য তন্ন তন্নকৈ অঙ্কিত কৰা হৈছে। এই মূৰ্তিত শিল্পীয়ে মনুষ্যৰূপত দেৱতাসকলৰ দেহৰ গঠনত পাল-শৈলীৰ আলম লোৱা হোৱা নাই ; বৰং শিল্পীয়ে ইয়াত স্বকীয়-ভাবে নিজৰ সৃজনীশক্তিৰ পৰিচয় দি ইয়াক নতুন ৰূপত প্ৰকাশ কৰিছে, য'ত হুবহু আহোম শৈলীহে প্ৰকাশ পাইছে। প্ৰাক্-আহোম যুগৰ কোনো বিষ্ণুৰ মূৰ্তিত এনেকুৱা দৃশ্য প্ৰকাশ পোৱা নাই।

অসম ৰাজ্যিক সংগ্ৰহালয়ত তিনিটা শিলত কটা আহোম যুগৰ মূৰ্তি আছে। প্ৰথমটো পৰশুৰামৰ। শিল্পীয়ে ইয়াত আগৰ মূৰ্তিবোৰৰ দৰে পৰশুৰামৰ দেহৰ সৌন্দৰ্যত গুৰুত্ব দিয়া নাই। পৰশুৰামে লৈ থকা কুঠাৰখন যিমান ডাঙৰকৈ দেখুৱাইছে তাৰ তুলনাত তেওঁৰ দেহটো সৰু হৈছে। অৰ্থাৎ স্বাভাৱিক অৱস্থাত ইমান ডাঙৰ কুঠাৰ এখন এইটো দেহৰ পৰশুৰামে ধাৰণ কৰা সম্ভৱ নহয়। আনহাতে ককালৰপৰা তলৰ ভাগ খনিকৰে দেহৰ ওপৰ ভাগতকৈ দীঘলকৈ দেখুৱাইছে। দেৱতাজনে যিটো মুকুট পৰিধান কৰিছে সেইটো প্ৰাক্-আহোম যুগৰ মূৰ্তিয়ে পৰিধান কৰা দীঘল মুকুটৰ দৰে নহয়। দ্বিতীয় মূৰ্তি ব্ৰহ্মাৰ।



ইয়াত ব্ৰহ্মাক হংসবাহন ৰূপত দেখুৱা হৈছে। হংসবাহনে গমন কৰি আছে। ফলত হাঁহটোৰ বাওঁফাল আৰু দেৱতাজনৰ ককালৰপৰা তললৈ বাওঁফাল ( protile ) প্ৰদৰ্শিত হৈ আছে। কিন্তু ককালৰ ওপৰৰ অংশ অস্বাভাৱিক ভাবে সন্মুখৰফালে চাই থকা দেখুৱা হৈছে। আহোম যুগৰ ভাস্কৰ্যৰ যিকোনো দেৱী বা দেৱতাকে বাহনৰ ওপৰত উঠি থাকিলে দেৱী ব দেৱতাৰ দেহৰ তলৰ ভাগৰ এফাল আৰু বাহনটোৰ এফালহে প্ৰদৰ্শিত হয়। দেৱী বা দেৱতাই কিন্তু ককালৰপৰা দেহৰ ওপৰ ভাগ অস্বাভাৱিক ভাবে ঘূৰাই সন্মুখৰফালে মুখ কৰি থাকে। আহোম যুগৰ ভাস্কৰ্যৰ ই এক উল্লেখযোগ্য বিশিষ্ট লক্ষণ। পাল ভাস্কৰ্য বা আন কোনো ভাৰতীয় ভাস্কৰ্যৰ শৈলীতেই দেহৰ এনে ভংগিমা প্ৰদৰ্শিত মূৰ্তি আমাৰ অজ্ঞাত। তৃতীয় মূৰ্তিটো হৈছে অগ্নিৰ। শিলত কটা এই মূৰ্তিটো ব্ৰহ্মাৰ মূৰ্তিৰ দৰে দেখুৱা হৈছে। ইয়াত অগ্নিক ছাগলী বাহনৰ ওপৰত বহুৱাই দেহৰ তলৰ অংশৰ বাওঁফাল আৰু ছাগলীটোৰ বাওঁফাল প্ৰদৰ্শিত হৈছে। দেৱতাজনৰ দেহৰ ওপৰ অংশ কিন্তু অস্বাভাৱিকভাবে সন্মুখৰফালে মুখ কৰি থকা দেখুৱা হৈছে। শৈলী আৰু আদৰ্শৰ ফালৰপৰা তেজপুৰৰপৰা সংগ্ৰহ কৰা এই মূৰ্তিটো অষ্টাদশ শতিকাৰ হ'ব পাৰে। সম্ভৱ তিনিওটা মূৰ্তি মন্দিৰৰ বেৰত লগোৱা আছিল।

জয়সাগৰৰপৰা এটা নীলা মাৰ্বলৰ অচিনাক্ত দেৱীৰ মূৰ্তি অলপতে অসম ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। এই মূৰ্তিটো কোন দেৱীৰ চিনাক্ত কৰিব পৰা হোৱা নাই। মূৰ্তিৰ ওপৰৰ হাত দুখনে কোনো আয়ুধ ধাৰণ কৰা নাই, কেৱল মুঠি মাৰি আছে। মুঠিৰ ওপৰৰ ফালে দুটা সৰু বিন্ধা আছে। সম্ভৱ আয়ুধ দুটা বেলেগ কৈ লগাই দিয়া হৈছিল। তলৰ হাত দুখনৰ বাওঁফালৰখন মুদ্ৰা দিয়া আৰু সোঁফালৰখনে বৰদা মুদ্ৰা ধাৰণ কৰিছে।

প্ৰাক্-আহোম যুগত নিৰ্মিত কোনো মন্দিৰেই বৰ্তমান অক্ষতৰূপত অসমত নাই। শিঙৰীৰ বিশ্বকৰ্মা মন্দিৰটো অৱশ্যে প্ৰাক্-আহোম শৈলীতে পৰে। ইয়াক আগৰ মন্দিৰৰ ঠাইতে আগৰ মন্দিৰৰ শিলেৰে আহোম দিনত পুণৰ্নিমাণ কৰা বুলি কবলৈ যুক্তি আছে। কিন্তু আহোম যুগত সজোৱা বাকী মন্দিৰবোৰৰ বেছি ভাগেই ( অন্ততঃ নামনি আৰু মধ্য অসমৰ মন্দিৰবোৰ ) প্ৰাক্-আহোম যুগৰ মন্দিৰৰ ধ্বংসাৱশেষ স্থানতেই স্বকীয় আহোম-শৈলীত নিৰ্মাণ কৰা আৰু ইয়াৰ বেৰত ( ভিত্তিত ) প্ৰাক্-আহোম যুগৰ শিলত কটা ভাস্কৰ্যবোৰ ধুনীয়াকৈ লগাই দিয়া। অৱশ্যে আহোম যুগৰ ভাস্কৰ্যয়ো

মন্দিৰৰ বেৰত স্থান পাইছিল। উদাহৰণ স্বৰূপে, শুক্লেশ্বৰৰ জনাৰ্দনৰ মন্দিৰৰ ভিত্তিত ধুনীয়াকৈ লগোৱা মূৰ্তিবোৰ আৰু অশ্বক্রান্ত মন্দিৰৰ ভিতৰত লগোৱা মূৰ্তিসমূহৰ কথা উল্লেখ কৰিব পাৰি। এইবোৰ মূৰ্তিৰ সৰহভাগেই দেৱ-দেৱীৰ —যেনে বিষ্ণুৰ, বিষ্ণুৰ নানা অৱতাৰৰ, ব্ৰহ্মাৰ, মহিষমৰ্দিনীৰ, কাৰ্তিকেয় আদি দেৱতাৰ; কিন্তু এনেকুৱা কিছুমান দেৱতাৰ মূৰ্তি খোদিত কৰি মন্দিৰৰ বেৰত লগোৱা আছে যিবোৰ সহজে চিনাক্ত কৰিব নোৱাৰি! খুব সম্ভৱ খনিকৰে শাস্ত্ৰ মানি এইবোৰ মূৰ্তি তৈয়াৰ কৰা নাছিল। প্ৰাক্-আহোম যুগৰ শিল্পীয়ে নিজৰ স্বাধীনতা ৰক্ষা কৰিও সদায় শাস্ত্ৰ মানিহে দেৱ-দেৱীৰ মূৰ্তি নিৰ্মাণ কৰিছিল। কিন্তু আহোম যুগত সম্ভৱতঃ সংস্কৃত ভাষাৰ সম্যক্ জ্ঞান শিল্পীৰ নথকা হেতুকেই শিল্পীয়ে শাস্ত্ৰ মতে দেৱ-দেৱীৰ মূৰ্তি খোদিত কৰাত বেছি গুৰুত্ব নিদি নিজৰ শিল্পী মনৰ ইচ্ছাকহে বাস্তৱত ৰূপায়ণ কৰিছিল।

উল্লেখযোগ্য যে পাঠশালৰপৰা ২ কিলোমিটাৰ দক্ষিণ পূবে থকা ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়ৰ শিৱসিংহ ৰজাই স্থাপন কৰা শিৱ-দুৰ্গাৰ মূৰ্তিয়ে বৰ্তমানে নকৈ সজাব ধৰা মন্দিৰৰ ভিতৰত পূজা সেৱা পাই আছে। এই ঠাইতে প্ৰাক্-আহোম যুগৰ মন্দিৰৰ ধ্বংসাৱশেষ নামঘৰৰ কাষতে আৰু ওচৰতে থকা দ ঠাই (পুখুৰী)ত পৰি আছে। দেখা অৱস্থাত থকা চাৰি চুকীয়া ডাঙৰ ডাঙৰ কটা শিলাখণ্ডবোৰ সম্ভৱতঃ প্ৰাক্-আহোম যুগৰ মন্দিৰৰ ভেটি আৰু বেৰৰ অংশ আছিল। নতুনকৈ জয়দলৰ আৰ্হিত নিৰ্মাণ কৰিবলৈ ধৰা মন্দিৰৰ তলত বহু শিলাখণ্ড পাৰি দিয়াত সিবোৰ মন্দিৰৰ আধাৰ শিলা হৈ ৰ'ল। মন্দিৰত ব্যৱহাৰ কৰা অন্যান্য কিছুমান শিলা-সামগ্ৰী নামঘৰত ৰখা হৈছে। এই প্ৰাক্-আহোম যুগৰ মন্দিৰৰ উচিত তথ্য উদ্ধাৰ হলে প্ৰাক্-আহোম ভাস্কৰ্যৰ এটা সাক্ষ্য বহন কৰিব।

দুবছৰমান আগতে ডুবিৰ উত্তৰে ৰায়পুৰ ভাগৱতী পাৰা গাঁৱৰ পথাৰ আলিৰ দাঁতিত আগৰ এজোপা ডাঙৰ আঁহত গছৰ গুৰিত মূৰ্তিযুক্ত এটা শিলাখণ্ড উদ্ধাৰ হৈছে। ইয়াক ভাগৱতী পাৰাৰ নামঘৰত গাঁৱৰ মানুহে ৰাখিছে আৰু দেৱতাবোধে ভক্তি সহকাৰে সেৱা সতকাৰ কৰা হৈ আছে। মূৰ্তিযুক্ত শিলাখণ্ডটো ওঠৰ ইঞ্চি ওখ। ইয়াৰ দেখা ফাল দুটা। ঠিক মাজত পোনে পোনে দেখা কোণটোত এটা চতুৰ্ভুজ মূৰ্তি। সোঁফালৰ গালত এটা নাৰী মূৰ্তিক এজন পুৰুষ মূৰ্তিয়ে চুলিত ধৰি আজোৰা অৱস্থাত দেখুৱা



হৈছে। বাওঁফালৰ গালত এটা যুৱতী নাৰীক এজনীয়ে আঠু কাঢ়ি আৰু আন এজনীয়ে পাত্ৰ এটা দুহাতে লৈ প্ৰসাধন ব্যৱস্থাৰত থকা অৱস্থাত খোদিত কৰা হৈছে। মূৰ্তিযুক্ত শিলাখণ্ডৰ ওপৰত এটা ডাঙৰ বিন্ধা তললৈ ফুটাই দিয়া আছে। এই মূৰ্তিয়ে কোনো স্থানীয় মন্দিৰৰ নিদৰ্শন দিয়া বুলি অনুমান হয়। ঠাই ডোখৰ হাবিয়নি আছিল বুলি মানুহে কয়। খনন কৰিলে ইয়াত কোনো প্ৰাক্-আহোম যুগৰ মন্দিৰৰ সম্ভেদ পোৱা যাব পাৰে। মূৰ্তিযুক্ত শিলাখণ্ড প্ৰাক্-আহোম যুগৰ।

শৈল ভাস্কৰ্যৰ দৰে আহোম ৰজাৰ দিনত পোৱা মাটিৰ ভাস্কৰ্য (terra-cotta sculpture) কো এখন সুকীয়া আসন দিয়া হৈছিল। জয়সাগৰ পুখুৰীৰ পাৰত থকা ঘনশ্যাম দ'লৰ নাম উল্লেখযোগ্য। এইজনা মুছলমান শিল্পীয়ে আহোম-ৰজাৰ আমন্ত্ৰণ ক্ৰমে আহি বহুতো দ'ল সজায় আৰু নিজৰ তত্ত্বাৱধানত পোৱা মাটিৰ ভাস্কৰ্যৰে সেইবোৰ অলংকৃত কৰিছিল। তেওঁ নিজে থকা আবাসটো নানাৰকমৰ পোৱা মাটিৰ ভাস্কৰ্য আৰু ধুনীয়া নক্সা আদিৰে সুশোভিত কৰি তোলে। সেইবাবে এই কাৰুকাৰ্যৰে শোভিত ইটাৰে সজা থকা ঘৰটোক এটা দ'ল বুলি কোৱা হয়—যদিও ইয়াত বিগ্ৰহ নাই।

জয়সাগৰৰপৰা সংগ্ৰহ কৰা আহোম যুগৰ পোৱা মাটিৰ ভাস্কৰ্যৰ নমুনা হিচাপে কেইটামান সাঁচ (east) অসম ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে। প্ৰতিটো ২০·১ × ১০·৬ ছেঃ মিঃ জোখৰ। প্ৰথমটো ফলকত বিষ্ণুৰ মৎস্যাৱতাৰ, দ্বিতীয়টোত কূৰ্মাৱতাৰ আৰু তৃতীয়টোত বৰাহাৱতাৰত সাঁচৰ মূৰ্তি। আন এটা সাঁচত মহিষমৰ্দিনী আৰু আন এটাত বেণুগোপালৰ মূৰ্তি আছে; বাকীবোৰ ফলকত এজন জনজাতীয়ই পিঠিত বস্তু কঢ়িওৱা, চিকাৰী, ভক্ত, গছৰ তলত হাতী, কাৰেঙত থকা ৰজাৰ ওচৰলৈ চৰাই লৈ যোৱা ইত্যাদি দৃশ্য প্ৰতিফলিত হোৱা দেখা যায়। প্ৰতিটো ফলকৰ খালি ঠাইত কোনো পাত-লতা বা ফুলেৰে নক্সা অলংকৃত কৰা হোৱা নাই। ৰজাক চিত্ৰিত কৰা ফলকটোত মোগল শৈলীৰ চাপ বেচিকৈ পৰিছে।

মৰনৈত ধ্বংসস্তুপৰপৰা উদ্ধাৰ হোৱা শিৱলিংগৰ লগতে পোৱা কেইখনমান পোৱা মাটিৰ মূৰ্তিৰ এখনত গছত উঠি থকা এটা বান্দৰে কল খাই আছে আন এখনত এটা ডামুৰীয়ে মাকৰ ওহাৰত পাখীৰ পি আছে। এনে ভাস্কৰ্য আৰু বহুতো আছে। এইবোৰত মোগল ভাস্কৰ্যৰ বা বঙ্গীয়

চাপপৰা বুলি অনুমান হয়। এইবোৰ নদীৰ পাৰত ৰখা বিগ্ৰহটোৰ ওচৰতে ৰখা হৈছে।

বাঘাপাৰাৰপৰা আনি অসম ৰাজ্যিক সংগ্ৰহালয়ত ৰখা কেইটামান পোৰা মাটিৰ মূৰ্তিৰ কথাও আমি উল্লেখ কৰিব পাৰোঁ। ইয়াত মোগল অশ্বাৰোহী সৈন্যৰ চিকাৰ, এশাৰী গৰু পোৱালী, এশাৰী হাঁহ, সৈন্যই বৰটোপ মৰা আদি দৃশ্য প্ৰদৰ্শিত হৈছে। এটা ফলকত কংসই দৈৱকীৰ পুত্ৰক বধ কৰা দৃশ্য আৰু আন এটাত চতুৰ্ভুজ বিষ্ণুক দেখুৱা হৈছে। বাঘাপাৰাৰ ভাস্কৰ্যত মোগল শৈলীৰ যে চাপ পৰিছে বা বঙ্গদেশৰ মৃন্ময় ভাস্কৰ্যৰ আৰ্হিত গঢ়া তাৰ স্পষ্ট লক্ষণ আমি পাওঁ। জয়সাগৰৰ মৃন্ময় ভাস্কৰ্যত যে এই চাপ নাই এনে নহয়। কিন্তু বাঘাপাৰাৰ ভাস্কৰ্যৰ তুলনাত জয়সাগৰৰ ভাস্কৰ্যত মোগল চাপ কম। মৰনৈৰ ভাস্কৰ্যতো মোগল চাপ কম।

অসম ৰাজ্যিক সংগ্ৰহালয়ত এটা বৰ ধুনীয় পোৰা মাটিৰ ফলক আছে। ইয়াত হাতী আৰু ঘোঁৰাত উঠি বাঘ চিকাৰ কৰা দৃশ্য প্ৰতিফলিত হৈছে। বননিৰ দৃশ্যটো বৰ ধুনীয়াকৈ প্ৰতিফলিত হৈছে। ইয়াতো মোগল ভাস্কৰ্যৰ স্পষ্ট লক্ষণ পৰিলক্ষিত হৈছে। এটা সূৰ্যৰ মূৰ্তিৰ কথা উল্লেখ কৰা ভাল হ'ব। অষ্টাদশ শতিকাৰ এই মূৰ্তিটো শিৱসাগৰৰ জগদ্ধাত্ৰী দ'লৰ বেৰত এটা পোৰা মাটিৰ ফলকত দেখা যায়। ইয়াত সাতোটা ঘোঁৰাৰে টনা ৰথখন ঘোঁৰাৰ প্ৰায় পিঠিৰ ওপৰত দেখুৱা হৈছে। সাতোটা ঘোঁৰাৰ প্ৰথমটোৰ বাওঁফালে আৰু বাকী ছটা ঘোঁৰাৰ মুখ কেইখন প্ৰদৰ্শিত হৈছে। ঘোঁৰাবোৰৰ সমুখৰ ফালৰ এখন ঠেং দাঙি থকা আৰু আনখন ঠেং মাটিৰ ওপৰত ভৰ দি থকা দেখুৱা হৈছে। ঘোঁৰা কেইটাৰ পিছত ( ওপৰত ) থকা ৰথত আঠু কাঢ়ি বহি আছে সূৰ্য দেৱতা। সূৰ্যদেৱৰ সন্মুখত আছে ৰথৰ চালক সাৰথি অৰুণ। মূৰ্তিটোৰ ৰথৰ ঘোঁৰা কেইটা বৰ ধুনীয়াকৈ প্ৰদৰ্শিত হৈছে। এনেকুৱা আৰ্হিৰ সূৰ্য মূৰ্তি বৰ বিৰল।

শিলৰ ভাস্কৰ্যৰ আৰু মৃন্ময় ভাস্কৰ্যৰ দৰে ধাতবীয় ভাস্কৰ্যৰো আহোম যুগত বিকাশ হৈছিল। আহোম যুগত বহুত মন্দিৰত বিগ্ৰহ হিচাপে পিতলৰ মূৰ্তি নিৰ্মাণ কৰিছিল। অসম ৰাজ্যিক সংগ্ৰহালয়ত কেবাটাও আহোম যুগীয় পিতলৰ মূৰ্তি আছে। ইয়াৰ ভিতৰত ডিব্ৰুগড় জিলাৰ লাকুৱা মৌজাৰপৰা অনা বিষ্ণুমূৰ্তিটো উল্লেখযোগ্য। ইয়াৰ জোখ ৫০.৫ × ৪০.৪ ছেঃ মিঃ। সমপদস্থানক ভংগিমাত থকা মূৰ্তিটোৰ চাৰি হাতত একো আয়ুধ নাই।



সম্ভৱ আয়ুধ কেইটা হাতত লগাই দিয়া হৈছিল। জয়সাগৰৰপৰা সংগ্ৰহ কৰা মাৰ্বলৰ অচিনাক্ত দেৱীৰ মূৰ্তিটোৰ লগত এই বিষয়ক এই মূৰ্তিৰ সাদৃশ্য আছে। কিন্তু এই মূৰ্তিটোত বিষ্ণুৰ দুয়োফালে লক্ষ্মী আৰু সৰস্বতীক দেখা যায়। লক্ষ্মী আৰু সৰস্বতীৰ হাতত কোনো আয়ুধ নাই ; কিন্তু আয়ুধ ধাৰণ কৰা ভংগিমাত আছে। সম্ভৱ এই ক্ষুদ্ৰ মূৰ্তিটোত বিষ্ণুৰ মূৰ্তিৰ দৰে আয়ুধ-বোৰ বেলেগে লগোৱা হৈছিল। কিৰীট মুকুট পিন্ধি থকা বিষ্ণু মূৰ্তিটোৰ মুখমণ্ডল মঙ্গোলীয় প্ৰভাৱৰপৰা হাত সাৰিবপৰা নাই মূৰ্তিটোৰ শৈলীলৈ চাই ইয়াক ষোড়শ শতিকামানৰ বুলি ধাৰণা কৰা যায়। দ্বিতীয় মূৰ্তিটো মহিষমৰ্দিনীৰ ; ইয়াৰ জোখ ৪০.১ × ৪০.৪ ছেঃ মিঃ। এইটো তিনচুকীয়াৰপৰা সংগ্ৰহ কৰা। ইয়াত মহিষাসুৰৰ শিৰস্ত্ৰান, জোতা, দেৱীৰ কটিবস্ত্ৰ আদিত মোগল চাপ দেখা যায়। সেই ফালৰ পৰা এই সম্পদটো অষ্টাদশ শতিকাৰ বুলি কব পাৰি।

বাকী পিতলৰ মূৰ্তিৰ ভিতৰত নগাওঁ জিলাৰ লাওখোৱাৰপৰা সংগ্ৰহ কৰা বিষ্ণু মূৰ্তিটো উল্লেখযোগ্য। ইয়াত বিষ্ণুক শংখ-চক্ৰ-গদা-পদ্ম পৰিধান কৰা অৱস্থাত দেখুৱা হৈছে। ইয়াত কিন্তু মোগল চাপ নাই। কামৰূপ জিলাৰ পুথিমাৰীৰপৰা অনা অৰ্জুন, কামৰূপ জিলাৰেই কোনো ঠাইৰপৰা অনা কৃষ্ণ, লক্ষ্মীমপুৰৰ ওড়ৰৰ চামধৰা গাওঁৰ দুটা বংশীগোপালৰ মূৰ্তি, সেই ঠাইৰপৰাই গোটোৱা লাডুৱাগোপাল আৰু বিল্বেশ্বৰ দেৱালয়ৰপৰা সংগ্ৰহ কৰা বংশীগোপাল আদিৰ মূৰ্তিয়ে আহোম যুগৰ ভাস্কৰ্যৰ চানেকী দাঙি ধৰিছে।

উমানন্দ মন্দিৰৰ মূল বিগ্ৰহটো আছিল শিৱৰ। ইয়াত নন্দীবাহনৰ ওপৰত শিৱক বহি থকা দেখুৱা হৈছে। দেৱতাগৰাকীৰ তিনিওফালে তিনিটা আৰু ওচৰত এটা মূৰ স্পষ্ট দেখা যায়। পিছফালৰ মূৰ্তিটো সাধাৰণতে লুকাই থকা বা দেখুৱা নহয় বুলি কোৱা হয়। শিৱৰ ডিঙিত থকা সৰ্পডালে শিৱৰ মূৰৰ ওপৰত ফণা তুলি আছে। এই ৰূপৰ আটক ধুনীয়া মূৰ্তিটো অলপতে মন্দিৰৰপৰা চুৰি হৈছে। এই বিগ্ৰহটোৰ দুয়ো কাষে আৰু ওপৰৰ ফালে এডোখৰ বেলেগ ৰূপত ধুনীয়া ফুল আৰু লতাৰ চানেকী চিত্ৰিত কৰা দেখা যায়। এই আৰ্হিত মোগল-চাপ দেখা যায়।

আহোমসকলে উজনি অসমত যেতিয়া ৰাজ্য শাসন কৰিছিল, তেতিয়া গোটেই নামনি অসম কোঁচ ৰজাৰ শাসনাধীন আছিল। কোঁচ ৰজাসকলৰ দিনতো

ক'লা-কৃষ্টিৰ যথেষ্ট বিকাশ হৈছিল। বৰ্তমানৰ কামাখ্যা মন্দিৰটো কোঁচ ৰজা নৰনাৰায়ণে সজাইছিল যদিও কামাখ্যাত প্ৰাক্-আহোম যুগত সজা মন্দিৰ আছিল বুলি অনুমান হয়। কামাখ্যাত যদিও প্ৰাক্-আহোম যুগৰ মূৰ্তি অ'ত ত'ত দুটা এটা দেখা যায় তথাপি মন্দিৰৰ বেৰত লগোৱা প্ৰায়বোৰ মূৰ্তিয়েই কোঁচ আমোলৰ বুলি আমি ভাবোঁ। এইবোৰ মূৰ্তিৰ আহোম যুগৰ মূৰ্তিৰ লগত খুউব সম্বন্ধ নাই। পালৰ পাছত যেনেকৈ আহোম-ভাস্কৰ্যত আমি কেতবোৰ নিয়মগামী লক্ষণ দেখোঁ, তেনেকৈ কোঁচ ভাস্কৰ্যতো আমি নিয়মগামী ছবি এখন দেখোঁ। তথাপি ইয়াত এটা সুকীয়া গঢ় সষ্টকৈ পৰিলক্ষিত হৈছে।

কোঁচ ৰজাৰ পৃষ্ঠপোষকতাত কটা ভাস্কৰ্যৰাজিত আমি মানৱীয় মূৰ্তিবোৰ দীঘল দেখোঁ। আহোম ভাস্কৰ্যত মানুহৰ মূৰ্তিবোৰ কিন্তু বেছি দীঘল নহয়। কোঁচ শিল্পীয়ে মানৱীয় ৰূপত কটা দেৱ-দেৱীৰ মূৰ্তিবোৰৰ দেহ অলপ ক্ষীণ; কিন্তু আকাৰত ওখ। এই ভাস্কৰ্যৰাজিত মঙ্গোলীয় বা মোগল চাপ নাই বুলি কলে ভুল কৰা নহ'ব। দেৱ-দেৱী বা আন মনুষ্যৰূপত কটা মূৰ্তিৰ মুখ-মণ্ডল অলপ উৰিয়াৰ চাপ পৰিছে যেন লাগে (?)। এইবোৰৰ দেহ ক্ষীণ আৰু দীঘল। লক্ষণবোৰ দ্বাদশ শতিকাৰ সেনসকলৰ ভাস্কৰ্যৰ প্ৰভাৱৰ ফলতেই সম্ভৱ কোঁচ শিল্পীসকলে নিজৰ ভাস্কৰ্যতো খটুৱাবলৈ ললে।

সেনভাস্কৰ্যত যিবোৰ মূৰ্তি স্থানক অৱস্থাত খোদিত কৰা হৈছে, সিবোৰৰ প্ৰায়ভাগেই সমপাদ স্থানক ভংগিমাত দেখা যায়,—কিন্তু কোঁচ ভাস্কৰ্যৰ বেছি ভাগ স্থানক মূৰ্তিয়ে দ্বিভঙ্গ বা ত্ৰিভঙ্গ ৰূপত দেখা যায়। আহোম ভাস্কৰ্যৰ দৰে কোঁচ ভাস্কৰ্যতো খোদিত কৰা বিষ্ণুৰ বেলেগ বেলেগ অৱতাৰ, ব্ৰহ্মা, বিষ্ণু আদি নানাৰকমৰ দেৱ-দেৱীৰ মূৰ্তিয়ে কামাখ্যাৰ মন্দিৰ ভিত্তি (বেৰ) শুৱনি কৰি ৰাখিছে। কামাখ্যাৰ মন্দিৰৰ চৌহদৰ পশ্চিম ফালৰ টোৰণখন (পাণ্ডুলৈ যোৱা পথ)ত উৰিয়াৰ আদৰ্শত গঢ়া পৰিলক্ষিত হৈছে।

কামাখ্যাৰ দৰে হাজোৰ হয়গ্ৰীৱ-মাধৱৰ মন্দিৰটোও কোঁচ ৰজা (ৰঘুদেৱ) দিনতে সজোৱা। ইয়াতো প্ৰাক্-আহোম যুগৰ এটি মন্দিৰ থকা বুলি অনুমান হয়। উক্ত স্থানতে সম্ভৱ স্থাপত্যবিদে বৰ্তমানৰ মন্দিৰটো সাজে। বৰ্তমান মন্দিৰৰ গৰ্ভ-গৃহৰ পাদ ভাগত বাহিৰৰ ফালে থকা হাতীৰ শাৰীৰ ভাস্কৰ্যখিনি নিশ্চয় প্ৰাক্-আহোম যুগৰ মন্দিৰটোৰ অংশ বিশেষ। হয়গ্ৰীৱ-মাধৱৰ মন্দিৰৰ



হাতীৰ শাৰীৰ অলংকাৰ ইলোৰাৰ মন্দিৰৰ গজথৰৰ লগত মিল দেখা যায়। মন্দিৰৰ বেৰৰ চাৰিওফালে কামাখ্যাৰ মন্দিৰৰ দৰে ইয়াতো সুন্দৰকৈ বিভিন্ন ধৰণৰ মূৰ্তি লগোৱা আছে। কামাখ্যাৰ ভাস্কৰ্যৰ লগত ইয়াৰ ভাস্কৰ্যৰ শৈলী একে; কিন্তু মূৰ্তিবোৰৰ দৈৰ্ঘ অলপ কম। এইটো সম্ভৱ একে সময়ৰে বেলেগ শিল্পীৰ হাতত বিভিন্ন সৃষ্টিগত চাপ ৰৈছে। এই ভাস্কৰ্যতো মোগল চাপ নজৰত নপৰে।

আহোম আৰু কোঁচ ৰাজত্বৰ সমসাময়িক কছাৰীসকলে বিভিন্ন অঞ্চলত ৰাজত্ব কৰিছিল। প্ৰথম ৰাজধানী আছিল ডিমাপুৰত। তাৰ পাছত মাইবং আৰু শেষত খাচপুৰলৈ ৰাজধানী স্থানান্তৰিত কৰা হৈছিল। কছাৰীসকলৰ ফৈদৰে বৰাহীসকলে[১৬] ব্ৰহ্মপুত্ৰৰ উত্তৰফালে এসময়ত ৰাজত্ব কৰিছিল। দৰং জিলাৰ উত্তৰ সীমাৰ কাষত অৰুণাচল প্ৰদেশৰ ভিতৰত নক্সাল পৰ্বত অঞ্চলত পোৱা ধ্বংসাৱশেষে ইয়াৰ সাক্ষ্য দিয়ে। সম্প্ৰতি এই ধ্বংসাৱশেষৰপৰা কেইপদমান সম্পদ আনি ৰাজ্যিক সংগ্ৰহালয়ত ৰখা হৈছে।

এইবোৰ ভাস্কৰ্যত সৰ্প আৰু আহঁত গছৰ চিত্ৰ ভালদৰে প্ৰকাশ পাইছে, কাৰণ বৰাহীসকলৰ মাজত সৰ্প পূজা আৰু বৃক্ষ-পূজাৰ বহুল প্ৰচলন আছিল। পুৰুষৰ ঢুলীয়া-ঢুলিৰ দৃশ্য, যোদ্ধা, পুৰোহিত আদিয়েও এই ভাস্কৰ্যত স্থান পাইছে। আহোম বা কোঁচ ভাস্কৰ্যতকৈ এই ভাস্কৰ্যৰাজিত অধিক নিয়মগামিতা দেখোঁ। কেইটামান মূৰ্তিৰ স্থানৰ ভংগিমা অৱশ্যে আহোম ভাস্কৰ্যৰ স্থানক মূৰ্তিৰ লগত মিলে। মূৰ্তিৰ মুখবোৰ বহল আৰু নাকবোৰ চেপেটা দেখা যায়। ইয়াত আঞ্চলিক জনজাতীয় শাৰীৰিক গঠনৰ চাপ বাৰুকৈয়ে পৰিছে। সময়ৰ ফালৰপৰা এই সম্পদসমূহ চতুৰ্দশ-ষোড়শ শতিকাৰ ভিতৰৰ বুলি অনুমান কৰা যায়।

ব্ৰহ্মপুত্ৰৰ দক্ষিণে ৰাজত্ব কৰা কছাৰীসকলৰ ডিমাপুৰ ৰাজধানীত এতিয়াও কছাৰীসকলৰ দিনৰ কীৰ্তি চিন দেখিবলৈ পোৱা যায়।[১৭] ইয়াত দুই প্ৰকাৰৰ কাৰুকাৰ্য কৰা স্তম্ভ কেতবোৰ আছে। ইয়াৰ প্ৰথম প্ৰকাৰ,—Chessman-Columns—স্তম্ভত পুষ্প আৰু জ্যামিতিক (ৰৈখিক) চানেকী পোৱা যায়। ইয়াত কোনো জীৱ-জন্তুৰ প্ৰকাশ নাই। দ্বিতীয় প্ৰকাৰ V-Shaped Pillars—স্তম্ভ বেছিকৈ অলংকৃত কৰা। ইয়াত ঘূৰণীয়া পদ্ম-চানেকী থকাৰ উপৰিও নানা প্ৰকাৰৰ জীৱ-জন্তুৰ ছবি প্ৰতিফলিত হৈছে। তৃতীয় প্ৰকাৰ—Buffelo-horn Columns স্তম্ভ। ইয়াত জীৱ-জন্তু আৰু পুষ্প আদিৰ চানেকী পোৱা

যায়। ডিমাপুৰৰ এই ভাস্কৰ্যৰাজি নিশ্চয়কৈ কছাৰী ৰাজত্বৰ কিবা ঘটনাৰ মূৰ্তিসৌধ হিচাপে গণ্য কৰা যায়। কাছমাৰী পথাৰতো এনেকুৱা কাৰুকাৰ্য থকা স্তম্ভ পোৱা যায়। চমুকৈ কবলৈ গলে ভাস্কৰ্যৰাজি সেইসময়ৰ উত্তৰ ভাৰতৰ আৰ্য সংস্কৃতিৰ লগত খুব বেছি নিমিলে। ইয়াৰ সময় ষোড়শ শতিকা বুলি কোৱাৰ যুক্তি আছে।

আমি এটা কথা মনত ৰাখিব লাগিব যে অসমত কোঁচ-আহোম আদিৰ ৰাজত্বৰ সময়ত মহাপুৰুষ শংকৰদেৱৰ জন্ম হয় ১৪৪৯ খ্ৰীঃত[১৮] আৰু এই মহান পুৰুষগৰাকীয়ে বা তেখেতৰ সুযোগ্য শিষ্যবৰ্গে অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰৰ অৰ্থে অসমৰ নানা ঠাইত বৈষ্ণৱ-সত্ৰ স্থাপন কৰে। এই সত্ৰবোৰৰ প্ৰত্যেক-টোৱে একোটা কলা-কেন্দ্ৰ। এই কেন্দ্ৰবোৰত কাঠৰ ভাস্কৰ্যই এক সুকীয়া স্থান লাভ কৰে। প্ৰত্যেকটো সত্ৰৰ থাপনা, নামঘৰ আদি কাঠৰ ভাস্কৰ্যৰ দ্বাৰা অলংকৃত কৰা। এইবোৰ ভাস্কৰ্য আহোমৰ শৈল ভাস্কৰ্যৰ লগত প্ৰায় একেই। কিন্তু যিহেতু এইবোৰ বৈষ্ণৱানুষ্ঠান—বৈষ্ণৱ দেৱ-দেৱতাৰ মূৰ্তিহে বেছিকৈ প্ৰাধান্য লাভ কৰিছিল। বিষ্ণুৰ দশাৱতাৰ আৰু অন্যান্য কাহিনী, গজ-সিংহ আদিৰ কাঠত কটা মূৰ্তি প্ৰায় শংকৰী সত্ৰতেই আছে। সেই আহিতেই কাঠৰ শিল্পই এতিয়াও কিছুমান ঠাইত সমাদৰ পাই আছে।

অসম ৰাজ্যিক সংগ্ৰহালয়ত কমলাবাৰী সত্ৰৰপৰা সংগ্ৰহ কৰা কেইপদমান কাষ্ঠ-শিল্প সংৰক্ষিত কৰা হৈছে। সেইবোৰৰ ভিতৰত গণেশ-মূৰ্তি আৰু সূৰ্য-মূৰ্তি উল্লেখযোগ্য। সূৰ্যদেৱৰ মূৰ্তিটোত দুটা ঘোঁৰাৰ মাজত এজন চালক, পিছৰফালে এটা ৰথৰ চকা, ঘোঁৰাৰ মুখৰ ফালে ওপৰত গড়ুৰ পক্ষী (?) আৰু তাৰ বাওঁফালে ওপৰত ঘূৰণীয়া কাঠ এটুকুৰাত মানুহৰ দৰে মুখ এখন কাটি সূৰ্যদেৱক দেখুৱা হৈছে। ইয়াত শিল্পীয়ে বিমূৰ্ত শিল্প (abstract art)ৰ প্ৰকাশ কৰিবলৈ চেষ্টা কৰিছে। কাঠৰ শিল্পৰ দৰে সমসাময়িক হাতী দাঁতৰ শিল্প বা ধাতুৰ শিল্পতো ভাস্কৰ্যৰ প্ৰকাশ পোৱা দেখা যায়।

ওপৰৰ সংক্ষেপ আলোচনাৰপৰা বুজা যায় যে ৬ষ্ঠ শতিকাৰপৰা ১১শ শতিকালৈ অসমৰ ভাস্কৰ্যই বেলেগ বেলেগ গঢ় লৈছিল আৰু দেশৰ বাকী ৰাজ্যৰ লগত আৰু দাঁতি-কাষৰীয়া বিদেশৰ লগতো সম্বন্ধ ৰাখি নিজস্ব ভাৱধাৰা প্ৰকাশত কৰিছিল। বিশ্লেষণ কৰিলেই আমি সেই সময়ৰ সামাজিক, ধৰ্মীয় নীতি-নিয়ম আদি বহু বিষয়ৰ কথা জানিবলৈ সুযোগ পাওঁ। প্ৰাক্-আহোম যুগত শৈল-ভাস্কৰ্যত দেৱ-দেৱীৰ মূৰ্তিৰ উপৰিও বহুতো সামাজিক ছবিৰ দৃশ্য



প্ৰতিফলিত হোৱা দেখা যায়। ধৰ্মীয় দৃষ্টিকোণৰ পৰাও আমি মূল্যবান তথ্য পাওঁ। আলোচ্যমান কালৰ হিন্দুধৰ্ম যে মুখ্য ধৰ্ম আছিল সেইটো প্ৰমাণিত হৈছে ভাস্কৰ্যৰপৰাই আৰু ৮ম-৯ম শতিকামানত অসমত বৌদ্ধধৰ্ম আৰু জৈনধৰ্মৰ লোক তাকৰীয়াকৈ হলেও অসম দেশত যে বাস কৰিছিল এই ভাস্কৰ্যৰাজিয়ে তাকো প্ৰমাণ কৰিছে। এই দেশত যে তান্ত্ৰিক প্ৰভাৱ পৰিছিল এইবোৰেই প্ৰমাণ কৰিছে। আহোম-কোচ আদি ভাস্কৰ্যৰাজিত সামাজিক চিত্ৰ খুব বেচিকৈ প্ৰতিফলন হোৱা নাছিল। কিন্তু এই ভাস্কৰ্যৰাজিয়ে ধৰ্মীয় ভাৱধাৰা ভালদৰে বহন কৰি আছে। আহোম-কছাৰী-কোঁচ আদিৰ দিনত হিন্দুধৰ্মই যে মুখ্য ধৰ্ম আছিল সেইটো স্পষ্টকৈ প্ৰমাণিত হৈছে। ইয়াত বৌদ্ধ আৰু জৈন ধৰ্ম আদিৰ প্ৰভাৱ নাই। কিন্তু ইয়াত জনজাতীয় ভাৱধাৰা প্ৰকাশ পাইছে।

প্ৰসংগ

(১) ARASI, 1924-25, pp 94-102

(২) Ibid.

(৩) Bulletin of the Assam State Museum, No 1. pp 36-40.

(৪) Ibid No. II PP 50-69

(৫) JARS VIII, p 138 & ELX, 63-67 & XXVII, pp 18-23

(৬) 'অধ্যাপক সৰস্বতীৰ লগত এসপ্তাহ'—ড° ৰবীন দেৱচৌধুৰী। 'প্ৰকাশ' ৩য় বছৰ, প্ৰথম সংখ্যা, পৃঃ ৫৩-৫৪

(৭) ঐ পৃঃ ৪৪

(৮) ঐ পৃঃ ৪৫-৪৬

(৯) ঐ পৃঃ ৪৭।

(১০) J. N. Banerjea. Oregin and Development of Hindu Iconography, 1956, XXX, No I

(১১) ৰ, দেৱচৌধুৰী, ঐ পৃঃ ৪১-৪২

(১২) ARASI, 1923-24 p. ৪০

(১৩) ৰ, দেৱচৌধুৰী, ঐ পৃ. ৪৯

(১৪) ঐ, পৃঃ ৪৩

(১৫) অসম সাহিত্য সভা পত্রিকা, ১৯৭১, পৃঃ ৮৫ ১ম সংখ্যা, পৃঃ ৮৫

(১৬) Bulletin of the Assam State Museum,
No 2 pp. 82-85.
R. M. Nath, The Background of Assamese Culture 1948, p. 61.

(১৭) ARASI, 1906-7, pp 18-24, also Gait, A History of Assam, 1926 pp 249-50

(১৮) B. K. Barua & HVS Murthy. The Temples & Legends of Assam, 1965, p. 92.









অসমৰ ভাস্কৰ্যৰ ধাৰাৰ চিত্ৰ





অসমৰ ভাস্কৰ্যৰ ধাৰাৰ চিত্ৰ

# বুৰঞ্জী-প্ৰণয়নত মুদ্ৰা-অধ্যয়নৰ আৱশ্যকতা

মুৰাৰিচৰণ দাস

ভাৰতৰ, বিশেষকৈ প্ৰাচীন ভাৰতৰ বুৰঞ্জী প্ৰণয়নত লিপিৰ ( শিলালিপি আৰু তাম্ৰলিপি ) পিছতে মুদ্ৰাৰ স্থান। এনেকি লিপি আদিত নোপোৱা ৰজা কেইজনমানৰ নাম, তেওঁলোকৰ বংশ পৰিচয় আদি অকল মুদ্ৰাৰ পৰাহে পোৱা গৈছে। লিপিৰ নিচিনাকৈ মুদ্ৰাও কোনো এখন দেশৰ বুৰঞ্জী গঠনৰ কাৰণে নিৰ্ভৰযোগ্য সমল। মুদ্ৰাত থকা চন-তাৰিখ অতি নিৰ্ভুল। মুদ্ৰাৰ যোগেদি এখন দেশৰ ৰাজনৈতিক আৰু আৰ্থিক অৱস্থা, ৰজাৰ ধৰ্ম, ৰজাৰ প্ৰবৃত্তি, দেশৰ কাৰুকাৰ্য, সাহিত্য ইত্যাদিৰ বিষয়ে সঠিক তথ্য জানিবপৰা যায়। প্ৰাচীন আৰু মধ্য যুগত ভাৰতত ৰাজত্ব কৰা বংশসকলৰ প্ৰায়বোৰ ৰজাই মুদ্ৰা মৰাইছিল। দেখা গৈছে যে কোনো এটি অজানা ৰাজবংশৰ নাম অথবা এটি বংশৰ বংশাৱলীত নোপোৱা কোনো এজন ৰজাৰ নাম অকল মুদ্ৰাৰ পৰাহে পোৱা গৈছে। আকেজেগুৱে ভাৰতবৰ্ষৰ উভতি যোৱাৰ পিছৰ পৰা বিশেষকৈ ইণ্ডো-গ্ৰীকসকলৰ ৰাজত্বৰ আৰম্ভনিৰপৰা ( ১৮৯ খ্ৰীঃ পূঃ ), গুপ্তবংশীয় ৰজাসকলৰ ৰাজত্বলৈকে ( ৩২০-৪৮০ খ্ৰীঃ ) এই কালছোৱাৰ বুৰঞ্জী প্ৰণয়নত মুদ্ৰাই বিশেষ বৰঙণি যোগাইছে।

ঋকবেদত "নিষ্কা", "সুৱৰ্ণ" আদিৰ উল্লেখ পোৱা যায়। ঋকবেদৰ দেৱতাসকলৰ ভিতৰত "ৰুদ্ৰ" প্ৰাচীনতম দেৱতা। তেওঁ ৰূপৱান আছিল আৰু গলত "নিষ্কাৰ" হাৰ পিন্ধিছিল। এই মুদ্ৰাৰ হাৰকে "বিশ্বৰূপা" বোলা হৈছিল। এই মুদ্ৰাবোৰৰপৰা সেই সময়ৰ সেই অঞ্চলৰ ভূগোল আৰু সভ্যতাৰ বিষয়ে অনুমান কৰিবপৰা হৈছিল কাৰণে ইয়াৰ নাম "বিশ্বৰূপা"। এয়েই ৰূপ শব্দৰ প্ৰথম উল্লেখ। হেৰোডোটাছে লিখিছে যে খ্ৰীঃ পূঃ ৫১৪ ৰপৰা খ্ৰীঃ পূঃ ত ৩৫০ লৈকে যেতিয়া পশ্চিম ভাৰতৰ কিছু অংশ পাৰশ্যৰ অধীনত আছিল, তেতিয়া ভাৰতে পাৰশ্যৰ সম্ৰাটক কৰ হিচাপে বছৰে ৩৬০ টেলেণ্ট (১ টেলেণ্ট = ৯৬ পাউণ্ড ৰূপ),সোণৰ গুড়ি (সুৱৰ্ণ) দিছিল। ইয়াৰপৰা অনুমান কৰা হৈছে যে সেই সময়ত ভাৰতত যথেষ্ট সোণৰ গুড়ি পোৱা গৈছিল আৰু এই সোণৰ গুড়ি মুদ্ৰা হিচাপে ব্যৱহাৰ কৰা হৈছিল। আনহাতে সেই সময়ত ভাৰতত ৰূপৰ অভাৱ আছিল।

সোণ-গুড়িবোৰ সিন্ধু অথবা সেই অঞ্চলৰ আন কোনো নদীৰ বালি ধুই সংগ্ৰহ কৰা হৈছিল যেন অনুমান হয়। তিনিটামান মাত্ৰ বিন্ধা থকা সৰু সৰু ৰূপৰ লদাবোৰেই এতিয়ালৈকে পোৱা ভাৰতীয় মুদ্ৰাবোৰৰ ভিতৰত প্ৰাচীনতম। তাৰ পাছত আহিল কিছুমান ৰূপৰ দীঘলীয়া টুকুৰা (শতমান)। এইবোৰ মুদ্ৰাতেমাথোন কিছুমান ছাপ মৰা আছে। এই দুবিধ মুদ্ৰা আঃ খ্ৰীঃ পূঃ ৮০০ৰ পৰা আঃ খ্ৰীঃপূঃ ১০০ৰ ভিতৰত ব্যৱহৃত হৈছিল বুলি অনুমান কৰা হৈছে। তাৰ পিছত আহিল কিছুমান আয়তাকাৰ আৰু ঘূৰণীয়া ৰূপৰ মুদ্ৰা। এই মুদ্ৰাবোৰত সূৰ্য, চন্দ্ৰ, হাতী, গৰু, ঘোঁৰা, শিয়াল, ষাঁড়, গছ, বাঘ অথবা সিংহ, ধৰ্মচক্ৰ, স্তুপ ইত্যাদিৰ চিহ্ন-ছাপ মৰা আছে। সংস্কৃত সাহিত্যত উল্লেখ থকা 'পুৰাণ', 'ধৰণ', 'কাৰ্যাপন' অথবা কাহীপনা শব্দই বোধকৰো এইবোৰ মুদ্ৰাকে বুজাইছে। কুইন্টাছ্ কাটিয়াছে লিখিছে যে তক্ষশীলাৰ ৰজা অম্ভীয়ে আলেকজেণ্ডাৰক ৮০ টেলেন্ট ছাপ মৰা মুদ্ৰা উপহাৰ দিছিল। গতিকে খ্ৰীঃ পূঃ চতুৰ্থ শতিকাত এই ধৰণৰ মুদ্ৰা উত্তৰ ভাৰতৰ ৰজাসকলে মৰাইছিল। এনেধৰণৰ কিছুমান মুদ্ৰাত থকা বৌদ্ধ চিহ্ন যেনে স্বস্তিকা, ধৰ্মচক্ৰ, বোধিবৃক্ষ, স্তুপ ইত্যাদিৰ চিত্ৰৰপৰা অনুমান কৰা হয় যে এইবোৰ মুদ্ৰা বৌদ্ধ-ধৰ্মী সম্ৰাট অশোকৰ সময়ৰ। মুঠতে এনেবোৰ মুদ্ৰা কোনো ৰজা, কোনো নেতৃস্থানীয় লোক, অথবা কোনো বাণিজ্য প্ৰতিষ্ঠান বা সদাগৰে মৰাইছিল বুলি অনুমান কৰা হৈছে আৰু এইবোৰে প্ৰকৃত মুদ্ৰা বুলি যাতে স্বীকৃতি পায় তাৰ কাৰণে ইয়াৰ গাত বিভিন্ন ধৰণৰ চিহ্ন-ছাপ মৰা হৈছিল। সোণৰ গুড়ি দি আন কোনো দেশৰপৰা মুদ্ৰা মৰাবলৈ ৰূপ সলাই আনিছিল বুলি অনুমান কৰা হয়।

আলেকজেণ্ডাৰৰ মৃত্যুৰ পাছত বেক্ট্ৰীয়াত থকা গ্ৰীক ৰজাসকলে গ্ৰীক মুদ্ৰাৰ অনুকৰণত কিছুমান ৰূপৰ মুদ্ৰা মৰাইছিল। এই ইণ্ডো-গ্ৰীক ৰজাসকলৰ মুদ্ৰাতে আমি পোন প্ৰথমে লিপি আৰু ৰজাৰ প্ৰতিকৃতি পাওঁ। এওঁলোকৰ প্ৰতাপী ৰজা মিনাণ্ডাৰৰ (আঃ খ্ৰীঃ পূঃ ১৬০-১৪০) মুদ্ৰাৰ এপিঠিত ৰজাৰ প্ৰতিকৃতি আৰু গ্ৰীকভাষাৰ আৰু লিপিৰে "ৰজা চোটেৰ মিনাণ্ডাৰ" আৰু আন পিঠিত খৰষ্ঠি লিপিৰে "মহাৰজাচক্ৰচ মিনাণ্ডচ" অৰ্থাৎ ৰক্ষাকৰ্তা ৰজা মিনাণ্ডাৰৰ (মুদ্ৰা) লিখা আছে। বিশেষ মন কৰিবলগীয়া যে 'ইণ্ডোগ্ৰীক' মুদ্ৰাৰপৰা ভাৰতত শাসন কৰা ত্ৰিশজন ৰজাৰ নাম পাওঁহক কিন্তু সংস্কৃত সাহিত্যৰ পৰা মাত্ৰ চাৰিজন ৰজাৰহে নাম পোৱা হৈছে।



ইণ্ডো-গ্ৰীক ৰজাসকলৰ ভিতৰত ডেমোত্ৰিওচেই (আঃ খ্ৰীঃ পূঃ ১৯০-১৫০ পোন প্ৰথমে তামৰ চাৰিচুকীয়া মুদ্ৰাত পালি ভাষা আৰু ব্ৰাহ্মী লিপি ব্যৱহাৰ কৰিছিল। এওলোকৰ ৰজা আগাথোক্লছ্ আৰু পাণ্টালিওনৰ (খ্ৰীঃ পূঃ ১৫৫-১৪০) মুদ্ৰাত পোন প্ৰথমবাৰৰ কাৰণে হিন্দু দেৱী (যক্ষী) আৰু সিংহৰ চিত্ৰ দেখা যায়। গতিকে এওঁলোকে ভাৰতীয় লিপি, ভাষা, ধৰ্ম আৰু কৃষ্টি কিছু পৰিমাণে গ্ৰহণ কৰিছিল। শক ৰজাসকলৰ ৰজা ১ম অজিচে (খ্ৰীঃ পূঃ ৫৮) পোন প্ৰথমে তেওঁৰ মুদ্ৰাত হিন্দু দেৱী লক্ষ্মীৰ চিত্ৰ ব্যৱহাৰ কৰিছিল আৰু পহ্লৱ ৰজা গণ্ডোকাৰ্ণৰে (খ্ৰীঃ ১৯-৪৫) তেওঁৰ মুদ্ৰাৰ এপিঠিত অশ্বাৰোহী ৰজাৰ চিত্ৰ আৰু আন পিঠিত হিন্দু দেৱতা শিৱৰ চিত্ৰ ব্যৱহাৰ কৰিছিল। কিন্তু কুশান ৰজাসকলৰ মুদ্ৰাত ভাৰতীয় সভ্যতাৰ প্ৰভাৱ বেছি পৰিমাণে পৰা দেখা গৈছে। প্ৰমাণ হিচাপে ভীম কেড্‌কিছেচৰ আৰু বসুদেৱৰ মুদ্ৰাত নন্দীৰে সৈতে শিৱ আৰু কনিষ্কৰ মুদ্ৰাত বুদ্ধৰ চিত্ৰৰপৰা এওঁলোকৰ ওপৰত শাক্ত আৰু বৌদ্ধ ধৰ্মৰ প্ৰভাৱ পৰিছিল যে তাত কোনো সন্দেহ নাই। আমি জানো যে কনিষ্ক এজন নৈষ্ঠিক বৌদ্ধ আছিল। তেওঁৰ সময়ৰপৰাই মহাযান পন্থীয়ে বুদ্ধদেৱৰ মূৰ্তি পূজা কৰিছিল। শকসকলৰ এটি ঠাল মালৱা, গুজৰাট আৰু কাঠিৱাৰত ৰাজত্ব কৰিছিল। এওঁলোকক পশ্চিম ক্ষত্ৰপ নামে জনাজাত। এওঁলোকৰ মুদ্ৰাত আমি শকাব্দৰ উল্লেখ পাও। সেয়ে মুদ্ৰাৰপৰা এওঁলোকৰ ৰাজত্বকাল নিৰূপন কৰিবলৈ সুবিধা হৈছে। এওঁলোকৰ মুদ্ৰাত থকা বৈত্য অথবা স্তুপৰ চিত্ৰৰপৰা এইটো প্ৰমাণিত হয় যে এওঁলোক বৌদ্ধ আছিল। ১৮২৪ খ্ৰীঃত কৰ্ণেল টড্ চাহাবে কিছুমান মুদ্ৰাৰ উদ্ধাৰ কৰিছিল, তাৰ তেত্ৰিছ জন গ্ৰীক আৰু ঊনচল্লিছ জন শক আৰু পহ্লৱী ৰজাৰ নামৰ মুদ্ৰা। এই ৰজাসকলৰ মাথোন ছয় জনৰহে নাম সাহিত্য আদিত পোৱা যায়। উল্লেখযোগ্য যে কুশান ৰজাসকলৰ শেষৰ ফালৰ কেইজনমানৰ নাম অকল মুদ্ৰাৰ পৰাহে পোৱা হৈছে। সেইদৰে সেইসময়ৰ কেইখনমান ৰাজতান্ত্ৰিক আৰু গণতান্ত্ৰিক ৰাজ্য যেনে মালৱা, যৌধেয় আৰু পাঞ্চালৰ মিত্ৰ সকলৰ বিষয়ে অকল তেওঁলোকৰ মুদ্ৰাৰ পৰাহে জানিব পৰা হৈছে।

অৰ্থনীতিৰ ফালৰপৰা সাতবাহন ৰজাসকলৰ (খ্ৰীঃ পূঃ ২২০—খ্ৰীঃ ২৯০) মুদ্ৰা মন কৰিবলগীয়া। এওঁলোকৰ সৰহ সংখ্যক মুদ্ৰা সীহৰ। ৰূপ আৰু তামৰ মিশ্ৰিত ধাতুৰ (পোটিন) মুদ্ৰাও যথেষ্ট পৰিমাণে পোৱা যায়।

ৰূপৰ মুদ্ৰা তেনেই কম। সোণৰ মুদ্ৰা নাছিল বুলিলেই হয়। এওঁলোকৰ মুদ্ৰাৰ এপিঠিত হাতীৰ চিত্ৰ আৰু ব্ৰাহ্মী আখৰেৰে ৰজাৰ নাম আৰু সাতবাহন-সকলৰ বংশৰ প্ৰতীক উজ্জয়িনী চিহ্ন। সাতবাহন বংশৰ বুৰঞ্জী গঠনত এই মুদ্ৰাবোৰে যথেষ্ট সহায় কৰিছে।

গুপ্ত যুগত ভাৰতীয় মুদ্ৰাই উৎকৰ্ষ সাধন কৰিছিল। গুপ্তসকলৰ ৰাজত্বৰ কালচোৱাত ( খ্ৰীঃ ৩২০—৪৮০ ) যদিও লিপি আদিয়ে সেই সময়ৰ বুৰঞ্জী-প্ৰণয়নত বহুতো সহায় কৰিছে, মুদ্ৰাৰ বৰঙণি এই বিষয়ত কম নহয়। ভাস্কৰ্য, স্থাপত্য, চিত্ৰকলা, সাহিত্য আদিৰ নিচিনাকৈ সঙ্গীত বিদ্যায়ো যে এই যুগত উৎকৰ্ষ সাধন কৰিছিল তাৰ প্ৰমাণ পোৱা যায় সমুদ্ৰগুপ্তৰ মুদ্ৰাত সমুদ্ৰগুপ্তই নিজে বীণা বজাই থকা চিত্ৰৰপৰা। হিন্দু ধৰ্ম আৰু সংস্কৃত সাহিত্যৰ যে এই কালছোৱাত পুনৰ উত্থান হৈছিল তাৰ প্ৰমাণ পোৱা যায় এওঁলোকৰ মুদ্ৰাত থকা হিন্দুদেৱী লক্ষ্মীৰ চিত্ৰ, ৰজাৰ ভাৰতীয় পোষাক ধনুৰ চিত্ৰ, ভাৰতীয় পৱিত্ৰ চৰাই গড়ুৰ আৰু ময়ূৰৰ চিত্ৰ আৰু ৰজাৰ ভাৰতীয় উপাধি মহাৰাজাধিৰাজ, শব্দৰ উল্লেখৰপৰা। ২য় চন্দ্ৰগুপ্তৰ মুদ্ৰাত থকা পৰমভাগৱতঃ আৰু গড়ৰধ্বজৰ চিত্ৰৰপৰা বুজা যায় যে এওঁলোক ভাগৱতী ধৰ্মী আছিল। কিন্তু মুদ্ৰাত থকা ঘোঁৰাৰ চিত্ৰৰপৰা জনা যায় যে এওঁলোকে অশ্বমেধ যজ্ঞ কৰিছিল। বায়ানত পোৱা গুপ্ত মুদ্ৰাবোৰৰ ভিতৰত "কাচ" নাম থকা কেইটিমান মুদ্ৰা পোৱা গৈছে। "কাচ" আৰু সমুদ্ৰগুপ্তৰ মাজত সিংহাসনৰ কাৰণে যুদ্ধ হৈছিল। শেষত সমুদ্ৰগুপ্তৰ জয় হয়। কাচগুপ্তই সম্ভৱতঃ খ্ৰীঃ ৩২৫—৩৩০ ভিতৰত নিজৰ নামত মুদ্ৰা মৰাইছিল। তেনেকৈ মালৱাত "ৰামগুপ্ত" নাম উল্লেখ থকা কেইটিমান মুদ্ৰা পোৱা গৈছে। সমুদ্ৰগুপ্তৰ মৃত্যুৰ পাছত তেওঁৰ পুতেক ৰামগুপ্তই কেইবছৰমান ৰাজত্ব কৰিছিল। উল্লেখযোগ্য যে গুপ্তবংশৰ এই দুজন ৰজাৰ নাম অকল মুদ্ৰাৰ পৰাহে পোৱা যায়। ২য় চন্দ্ৰগুপ্ত আৰু ১ম কুমাৰ গুপ্তৰ সময়ত ৰাজ্যৰ আৰ্থিক অৱস্থা যে অতি উন্নত আছিল তাৰ প্ৰমাণ পোৱা যায় এওঁলোকৰ বিবিধ ধৰণৰ সোণৰ মুদ্ৰাৰপৰা। কিন্তু স্কন্দগুপ্তৰ সময়ত ( খ্ৰীঃ ৪৫৫—৪৬৭ ) সোণৰ মুদ্ৰাৰ অভাৱ আৰু শেষৰফালে ৰূপৰ মুদ্ৰাৰ অভাৱৰপৰা সেই সময়ৰ আৰ্থিক দুৰৱস্থাৰ প্ৰমাণ পোৱা যায়। থানেশ্বৰৰ ৰজা হৰ্ষবৰ্ধনৰ (৬০৬—৬৪৭ খ্ৰীঃ) মুদ্ৰাৰ এপিঠিত ৰজাৰ আৱক্ষ চিত্ৰ আৰু তেওঁৰ নাম শীলাদিত্য বুলি পোৱা যায়। সম্ভৱতঃ তেওঁৰ মুদ্ৰাত হৰ্ষাব্দ ব্যৱহাৰ কৰা হৈছিল। এওঁৰ সমসাময়িক আৰু বৈৰী শশাঙ্কৰ মুদ্ৰাৰ



এপিঠিত লক্ষ্মীৰ চিত্ৰ আৰু আন পিঠিত নন্দীৰ লগত শিৱৰ চিত্ৰ দেখা যায়। গৌড়ৰ ৰজা শশাঙ্ক যে এজন নৈষ্ঠিক শৈৱ আছিল আৰু বৌদ্ধ ধৰ্মৰ ঘোৰ শত্ৰু আছিল এই কথা তেওঁৰ মুদ্ৰাৰপৰাও জনা যায়। দক্ষিণ ভাৰতৰ ৰাজ্যবোৰে সাগৰেদি সুদূৰ জাভা, সুমাত্ৰা আদি দেশবোৰত বাণিজ্য কৰি প্ৰচুৰ অৰ্থ উপাৰ্জন কৰিছিল। সাতবাহন ৰজা বশিষ্ঠ-পুত্ৰ শ্ৰীপুলমায়ীৰ ( খ্ৰীঃ ১৩০ ) কিছুমান সীহৰ মুদ্ৰাত থকা জাহাজৰ মাস্তুলৰ চিত্ৰই ইয়াৰ প্ৰমাণ দিয়ে।

১০২১ খ্ৰীঃত ঘজনিৰ চুলতান মামুদে পঞ্জাব দখল কৰি এবিধ ৰূপৰ মুদ্ৰা মৰাইছিল। এই মুদ্ৰাৰ এপিঠিত লাহোৰক "মাহমদপুৰ" নামেৰে অভিহিত কৰা হৈছে আৰু আন পিঠিত নাগৰী লিপিৰে সংস্কৃতত তেওঁৰ নাম লিখা আছে "অব্যক্তমেক মুহম্মদ অৱতাৰ নৃপতি মহমুদ"। ঘোৰৰ মহম্মদ ঘোৰীয়ে ১১৯২ খ্ৰীঃত তেৰাইনৰ যুদ্ধত চৌহনৰাজ পৃথ্বিৰাজক হেৰুৱাই হিন্দুস্থানত মুছলমান ৰাজ্য স্থাপন কৰি কিছুমান মুদ্ৰা মৰাইছিল। তাৰে কিছুমানৰ এপিঠিত যাঁড় গৰুৰ ( নন্দী ) চিত্ৰ আৰু কিছুমানত লক্ষ্মীদেৱীৰ চিত্ৰ আৰু আন পিঠিত নাগৰী আখৰেৰে তেওঁৰ নাম "শ্ৰীহামিৰ মহম্মদ সাম" লিখা আছে। মুদ্ৰাৰ চিত্ৰ, লিপি আৰু ভাষাৰপৰা বুজা যায় যে মুছলমান ৰজাসকলে পোন প্ৰথমে ভাৰতত ৰাজ্য পাতি ৰাজ্যৰ হিন্দু প্ৰজাসকলৰ প্ৰিয়পাত্ৰ হবলৈ চেষ্টা কৰিছিল। এই মুদ্ৰাবোৰ অকল বিলনৰহে ( ৰূপ আৰু তামৰ মিশ্ৰ ধাতু ) আছিল কাৰণ—যুদ্ধ বিগ্ৰহত জুৰুলা হোৱাৰ বাবে দেশৰ আৰ্থিক অৱস্থা তেনেই শোচনীয় হৈ পৰিছিল।

ভাৰতত নিগাজীকৈ ৰাজত্ব কৰা তুৰ্কী আৰু আফগান বংশৰ পাঁচোটা বংশৰ ৰজাসকলে নিজৰ নিজৰ নামত মুদ্ৰা মৰোৱাইছিল। এওঁলোকৰ মুদ্ৰাত কোনো ধৰণৰ চিত্ৰ নাই ; দুয়ো পিঠিতে আছে চুলতানৰ নাম তেওঁৰ উপাধি, কলিমা "আল্লাৰ বাহিৰে আন কোনো ঈশ্বৰ নাই, মহম্মদ আল্লাৰ দূত।" মুদ্ৰাত হিজীৰা অব্দ আৰু টাকশালৰ নাম আৰবীত লিখা আছে। দাস বংশৰ চুলতান ইল্‌টুটমিছে ৰাজ্য জয় কৰি প্ৰচুৰ ধন সংগ্ৰহ কৰিছিল সেয়ে তেওঁ সোণৰ মুদ্ৰাও মৰাইছিল। খিলজী বংশৰ চুলতান আলাউদ্দিন মহম্মদ শ্বাহে ( ১২৯৬—১৩১৬ খ্ৰীঃ ) উত্তৰ ভাৰত আৰু দক্ষিণ ভাৰতৰ কেবাখনো ৰাজ্য জয় কৰি দিগ্বিজয়ী বীৰ হৈছিল আৰু জয় কৰা ৰাজ্যবোৰৰ পৰা প্ৰচুৰ পৰিমাণে সোণ, ৰূপ আদি সংগ্ৰহ কৰিছিল। তেওঁ এজন গোড়া মুছলমান আছিল। গতিকে তেওঁ বিভিন্ন ধৰণৰ সোণৰ আৰু ৰূপৰ মুদ্ৰা মাৰিবলৈ

সক্ষম হৈছিল আৰু এইবোৰ মুদ্ৰাত তেওঁ নিজকে "দ্বিতীয় আলেকজেণ্ডাৰ আৰু খলিফাৰ সোঁহাত" বুলি কৈছে। ইয়াৰ উপৰি তেওঁৰ মুদ্ৰাত টাকশালৰ নাম "দাৰুল ইছলাম" আৰু "হিজৰী ৭০৬" পোৱা যায়। ভাৰতীয় মুছলমান মুদ্ৰাত হিজৰীৰ ব্যৱহাৰ এয়েই প্ৰথম। মুদ্ৰাবিদ টমাছে মহম্মদ টোগলকক ( ১৩২৫—৫১ খ্ৰীঃ ) মুদ্ৰাকাৰৰ ৰজা বুলি আখ্যা দিছে। অসংখ্য সোণৰ আৰু ৰূপৰ মুদ্ৰা, বিভিন্ন মূল্যৰ মুদ্ৰা, লিপিৰ সৌন্দৰ্যৰ প্ৰতি মনোযোগ আদিয়ে তেওঁৰ চৰিত্ৰ আৰু কৰ্মৰ পৰিচয় দিয়ে। মুদ্ৰাত কলিমা আৰু প্ৰথম বাৰৰ বাবে মুদ্ৰাত লিপিবদ্ধ কৰা চাৰিজন খলিফাৰ নামে (আবুবকৰ, ওমৰ, ওচমান আৰু আলি) তেওঁৰ ধৰ্মীয়গোড়ামিৰ পৰিচয় দিয়ে। তেওঁৰ পাগলামি কাৰ্য্যৰ ফলত ৰাজকোষ প্ৰায় শূণ্য হৈছিল। সেয়ে তেওঁ হিজৰী ৭৩০ৰপৰা ৭৩২ লৈ ৰূপ আৰু বিলনৰ পৰিবৰ্তে সেই মূল্যৰ তামৰ আৰু পিতলৰ মুদ্ৰা মৰাইছিল। ফলত ৰাজ্যত বেহাবেপাৰ বন্ধ হৈছিল আৰু সকলোফালে বিদ্ৰোহ হৈছিল। শেষত ৰজাই বাধ্য হৈ এইবোৰ মুদ্ৰা বন্ধ কৰি দিয়ে। পানিপথৰ যুদ্ধত ( ১৫২৬ খ্ৰীঃ ) মোগলবংশীয় বাবৰৰ হাতত ইব্ৰাহীম লোডীৰ পৰাস্ত আৰু তেওঁৰ মৃত্যু হোৱাত ভাৰতীয় মুদ্ৰাৰো পৰিৱৰ্তন হয়। আফগান বংশীয় দিল্লীৰ চুলতান ছেৰছাহে ( ১৫৪০—১৫৪৫ খ্ৰীঃ ) শাসনকাৰ্যত সংস্কাৰ অনাৰ লগে লগে মুদ্ৰানীতিৰো পৰিৱৰ্তন কৰিছিল। ১৭৮ গ্ৰেইনৰ ওজনৰ যি "তঙ্কা" ( টকা ) নামে ৰূপৰ মুদ্ৰা প্ৰচলন কৰিছিল সেই ওজনৰ ৰূপৰ টকা তেতিয়াৰপৰা ইষ্ট ইণ্ডিয়া কোম্পানীৰ ৰাজত্বলৈ চলিছিল। এই টকাবোৰৰ কিছুমানত ফাৰ্চী ভাষাৰে আৰু কিছুমানত নাগৰী আখৰেৰে তেওঁৰ নাম লিখা হৈছিল। যেনে, "শ্ৰীসেৰীসাহ", শ্ৰীসেৰ সাহী, শ্ৰীসৰসাহ ইত্যাদি। মোগল সম্ৰাটসকলৰ ভিতৰত আকবৰ আৰু জাহাংগীৰৰ মুদ্ৰা মন কৰিবলগীয়া। আকবৰৰ এটি সোণৰ মোহৰৰ ওজন আছিল ১৭০ৰ পৰা ১৭৫ গ্ৰেইনলৈকে আৰু এটি মোহৰৰ মূল্য আছিল ১৭৮ গ্ৰেইনৰ নটি ৰূপৰ টকাৰ সমান। আকবৰে 'ডীন ইলাহি' মুদ্ৰাৰ ( ১৫৭৯ খ্ৰীঃ ) যোগেদি এটি নতুন ধৰ্ম প্ৰচাৰ কৰিবলৈ চেষ্টা কৰিছিল। এই মুদ্ৰাত পাৰ্শ্বস্যৰ মৌৰ্য সাহৰ উল্লেখ আছে। ইছলাম ধৰ্ম বিৰোধী হলেও তেওঁৰ মোহৰৰ কিছুমানত হাঁহৰ চিত্ৰ আৰু কিছুমানত 'সীতাৰাম' চিত্ৰ অংকিত কৰিছিল। মুঠতে আকবৰৰ মুদ্ৰাৰপৰা হিন্দু ধৰ্মৰ প্ৰতি আৰু কলাৰ প্ৰতি তেওঁৰ অনুৰাগ বেছিকৈ অনুভৱ কৰা যায়। মোগল সম্ৰাটসকলৰ ভিতৰত জাহাংগীৰৰ চিত্ৰৰ



প্ৰতি বৰ আগ্ৰহ আছিল ; বিশেষকৈ তেওঁৰ জীৱ জন্তুৰ চিত্ৰৰ প্ৰতি বৰ মোহ আছিল। বাৰটি ৰাশিৰ চিত্ৰ থকা বাৰটি "ৰাশি মুদ্ৰা"ই এই কথাৰ প্ৰমাণ দিয়ে। জাহাংগীৰে অত্যন্ত সুৰাপান কৰিছিল। এই কথা প্ৰমাণ কৰে তেওঁৰ মুদ্ৰাত তেওঁ নিজে সুৰাপান কৰি থকা চিত্ৰই। মোগল সম্ৰাটসকলে তেওঁলোকৰ ৰাজত্বকালৰ কোন বছৰত কোনটো মুদ্ৰা মৰাইছিল এই কথা মুদ্ৰাত উল্লেখ কৰিছিল। এই মুদ্ৰাবোৰৰ সহায়ত সম্ৰাটসকলৰ ৰাজত্ব-কাল নিৰূপণ কৰাত সুবিধা হৈছে। বেহাবেপাৰৰ সুবিধাৰ কাৰণে মোগল সম্ৰাটসকলে অৰ্ধ আৰু সিকি ওজনৰ মোহৰ আৰু অৰ্ধ, সিকি, দুঅনীয়া, একঅনীয়া ওজনৰ ৰূপৰ মুদ্ৰা মৰাইছিল। মন কৰিবলগীয়া যে আকবৰৰ 'ইলাহি' মুদ্ৰাত অকল "আল্লাহু আকবৰ"হে লিখা আছে আৰু ইয়াত এটি নতুন অব্দৰ উল্লেখ আছে। এই অব্দ তেওঁৰ ৰাজত্বৰ আৰম্ভনি হিজৰী ৯৬৩ৰ ২৮ ৰবিঃ আউ মাহৰ পৰা আৰম্ভ হৈছিল।

এতিয়ালৈকে পোৱা অসমৰ মুদ্ৰাৰ ভিতৰত আহোম স্বৰ্গদেৱ চুক্লেংমুঙৰ আঠচুকীয়া আৰু আহোম লিপিৰ ৰূপৰ মুদ্ৰাই প্ৰাচীনতম ( ১৫৪৩ খ্ৰীঃ ) এই মুদ্ৰাত তাৰাদেৱীক বন্দনা কৰা হৈছে। গদাধৰসিংহৰ আঠচুকীয়া মুদ্ৰাতো আহোম লিপি আৰু 'লেংগদন্' নামে দেৱতাক বন্দনা কৰা হৈছে। হিন্দুৰ দেৱতা ইন্দ্ৰক আহোমসকলে লেংগদন্ বুলি কয়। আহোমসকলে নিজকে ইন্দ্ৰবংশী বুলিও কয়। ইয়াৰপৰা বুজা যায় যে আহোমসকল অসমলৈ অহাৰ আগতেও হিন্দু দেৱ-দেৱী যেনে ইন্দ্ৰ, তাৰা ইত্যাদিক পূজা কৰিছিল। জয়ধ্বজসিংহই ( ১৬৪৮-১৬৬৩ খ্ৰীঃ ) পোন প্ৰথমে হিন্দু ধৰ্মত দীক্ষিত হৈছিল, সেয়েহে এই জনা ৰজাই মুদ্ৰাত অসমীয়া লিপি সংস্কৃত আৰু শকাব্দ ব্যৱহাৰ কৰিছিল আৰু 'হৰিহৰক' বন্দনা কৰিছিল। মন কৰিবলগীয়া যে অসমত পুৰণি কালত "হৰিহৰৰ" পূজা চলিছিল। ৯ম-১০ম শতিকাৰ "হৰিহৰৰ" শিলৰ মূৰ্তি অসমৰ বহুত ঠাইত পোৱা গৈছে। স্বৰ্গদেৱ শিৱসিংহ এজন সাহিত্যানুৰাগী, চিত্ৰকলা অনুৰাগী আৰু প্ৰগতিশীল ৰজা আছিল। মোগল সম্ৰাট জাহাংগীৰ আৰু তেওঁৰ পত্নী নুৰজাহানৰ যুটীয়া মুদ্ৰা অনুকৰণ কৰি এওঁ প্ৰধান মহিষী প্ৰথমেশ্বৰীৰ লগত যুটীয়া ভাবে ফাৰ্চী লিপিৰে চাৰিচুকীয়া মুদ্ৰা মৰাইছিল। অকল সেয়ে নহয় তেওঁৰ তিনি গৰাকী ৰাণীৰ নামৰ লগত নিজৰ নামেৰে সুকীয়াকৈ সাধাৰণ ধৰণৰ আঠচুকীয়া মুদ্ৰা মৰাইছিল। ৰজাৰ ছত্ৰভংগ যোগ পৰা বুলি কোৱা কাৰণে মহিষীসকলৰ সৈতে যুটীয়াভাৱে মুদ্ৰা

মৰালেও তেওঁৰ সময়ত যে অসমৰ স্থাপত্য, কলা, পোছাক আৰু তেনেকৈ মুদ্ৰাতো মোগলৰ প্ৰভাৱ পৰিছিল "হস্তি বিদ্যাৰ্ণবৰ" চিত্ৰবোৰে তাৰ প্ৰমাণ দিয়ে। এওঁৰ সময়ত সনাতন ধৰ্মই অসমত প্ৰবল হৈ উঠিছিল। মুদ্ৰাৰ লিপিত থকা "হৰ গৌৰী"ৰ বন্দনাৰপৰাও এই কথা সহজে অনুমান কৰিব পাৰি। শিৱসিংহই মুছলমান মুদ্ৰা অনুকৰণ কৰি তেওঁৰ ফাৰ্চী লিপিৰ কোনো কোনো মুদ্ৰাত টাকশাল, গড়গাও আৰু ৰঙ্গপুৰৰ উল্লেখ কৰিছে। আহোমসকলৰ আন কোনো ৰজাৰ মুদ্ৰাত টাকশালৰ নাম পোৱা নাযায়। গৌৰীনাথ সিংহৰ ৰাজত্বকালত ( ১৭৮০—১৭৯৫ খ্ৰীঃ ) মোৱামৰীয়াসকলে তৃতীয়বাৰ বিদ্ৰোহী হৈ অসমৰ পূব অঞ্চলৰ ঠায়ে ঠায়ে নিজৰ ৰজা পাতিছিল। এওঁলোকৰ ভিতৰত সৰ্বানন্দসিংহই ১৭১৬ শকত আৰু ভৰথসিংহই ১৭১৮ শকত নিজৰ নামত মুদ্ৰা মৰাইছিল। এই মুদ্ৰাবোৰত শ্ৰীকৃষ্ণৰ চৰণ বন্দনা কৰা হৈছে আৰু ভৰথসিংহৰ মুদ্ৰাত তেওঁ নিজক ভগদত্তৰ বংশধৰ বুলি কৈছে। শৈৱ আৰু শাক্ত ধৰ্মালম্বী আহোম ৰজাসকলৰ লগত বৈষ্ণৱপন্থী মোৱামৰীয়া সাম্প্ৰদায়ী সকলৰ এইটো ধৰ্মযুদ্ধ বুলি ক'ব পাৰি। মন কৰিবলগীয়া যে আহোম ৰজা ব্ৰজনাথসিংহৰ ( ১৮১৮ খ্ৰীঃ ) এটি মুদ্ৰাত ৰাধাক বন্দনা কৰা হৈছে। ইয়াৰ পৰা অনুমান কৰা যায় যে এইজনা ৰজাৰ সময়ত চৈতন্যপন্থী বৈষ্ণৱধৰ্মৰ প্ৰভাৱ পৰিছিল। গৌৰীসিংহই আগৰপৰা ( ৰুদ্ৰসিংহৰ দিনৰ-পৰা ) প্ৰচলিত আঠঅনীয়া, চাৰিঅনীয়া, দুঅনীয়া আৰু চৰতীয়া মুদ্ৰাৰ উপৰিও দুইপয়ছা মূল্যৰ মুদ্ৰা মৰাইছিল। ইয়াৰ কাৰণ এয়ে আছিল যে বেহা বেপাৰ কৰিবলৈ কম মূল্যৰ মুদ্ৰাৰ আৱশ্যক হৈছিল। আহোম ৰজাসকলে সোণৰ আৰু ৰূপৰহে মুদ্ৰা মৰাইছিল, তামৰ মুদ্ৰা মৰোৱা নাছিল। সম্ভৱতঃ সেই সময়ত তামৰ অভাৱ আছিল। তামৰ মুদ্ৰাৰ পৰিৱৰ্তে অতি কম দামৰ বস্তু কিনা-বেচা কৰিবলৈ কড়ি ব্যৱহাৰ কৰা হৈছিল। আহোম ৰজাসকলে যে আঠচুকীয়া মুদ্ৰা মৰাইছিল ইয়াৰ নিশ্চয় কিবা অৰ্থ আছে। আঠচুকীয়া মুদ্ৰা পৃথিবীৰ আন কোনো ঠাইত আছে বুলি জনা নেযায়। কিছুমান পণ্ডিতৰ মতে যোগিনীতন্ত্ৰৰ "অষ্ট কোনাঞ্চ সৌমাৰ যত্ৰ দিক্কৰ বাসিনী" এই শ্লোকটিৰ 'মতে পুৰণি অসমখন আঠকোণীয়া আছিল কাৰণে সেইমতে মুদ্ৰাবোৰো আঠ-কোণীয়া কৰি মৰোৱা হৈছিল। আকৌ কিছুমান পণ্ডিতৰ মতে আঠ সংখ্যাটো আহোমসকলৰ কাৰণে শুভ সংখ্যা। আহোম মুদ্ৰাবোৰ ৰজাই শিঙৰি ঘৰত উঠা অৰ্থাৎ সিংহাসনত বহা বছৰত মৰোৱা হৈছিল; আকৌ পাছৰফালৰ



ৰজাসকলে প্ৰতি বছৰে মুদ্ৰা মৰোৱাইছিল। শিৱসিংহৰ কেইটমান মুদ্ৰাত ৰজাৰ ৰাজত্ব বছৰৰ উল্লেখ আছে। গতিকে মুদ্ৰাত থকা শকৰপৰা ৰজাসকলৰ ৰাজত্বকাল নিৰূপণ কৰিবলৈ সুবিধা হৈছে। আহোম লিপি আৰু ভাষাৰ মুদ্ৰাত আহোম অব্দ ব্যৱহাৰ কৰা হৈছিল।

কোচ ৰজাসকলৰ ভিতৰত নৰনাৰায়ণৰ ১৪৭৭ শকৰ ( ১৫৫৫ খ্ৰীঃ ) মুদ্ৰাবোৰেই প্ৰাচীনতম। মুদ্ৰাবোৰ ঘূৰণীয়া, ইয়াৰ লিপি প্ৰাচীন অসমীয়া আৰু ভাষা সংস্কৃত। নৰনাৰায়ণৰ মুদ্ৰাৰ লিপিৰ "শ্ৰীশ্ৰীশিৱচৰণ কমল মধুকৰস্য" আৰু ৰঘুদেৱ আৰু পৰীক্ষিত নাৰায়ণৰ লিপিৰ "শ্ৰীশ্ৰীহৰগৌৰী চৰণ" ইত্যাদিৰপৰা জনা যায় যে তেওঁলোক শৈৱ আৰু শাক্ত ধৰ্মাৱলম্বী আছিল। কোচ ৰজাসকলে নিজকে শিৱ বংশী বুলি কয়। পশ্চিম কোচ ৰাজ্যত ভূটীয়া ধৰণৰ এবিধ তামৰ মুদ্ৰা মৰাইছিল। ইয়াৰপৰা বুজা যায় যে সেই সময়ত কোচ ৰাজ্য আৰু ভোটানৰ মাজত বেহা-বেপাৰ চলিছিল। পশ্চিম কোচ ৰাজ্যৰ ৰজাসকলে উনৈছ শতিকাৰ আগভাগলৈকে মুদ্ৰা মৰাইছিল।

কছাৰীসকল ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদিম অধিবাসী। মুদ্ৰাত কছাৰী ৰজাসকলে "হাছেংচাৰ" বংশধৰ বুলি কৈছে। ১৫০৫ শকৰ যশোনাৰায়ণ-দেৱৰ মুদ্ৰাত তেওঁ "হৰিৰ" ( বিষ্ণু ) ভক্ত বুলি কৈছে। গতিকে দেখা যায় যে কছাৰী ৰজাসকলৰ ওপৰত হিন্দুধৰ্ম আৰু সভ্যতাৰ প্ৰভাৱ বাঢ়ি কৈয়ে পৰিছিল।

বৰ্তমান মেঘালয় ৰাজ্যৰ জয়ন্তীয়া জিলা আৰু ইয়াৰ দক্ষিণে ভৈয়ামত থকা বৰ্তমান শ্ৰীহট্ট জিলাৰ অন্তৰ্গত জয়ন্তীয়া পৰগনা—এই দুই অঞ্চল লগ লাগি মধ্যযুগত জয়ন্তীয়া ৰাজ্য গঠিত হৈছিল। পৰ্বতীয়া জয়ন্তীয়া জিলাৰ অধিবাসীসকল আজিকালিৰ নিচিনা চিনটেঙ° জাতিৰ আৰু জয়ন্তীয়া পৰগণাৰ অধিবাসীসকল হিন্দু আছিল। এই ৰাজ্যৰ ৰাজধানীৰ নাম আছিল 'জয়ন্তীয়াপুৰ'। ই জয়ন্তীয়া পৰগনাত অৱস্থিত আছিল! এওঁলোকৰ ৰজা-সকলৰ মুদ্ৰাৰ ভাষা, লিপি, ৰজাৰ নাম, ৰজাৰ ধৰ্ম, শক আদিৰপৰা বুজা যায় যে এওঁলোক হিন্দু আছিল। তলত এটি মুদ্ৰাৰ লিপি দিয়া হ'ল।

শ্ৰীশ্ৰীজয়ন্তীপুৰ পুৰন্দৰস্য শাকে ১৫৯২

শ্ৰীশ্ৰীশিৱচৰণ কমল মধুকৰস্য

মন কৰিবলগীয়া যে এই মুদ্ৰাত ৰজাৰ নাম নাই আৰু ৰজাক জয়ন্তীপুৰৰ

ৰজা বুলি কোৱা হৈছে। ইয়াৰ কাৰণ এই যে ১৫৬৩ খ্ৰীঃ ত কোচ সেনাপতি চিলাৰায়ে জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰি তাৰ ৰজাক যুদ্ধত হত্যা কৰে আৰু ৰজাৰ পুতেকক সিংহাসনত বহুৱায়। নতুন ৰজাৰ লগত এটি চৰ্ত আছিল যে তেওঁ নিজৰ নামত টকা মূল্যৰ মুদ্ৰা মাৰিব নোৱাৰিব। সেয়ে নতুন ৰজাই নিজৰ নামৰ ঠাইত "জয়ন্তীয়াপুৰ পুৰন্দৰস্য" ব্যৱহাৰ কৰিছিল। ১৬৫৩ আৰু ১৭১২ শকৰ মুদ্ৰাত যথাক্ৰমে বৰগোহাঁই আৰু ৰামসিংহৰ নাম পোৱা যায়। মণিপুৰীয়া ৰজাসকলৰ মুদ্ৰা চাৰিচুকীয়া, ইয়াৰ লিপি অসমীয়া আৰু ভাষা সংস্কৃত। এওঁলোকেও শকাব্দ ব্যৱহাৰ কৰিছিল। এতেকে দেখা গ'ল যে ভাৰতৰ পশ্চিম প্ৰান্ত গুজৰাটৰ পৰা পূব প্ৰান্ত মণিপুৰলৈ শকাব্দৰ প্ৰচলন আছিল আৰু এই অব্দ উনৈছ শতিকাৰ আগভাগলৈ চলিছিল।

## গ্ৰন্থপঞ্জী


The coin of India—C. J. Brown

Coins of Ancient India, 1891—A. Cunningham.

Catalogue of the coins in Indian Museum, Calcutta—V. A. Smith.

Catalogue of coins in British Museum, Sultans of Delhi, London, 1884—S. Lane Poole.

Catalogue of coins of the Moghul Emprior on the British Museum, London 1892—S. L. Poole.

Catalogue of the Provincial coin cabinet—A. M. Bothani.

History and culture of the Indian People—Assam Ver I, Bharatiya Vidya Bhavan, Bombay.








১ ২ ৩






৪ ৫





৬





১০

আহোম আৰু মোৱামৰীয়া মুদ্ৰা



আহোম আৰু মোৱামৰীয়া মুদ্ৰা

# ভাষা-বিজ্ঞান সমীক্ষা

ড° উপেন্দ্ৰনাথ গোস্বামী

'ভাষা-বিজ্ঞান' শব্দটোৰপৰা কেইটামান প্ৰশ্ন আমাৰ মনত উদয় হয়। প্ৰথমতে ভাষা বুলিলে আমি কি বুজো ? দ্বিতীয় কথা বিজ্ঞান শব্দৰ প্ৰকৃত অৰ্থ কি আৰু তৃতীয়তে ভাষাৰ অধ্যয়নক বিজ্ঞান কিয় বোলা হৈছে ? প্ৰথম প্ৰশ্নটোৰ উত্তৰ স্বৰূপে ক'ব পাৰি যে কোনো বিশেষ পৰিস্থিতিত মানুহে কিছুমান স্পষ্ট ধ্বনি উচ্চাৰণ কৰে আৰু তাৰ লগৰীয়াসকলে সেই ধ্বনিবোৰ শুনি উপযুক্ত প্ৰত্যুত্তৰ দিয়ে। ইয়াক এনে ধৰণেও ক'ব পাৰি যে উচ্চাৰিত ধ্বনি-প্ৰতীকৰ সহায়েৰে ভাৱৰ পূৰ্ণ অভিব্যক্তিৰ নাম ভাষা। নতুবা কোনো জন-সমষ্টিয়ে প্ৰণালীবদ্ধ আৰু যাদৃচ্ছিক ধ্বনি-প্ৰতীকৰদ্বাৰা পৰস্পৰে সহযোগিতা কৰি দৈনন্দিন জীৱনৰ কাৰ্য চলোৱা প্ৰথাৰ নাম ভাষা। ভাষাৰ ধ্বনি-প্ৰতীকবোৰ ধ্বনি-যন্ত্ৰৰ সহায়েৰে উচ্চাৰিত ধ্বনি-প্ৰতীক। ধ্বনি-যন্ত্ৰই মানুহৰ শৰীৰৰ কোনো এঠাইত থকা এটা বিশেষ যন্ত্ৰক নুবুজায়। মানুহৰ শৰীৰত থকা কেইবাটাও যন্ত্ৰই ধ্বনি উচ্চাৰণত সহায় কৰে। এটা বাঁহীত কেইবাটাও বিন্ধা থাকে। বাঁহীটো মুখেৰে ফুৱাই অৰ্থাৎ বাঁহীটোৰ ভিতৰত বতাহ সুমুৱাই দি বেলেগে বেলেগ বিন্ধাবোৰত বিবিধ ধৰণে সেই বতাহক বাধা দিলে যিদৰে বিবিধ মাত ওলায়, সেইদৰে মানুহৰ হাঁও-ফাওঁৰ পৰা ওপৰলৈ অহা বতাহক কেইবা ঠাইতো বাধা দিয়াৰ ফল স্বৰূপে বিবিধ ধ্বনিৰ সৃষ্টি হয়। কিছুমান ভাষাত বাহিৰৰ-পৰা বতাহ ভিতৰলৈ নিও কিছুমান ধ্বনি উচ্চাৰণ কৰা দেখা যায়। সিন্ধী আৰু গুজৰাটী ভাষাত এনে ধ্বনি আছে। ধ্বনি-যন্ত্ৰ বুলিলে সচৰাচৰ কণ্ঠনাল, কণ্ঠতন্ত্ৰী, কোমল তালু, আলজিভা, জিভা, দাঁত, ওঁঠ, দন্তমূল, কঠোৰতালু, নাসিকা-বিৱৰ আদিক বুজায়।

ভাষাৰ ক্ষেত্ৰত এইকেইটা কথা বিশেষভাৱে মন কৰিবলগীয়া : ভাষাৰ আধাৰ ধ্বনি-প্ৰতীক। অৰ্থাৎ প্ৰত্যেক শব্দৰ ধ্বনিবোৰে কোনো বস্তু বা ভাৱৰ প্ৰতীকৰূপেহে কাম কৰে। প্+আ+ন্+ঈ এই চাৰিটা ধ্বনি মিলি পানীৰ প্ৰতিনিধিত্ব কৰিছে। ইহঁতৰ প্ৰয়োগৰদ্বাৰা পানীৰ অৰ্থ ব্যক্ত কৰিব পাৰি আৰু আনে তাক বুজি পায়। ধ্বনি-প্ৰতীকবোৰ কিন্তু যাদৃচ্ছিক। অৰ্থাৎ

স্পষ্ট ধ্বনিৰ কোনো সুকীয়া অৰ্থ নাই। যদি সেয়ে হ'লহেঁতেন তেনেহলে জগতৰ সকলো ভাষা এটা ভাষাই হ'লহেঁতেন। কিন্তু বেলেগ বেলেগ ভাষাত একেটা বস্তুকে বুজাবলৈ বিবিধ স্পষ্ট ধ্বনি সংযোগৰ ব্যৱস্থা আছে। উদাহৰণ স্বৰূপে অসমীয়াত কুকুৰ বুজোৱা জন্তুটো বুজাবলৈ ক্-উ-ক্-উ-ৰ্ এই পাঁচোটা ধ্বনি ব্যৱহাৰ হৈছে, ইংৰাজীত দ্-অ-গ্ এই তিনিটা ধ্বনি ব্যৱহাৰ হৈছে আৰু অসমীয়াত ব্যৱহাৰ হোৱা এটা ধ্বনিও ইংৰাজীত ব্যৱহাৰ হোৱা নাই। ইয়াৰ নামেই যাদৃচ্ছিক। ধ্বনি যন্ত্ৰৰ সহায়েৰে উচ্চাৰিত নোহোৱা আন ধ্বনিৰদ্বাৰা ব্যক্ত ভাৱক ভাষাৰ ভিতৰত ধৰা নহয়। এই পিনৰপৰা চালে ঘন্টাৰ কোব, হাত-চাপৰি আদিক ভাষাৰ ভিতৰত পেলাব নোৱাৰি। ভাষা শব্দৰ প্ৰয়োগ মানুহৰ ভাষাৰ ক্ষেত্ৰতহে প্ৰযোজ্য, ভাৱ প্ৰকাশৰ আন মাধ্যমৰ ক্ষেত্ৰত নহয়। ৰাস্তাৰ ৰঙা লাইট, নাৱিকৰ নিছান, টেলিগ্ৰামৰ টক্-টক্ শব্দ, পুলিছৰ হুইছেল আদিকো ভাষাৰ ভিতৰত পেলাব নোৱাৰি। ভাষাৰ দুটা প্ৰধান ফালৰ এটা ধ্বনন আৰু আনটো শ্ৰৱণ, ব্লুমফিল্ডে ইয়াক উদ্দীপনা আৰু প্ৰতিক্ৰিয়া বুলি অভিহিত কৰিছে। এটা সাধাৰণ ঘটনাৰদ্বাৰা তেওঁ কথাটো বুজাইছে ঃ জেক আৰু জিল এদিনাখন ফুৰিবলৈ গৈছিল। জিলৰ ভোক লাগিল। তাই গছত এটা আপেল দেখিলে। তেতিয়া তাই ধ্বনি-যন্ত্ৰৰ সহায়েৰে কিবা ধ্বনি উচ্চাৰণ কৰিলে। জেকে গছত উঠি আপেলটো আনি দিলে। জিলৰ ভোক লগা, আপেলটো তাইৰ চকুত পৰা, জেক ওচৰত থকা জিলৰ ধ্বনি উচ্চাৰণৰ আগৰ এই পৰিস্থিতিক উদ্দীপনা বুলিব পাৰি। জিলৰ ধ্বনি উচ্চাৰণৰ পাছত জেকৰ কাৰ্যৰ মূলত হ'ল জিলৰ ধ্বনিৰ প্ৰতিক্ৰিয়া। এইদৰে মানুহে সকলো ক্ষেত্ৰতে স্পষ্ট ধ্বনিৰ জৰিয়তে ইজনে সিজনৰ লগত সহযোগিতা কৰি দৈনন্দিন জীৱনৰ কাৰ্য চলায়। এই পদ্ধতিক ভাষা বোলা হয়।

প্ৰণালীবদ্ধভাৱে অধ্যয়ন কৰি পোৱা যিকোনো জ্ঞান বা জ্ঞানৰ শাখাক বিজ্ঞানৰ শাৰীত ধৰা হয়। বিজ্ঞানত কল্পনাৰ সহায় লৈ নাইবা ভাৱপ্ৰৱণতাৰে কোনো কথা প্ৰমাণ কৰিবলৈ যোৱা নহয়। বাহিৰত দেখা অসংলগ্ন আৰু বিশৃঙ্খল যেন বোধ হোৱা কোনো বস্তু, কাৰ্য, দৃশ্য নাইবা ঘটনাৰ বিশ্লেষণৰ দ্বাৰা, তথ্য-পাতিৰে প্ৰমাণিত হোৱা প্ৰণালীবদ্ধ আলোচনাক বিজ্ঞান আখ্যা দিয়া হয়। কোনো এখন ঠাইৰ কোনো এটা ভাষাক ওপৰে ওপৰে চালে তাত কোনো শৃঙ্খলা নাই যেন লাগে, কিন্তু কিছুমান পদ্ধতিৰ সহায়ত বিশ্লেষণ কৰি চালে সেই ভাষাটোত এটা প্ৰণালী ধৰা পৰে। প্ৰত্যেক ভাষাৰ একোটা প্ৰণালী আছে। এই প্ৰণালীক তিনিটা ৰূপত পোৱা যায়। ধ্বনিৰ ক্ষেত্ৰত, ধ্বনি সংযোগ বা আকৃতি বা ৰূপৰ ক্ষেত্ৰত আৰু অৰ্থৰ ক্ষেত্ৰত। যদি ধ্বনিৰ কথা চোৱা যায় তেনেহ'লে দেখা যাব যে সকলো ভাষাত সমান ধ্বনি নাথাকে। কোনো এটা ভাষাত যদি আঠোটা স্বৰধ্বনি আছে, কোনো এটাত নটাও থাকিব পাৰে। কোনো এটা ভাষাত স্বৰধ্বনি হ্ৰস্ব-দীৰ্ঘ ৰূপ থাকে, কোনো এটা ভাষাত নাথাকে। ধ্বনিৰ কোনো এটা ৰূপ এটা ভাষাৰ বৈশিষ্ট্য হ'ব পাৰে ; কিন্তু আন এটা ভাষাত সেই বৈশিষ্ট্য নাথাকিবও পাৰে। ভাৰতীয় আৰ্য-ভাষাৰ মহাপ্ৰাণ ধ্বনি এটা বিশিষ্ট ব্যঞ্জন ধ্বনি। ইংৰাজীত ধ্বনিৰ মহাপ্ৰাণত্ব বিশিষ্ট ৰূপ নহয়।



ধ্বনিৰ নিচিনা প্ৰত্যেক ভাষাৰ ধ্বনি সংযোগৰ প্ৰথাও সুকীয়া সুকীয়া। কোনো ভাষাত একোটা ধ্বনিৰ একো অৰ্থ নাথাকে। কোনো ভাষাত কোনো এটা ধ্বনিয়ে এটা অৰ্থ প্ৰকাশ কৰিবও পাৰে ; যেনে, অসমীয়াত 'ই' এটা ধ্বনি আৰু এটা অৰ্থযুক্ত ধ্বনি বা শব্দ। এটা বা তাতকৈ অধিক ধ্বনিৰ সংযোগৰদ্বাৰা সকলো ভাষাত একোটা অৰ্থ প্ৰকাশিত হয়। যেতিয়া কোনো ধ্বনি বা ধ্বনি-সংযোগে স্বাধীন ভাৱে কোনো অৰ্থ প্ৰকাশ কৰে তাক মুক্তৰূপ আৰু কোনো ধ্বনি বা ধ্বনি-সংযোগে স্বাধীনভাৱে অৰ্থ প্ৰকাশ নকৰি আন স্বাধীন ৰূপৰ লগত যোগ হৈ অৰ্থ প্ৰকাশ কৰিলে তাক যুক্তৰূপ বুলিব পাৰি। অসমীয়াত ঘৰ এটা স্বাধীন ৰূপ। ঘৰ-টো, ঘৰ-বোৰ আদিৰ -টো আৰু -বোৰ হ'ল যুক্তৰূপ। যুক্তৰূপক এটা সামান্য শব্দৰে বুজাবলৈ হলে প্ৰত্যয় বুলি ক'ব পাৰি। যুক্তৰূপ এটা মুক্তৰূপৰ পাছত লগ লাগিব পাৰে। তেতিয়া তাক পৰপ্ৰত্যয় বা সচৰাচৰ প্ৰত্যয় শব্দৰ দ্বাৰাও বুজোৱা হয়। মুক্তৰূপৰ আগত লগ লগা প্ৰত্যয়ৰ নাম পূৰ্ব প্ৰত্যয়। মুক্তৰূপ আৰু যুক্তৰূপৰ মাজত নাইবা মুক্তৰূপৰ মাজত লগ লগা প্ৰত্যয়ৰ নাম মধ্যপ্ৰত্যয়। উদাহৰণ স্বৰূপে বেগ-আই>বেগাই শব্দটোৰ বেগ অংশ মুক্তৰূপ বা শব্দমূল আৰু -আই হ'ল পৰপ্ৰত্যয়। বে-চৰকাৰ-ঈ শব্দটোৰ বে- পূৰ্বপ্ৰত্যয় আৰু -ঈ পৰপ্ৰত্যয়। কিতাপ-খনৰ -খন পৰপ্ৰত্যয়। কিন্তু কিতাপ-কেই-খনৰ -কেই- মধ্যপ্ৰত্যয়। মধ্যপ্ৰত্যয়ৰ বহুল ব্যৱহাৰ হোৱা ভাষা হৈছে আৰবী ভাষা। এই ভাষাত তিনিটা ব্যঞ্জনযুক্ত শব্দমূলৰ মাজত কিছুমান স্বৰধ্বনি সুমুৱাই দি ভিন্ন অৰ্থ কৰা হয় ; যেনে, ক-ত-ব, কিতাব, কুতুব, কাতিব ইত্যাদি।

যিবোৰ মুক্ত আৰু যুক্তৰূপ লগ লাগি হোৱা ৰূপৰ পাছত কোনো এটা উক্তি বা বাক্যত স্বাভাৱিক বিৰাম ঘটে তাক শব্দ বোলে। মই ঘৰলৈ যাওঁ এই উক্তিটোত মই, ঘৰলৈ আৰু যাওঁ এই তিনিটা শব্দ আছে। ৰূপবোৰ সংযুক্ত হৈ একোটা সম্পূৰ্ণ মনোভাৱ প্ৰকাশ পালে হয় একোটা বাক্য। কেতিয়াবা একোটা ৰূপেৰেও একোটা বাক্য হ'ব পাৰে। বাক্যত ব্যৱহাৰ হোৱা সময়ত ৰূপবোৰৰ বিশিষ্ট ক্ৰম আৰু সেইবোৰৰ পাছত যোগ হোৱা আন ৰূপ ( বিভক্তি, প্ৰত্যয় ) অনুসৰি সিহঁতৰ কিছুমান শ্ৰেণী বিভাগ কৰা হয়। সচৰাচৰ সেইবোৰক বিশেষ্য, বিশেষণ আদি শব্দেৰে বুজোৱা হয়। কিন্তু এটা কথা মন কৰিবলগীয়া যে সকলো ভাষাত বিশেষ্য, বিশেষণ আদি একে নহয়। এইদৰে কোনো এটা ভাষাৰ ৰূপবোৰৰ গঠন-প্ৰণালী সেই ভাষাৰ ৰূপতত্ত্ব। ৰূপবোৰ নিৰ্ধাৰিত হোৱাৰ পাছত সেইবোৰৰ বৃহৎ সংযোগৰ স্তৰলৈ গতি কৰিব পাৰি। সিয়ে হ'ল ভাষা এটাৰ বাক্য-বিন্যাস বা বাক্য-ৰচনা। বাক্য-ৰচনাত বিভিন্ন ৰূপৰ ক্ৰম আৰু সিহঁতৰ পাৰস্পৰিক সম্পৰ্কৰ বিষয়ে মন কৰা হয়। বাক্য-ৰচনাৰ প্ৰণালী সকলো ভাষাৰ একে নহয়। অৰ্থৰ ক্ষেত্ৰতো প্ৰত্যেক ভাষাৰ ৰূপবোৰৰ অৰ্থ বেলেগ বেলেগ। প্ৰকৃতপক্ষে কোনো ভাষাৰ ৰূপবোৰৰ সৈতে যুক্ত অৰ্থ যাদৃচ্ছিকহে। সেই কাৰণে একোটা বস্তু বুজাবলৈ বেলেগ বেলেগ ভাষাত বেলেগ বেলেগ ধ্বনি বা ধ্বনি-সংযোগ ঘটিছে ; যেনে, অস. গছ, হি. পেড়, ইং. ট্ৰি। প্ৰত্যেক ভাষাৰ ৰূপবোৰৰ অৰ্থৰ পৰিধিও একে নহয়। কোনো ভাষাৰ ৰূপবোৰৰ কেন্দ্ৰীয় অৰ্থ আৰু ব্যঞ্জিত অৰ্থও থাকে। সচৰাচৰ সকলোৱে ব্যৱহাৰ কৰা অৰ্থৰ নাম কেন্দ্ৰীয় অৰ্থ আৰু বিশেষভাৱে ব্যৱহাৰ হোৱা অৰ্থটো ব্যঞ্জিত অৰ্থ। অসমীয়াত গৰু বুলি ক'লে আমি জন্তু এটাকে বুজোঁ। এই অৰ্থটো কেন্দ্ৰীয় অৰ্থ। কিন্তু সি এটা গৰু বুলি ক'লে গৰু শব্দৰ অৰ্থটো ব্যঞ্জিত ৰূপত ব্যৱহাৰ হোৱা। প্ৰত্যেক ভাষাত ৰূপবোৰৰ কেন্দ্ৰীয় আৰু ব্যঞ্জিত অৰ্থৰ ব্যৱহাৰ সুকীয়া।

ভাষাৰ বিভিন্ন ক্ষেত্ৰৰ এই প্ৰণালীবোৰৰ অধ্যয়নৰ বাবে ভাষা-বিজ্ঞানক ধ্বনি-বিজ্ঞান, বিশিষ্ট ধ্বনি-বিজ্ঞান, ৰূপগ্ৰাম-বিজ্ঞান, বাক্য-বিন্যাস বিজ্ঞান আদি কেইবাটাও ভাগত ভগোৱা হৈছে। ভাষা-বিজ্ঞানৰ এইকেইটা প্ৰধান অঙ্গ। কোনো এটা ভাষাত ব্যৱহাৰ হোৱা ধ্বনিৰ প্ৰণালীবদ্ধ আলোচনা হৈছে ধ্বনিতত্ত্ব। কোনো এটা ভাষাত ব্যৱহাৰ হোৱা ধ্বনিবোৰৰ আটাইবোৰ ধ্বনি একে মৰ্যাদাসম্পন্ন নহয়, কিছুমান ধ্বনি কোনো এক বিশেষ পৰিৱেশতহে



ব্যৱহাৰ হয়। কিন্তু কিছুমান ধ্বনি আছে সেইবোৰক একে পৰিৱেশত এটাৰ ঠাইত আন এটা বহুৱাই দিলে ৰূপ দুটাৰ ভিন্ন অৰ্থ হয় গৈ। কোনো এটা ভাষাৰ এনে ধৰণৰ ধ্বনিবোৰক বিশিষ্ট ধ্বনি বোলে। বিশিষ্ট ধ্বনিবোৰৰ ভিতৰত বিশেষকৈ স্বৰ আৰু ব্যঞ্জন ধ্বনিবোৰক খণ্ডীয় বা বিভাজ্য বিশিষ্ট ধ্বনি আৰু স্বৰৰ দৈৰ্ঘ্য, স্বৰৰ অনুনাসিকতা, বলাঘাত আৰু সুৰক অখণ্ডনীয় বা অবিভাজ্য বিশিষ্ট ধ্বনি বোলে। বিশিষ্ট ধ্বনি নিৰ্বাচনৰ প্ৰণালীৰ অধ্যয়ন হ'ল বিশিষ্ট ধ্বনি-বিজ্ঞান। ইয়াৰ সহায়েৰে কথিত ৰূপত চলি থকা কোনো এটা ভাষাৰ লিপি নিৰ্ধাৰণ কৰিব পাৰি। সকলো ভাষাৰ ধ্বনি অৰ্থাৎ মানুহে উচ্চাৰণ কৰিব পৰা যি কোনো ধ্বনি সম্পৰ্কে কৰা আলোচনা ধ্বনি-বিজ্ঞানৰ অন্তৰ্গত। ইয়াত ধ্বনি-যন্ত্ৰ, ধ্বনি-যন্ত্ৰৰ সহায়েৰে উচ্চাৰণ কৰা ধ্বনিৰাজি, সিহঁতৰ উৎপত্তি, প্ৰকাৰ আদিৰ সূক্ষ্মাতিসূক্ষ্ম আলোচনা থাকে। এটা বা অধিক ধ্বনিৰ সংযোগত কিদৰে একোটা অৰ্থ প্ৰকাশিত হৈ একোটা ৰূপৰ সৃষ্টি হয়, ৰূপ-গঠনত প্ৰকৃতি, প্ৰত্যয় আদিৰ কি স্থান ; সংজ্ঞা, ক্ৰিয়া, ক্ৰিয়া-বিশেষণ, অব্যয় আদিৰ বিভাজন কিৰূপে কৰিব পাৰি ; লিঙ্গ, বচন, পুৰুষ, কাল আদি তত্ত্ব কি ?—এই আটাইবোৰৰ আলোচনা ৰূপগ্ৰাম-বিজ্ঞানত থাকে। কেতিয়াবা কোনো প্ৰকৃতি বা ধাতুৰ প ছত প্ৰত্যয় বা বিভক্তি আদি যোগ হ'লে পূৰ্বৰ প্ৰকৃতি আৰু ধাতুৰ ধ্বনিবোৰৰ সাল-সলনি ঘটে ; যেনে, অস. ধাৰ-উৱা > ধ'ৰুৱা, বাঘ-নী > বাঘিনী, চোৰ-নী > চুৰুণী। ভাষাৰ এনে ৰূপ পৰিৱৰ্তনৰ আলোচনাক তিৰ্যক ৰূপগ্ৰাম-বিজ্ঞান বোলা হয়। ৰূপ-গঠনৰ পাছত বিভিন্ন ৰূপৰ সংযোগ, সিহঁতৰ ক্ৰম, বাক্যৰ বিবিধ প্ৰকাৰ আদিৰ আলোচনা বাক্য-বিন্যাস-বিজ্ঞানৰ ভিতৰত পৰে। কোনো এটা ভাষাৰ শব্দবোৰৰ অৰ্থ সদায় একে ধৰণে নাথাকে। অৰ্থ সম্পৰ্কীয় পৰিৱৰ্তন কিয় আৰু কেনেকৈ হয়, নতুন শব্দৰ সৃষ্টি, পুৰণি শব্দ কিছুমানৰ লোপ আদিৰ বিষয়ে আলোচনা থাকে অৰ্থ-বিজ্ঞানত। ভাষা-অধ্যয়নৰ প্ৰণালী এইবোৰেই। এইবোৰৰদ্বাৰা কৰা ভাষাৰ প্ৰণালীবদ্ধ আলোচনাই হৈছে ভাষা-বিজ্ঞান। ভাষা-বিজ্ঞানে কোনো এটা ভাষাৰ ভিতৰুৱা গঠন-প্ৰণালী বুজাত সহায় কৰে। আন বিজ্ঞানৰ নিচিনা ইয়াতো সুকীয়া পদ্ধতি অনুসৰণ কৰা হয়। ইয়াৰো সুকীয়া পৰিভাষা আছে।

প্ৰণালীবদ্ধ অধ্যয়নৰ পিনৰপৰা ভাষ -বিজ্ঞানক প্ৰধানকৈ দুটা ভাগত ভগাব পাৰি ঃ বৰ্ণনাত্মক আৰু ঐতিহাসিক। এই দুটাৰ উপৰি আৰু এটা

ভাগ আছে। তাক তুলনাত্মক ভাষা-বিজ্ঞান বোলে। কোনো ভাষাৰ কোনো এক সময়ৰ প্ৰণালীবদ্ধ অধ্যয়নক বৰ্ণনাত্মক ভাষা-বিজ্ঞান বোলে। কোনো এটা ভাষাৰ গঠন-প্ৰণালীটো দেখুৱাটোৱে বৰ্ণনাত্মক ভাষা-বিজ্ঞানীৰ উদ্দেশ্য। কোনো ভাষাৰ কথিত ৰূপৰপৰাই এই গঠন-প্ৰণালী তৈয়াৰ কৰা হয়। ইয়াৰ বিপৰীতে ঐতিহাসিক ভাষা-বিজ্ঞানে কোনো ভাষাৰ বিভিন্ন সময়ত হোৱা পৰিৱৰ্তনৰ বিষয়ে আলোচনা কৰে আৰু ভাষা এটাৰ প্ৰাৰম্ভিক স্তৰৰ নিদৰ্শন নোপোৱা অৱস্থাত তাৰ পুনৰ নিৰ্মাণো কৰি লয়। কোনো ভাষাৰ প্ৰাচীন ৰূপৰ পৰা অৰ্বাচীন ৰূপৰ বিকাশ কেনেদৰে হ'ল তাক দেখুৱাটো এই শাখাটোৰ উদ্দেশ্য। দুটা বা তাতকৈ অধিক ভাষাৰ গঠন-প্ৰণালীৰ তুলনা দাঙি ধৰি কৰা আলোচনাক তুলনাত্মক ভাষা-বিজ্ঞান বোলে। তুলনাত্মক ভাষা-বিজ্ঞানৰ জৰিয়তে বিভিন্ন ভাষাৰ পূৰ্বৰূপ নিৰূপণৰদ্বাৰা ভাষাৰ পাৰিৱাৰিক সম্পৰ্ক স্থাপন কৰিব পাৰি। ওঠৰ শতিকাত সংস্কৃত, গ্ৰীক আৰু লেটিনৰ তুলনাত্মক আলোচনাৰদ্বাৰা তিনিওটা ভাষা একে পৰিয়ালৰ বুলি সিদ্ধ হ'ল আৰু লাহে লাহে ভাৰত-ইউৰোপীয় ভাষা-পৰিয়াল সুগঠিত হৈ উঠিল। ভাষা-বিজ্ঞানীয়ে কোনো এটা ভাষাৰ গঠন-পদ্ধতিৰ প্ৰণালীবদ্ধ আলোচনা কৰে আৰু তাৰ সহায়েৰে যেতিয়া কোনো ভাষা শিকোৱা হয় তেনে পদ্ধতিৰ নাম প্ৰায়োগিক ভাষা-বিজ্ঞান। এনে ব্যৱস্থাৰ-দ্বাৰা ভাষা এটা সহজতে আয়ত্ব কৰিব পৰা হয়।

কোনো এটা ভাষাৰ কথিত ৰূপৰপৰা ভাষাটোৰ গঠন-পদ্ধতিটো উলিয়াই বৰ্ণনা কৰা বৰ্ণনাত্মক ভাষা-বিজ্ঞানৰ কাম। তাকে কৰিবলৈ হ'লে প্ৰথমতে ধ্বনি-বিজ্ঞান, বিশিষ্ট ধ্বনি-বিজ্ঞান, ৰূপ-বিজ্ঞান, বাক্য-বিন্যাস-বিজ্ঞান আদিৰ ভাল জ্ঞান থকা এজন ভাষা-বিজ্ঞানীৰ আৱশ্যক। তাৰ পাছত আৱশ্যক হৈছে যিটো কথিত ভাষাৰ বিৱৰণ পাবলৈ বিচৰা হয় সেই ভাষাটোৰ বিষয়ে জনা, সেই ভাষাটো সদায় কৈ থকা এজন লোক। তেওঁক সূচক বুলি কোৱা হয়। ভাষা-বিজ্ঞানীয়ে তেওঁ বিশ্লেষণ কৰিব খোজা ভাষাটো কোৱা ঠাইলৈ গৈ এজন সূচকক বাছি ল'ব পাৰে নাইবা ভাষাটো কোৱা ঠাইৰ সূচক এজন ভাষা-বিজ্ঞানীয়ে তেওঁৰ ঠাইলৈ নিও ভাষাটোৰ বিষয়ে অনুসন্ধান কৰিব পাৰে। এই ক্ষেত্ৰত প্ৰথমৰ ব্যৱস্থাটোৱে বেছি উপযুক্ত। সাধাৰণতে সূচকজন সোতৰ-ওঠৰ বছৰ বয়সৰ হ'লে ভাল। বয়সৰ উপৰিও সূচকজন বুধিয়ক আৰু গম্ভীৰ প্ৰকৃতিৰ হ'ব লাগে। তেওঁ নিজৰ ঠাই এৰি আন ঠাইত



বেছি ঘূৰি ফুৰা লোক হ'ব নালাগে। পঢ়া-লেখা-জনা সূচক পালে একো বেয়া নহয়। স্ত্ৰী আৰু পুৰুষৰ ভিতৰত পুৰুষ সূচক বেছি ভাল। সূচকজন এজন স্বাভাৱিক লোক হ'ব লাগে। তেওঁ ভাষাটোৰ ধ্বনি-উচ্চাৰণৰ বাবে দৰ্কাৰ হোৱা শাৰীৰিক অঙ্গ-প্ৰত্যঙ্গবোৰৰ কোনো ক্ষেত্ৰত ত্ৰুটি নথকা হ'ব লাগে। সূচকজনৰ নিচিনা ভাষা-বিজ্ঞানীজনো কিছুমান গুণৰ অধিকাৰী হোৱা দৰ্কাৰ। তেওঁ অতি সোনকালে অপৰিচিতজনক পৰিচিত আৰু পৰিচিতজনক বন্ধুৰ নিচিনা কৰি ল'ব পৰা বিধৰ লোক হ'ব লাগে। তেওঁ সূচকজনৰ মনোভাৱ বুজি কাম কৰিব পৰা হ'ব লাগিব। ভাষা-বিজ্ঞানীয়ে মূলতঃ সূচকজনক কথা সুধি সুধি ভাষাটোত ব্যৱহাৰ হোৱা ৰূপবোৰ ল'ব লাগে। ৰূপবোৰ লওঁতে তেওঁ প্ৰথম অৱস্থাত মূৰ্ত বস্তুবোৰ ল'ব। পাছতহে অমূৰ্ত ভাৱ-প্ৰকাশক কথাবোৰলৈ যাব। তাকে কৰিবলৈ তেওঁ এখন সুদীৰ্ঘ প্ৰশ্নাৱলী যুগুত কৰি ল'ব। তাত মৌলিক শব্দভাণ্ডাৰে বিশেষ স্থান পাব। মৌলিক শব্দভাণ্ডাৰৰ ভিতৰত পৰিব শাৰীৰিক অঙ্গ-প্ৰত্যঙ্গ বুজোৱা শব্দ; সম্বন্ধ বুজোৱা শব্দ; ঘৰুৱা শব্দ; যেনে, কানি-কাপোৰ, খোৱা-লোৱা বয়-বস্তু আদিৰ নাম, জীৱ-জন্তুৰ নাম, ফল-ফুলৰ নাম, নৈ-নলা বুজোৱা শব্দ, পঢ়া-লেখাৰ সামগ্ৰী আদি; সৰ্বনাম শব্দ; বিশেষণ শব্দ ইত্যাদি। এনে ধৰণৰ শব্দবোৰ লোৱাৰ পাছত ৰূপবোৰৰ সংযোগ আৰু বাক্য-বিন্যাস সম্পৰ্কীয় কথাবোৰ উলিয়াবৰ কাৰণে সৰু সৰু বাক্য, বাক্যাংশ আদিৰ প্ৰশ্ন কৰিব লাগিব। এনেদৰে বিশিষ্ট পদ্ধতি অনুসৰণ কৰি কোনো কথিত ভাষাৰ পৰা ভাষাটোৰ গঠন-পদ্ধতি নিৰ্ণয়ৰ ব্যৱস্থাক ক্ষেত্ৰ পদ্ধতি বোলে।

ভাষা-বিজ্ঞানৰ বহুতো প্ৰশাখাৰ সৃষ্টি হৈছে। সেইবোৰৰ ভিতৰত ভাষা-ভূগোল, তুলনাত্মক পদ্ধতি, সমাজ-ভাষা-বিজ্ঞান, ভাষা-কালক্ৰম-বিজ্ঞান, ভূ-ভাষা-বিজ্ঞান আদিৰ নাম উল্লেখ কৰিব পাৰি। কোনো এঠাইৰ ভাষা এটাক সেই ভাষা কোৱা সকলো লোকৰ মাজত একে ৰূপত পোৱা নাযায়। ব্যক্তি অনুসৰি, ব্যৱসায় অনুসৰি, সামাজিক স্থিতি অনুযায়ী, পুৰুষ-স্ত্ৰী অনুযায়ী, আনকি অঞ্চল অনুযায়ীও ভাষাৰ তাৰতম্য পৰিলক্ষিত হয়। ভাষাৰ তাৰতম্য বুলিলে ভাষাৰ সকলো ক্ষেত্ৰতে যেনে, ধ্বনি, ৰূপ-গঠন, শব্দমালা, শব্দৰ অৰ্থ আদিত তাৰতম্যৰ কথা বুজিব লাগিব। কোনো এঠাইৰ ভাষাত থকা যি কোনো পাৰ্থক্যৰ অৱস্থিতি আৰু প্ৰকাৰ, সিহঁতৰ বিস্তাৰ আদিৰ অধ্যয়ন ভাষা-ভূগোলৰ অন্তৰ্গত। ভাষা-ভূগোলৰ সহায়ত কোনো ভাষা, উপভাষা

আৰু মান্যভাষাৰ গতি-পথ নিৰ্ণয় কৰিব পাৰি। তদুপৰি কোনো এটা ভাষাৰ বৰ্তমানৰ সমগ্ৰ ৰূপ এটাও ই দাঙি ধৰে।

দুটা বা অধিক ভাষাৰ মাজত ধ্বনি, ৰূপ-ৰচনা, বাক্য-গঠন-পদ্ধতি, শব্দ-ভাণ্ডাৰ আদি বিভিন্ন দিশত সাদৃশ্য দেখা গলে সেই সেই ভাষাবোৰক সম্বন্ধিত ভাষা বুলি ধাৰণা কৰিব পাৰি। সম্পৰ্ক থকা যেন বোধ হোৱা ভাষাবোৰৰ যদি প্ৰাচীন ৰূপৰ নিদৰ্শন পোৱা যায় তেনেহ'লে তাৰ সহায়ত আৰু ভাষাবোৰৰ মাজৰ ভিন্নতাৰ পদ্ধতিৰ সহায়ত সেই ভাষাবোৰৰ পূৰ্বৰূপ একোটা নিৰ্ধাৰণ কৰিব পাৰি। এইদৰে গৈ গৈ এটা মাত্ৰ আদি মূল ভাষাৰ ওচৰ চাপিব পাৰি। কোনো দুটা ভাষা যদি এটা মূল ভাষাৰ পৰিণতি স্বৰূপে হোৱা বুলি জনা যায় তেনেহ'লে মূল ভাষাটোক মূল-ভাষা বা পিতৃ-ভাষা বোলে। মূল-ভাষাৰ পৰিণতি স্বৰূপে হোৱা ভাষাবোৰক দুহিতৃ-ভাষা আৰু পৰিণত ভাষাবোৰ পৰস্পৰে ভগিনী-ভাষা। পিতৃ-ভাষা আৰু দুহিতৃ-ভাষাবোৰ লগ লাগি একোটা ভাষা-পৰিয়ালত পৰিণত হয়। ভগিনী-ভাষাবোৰৰ তুলনাৰদ্বাৰা মূল-ভাষাৰ পুনৰ নিৰ্মাণ কৌশলৰ নাম তুলনাত্মক পদ্ধতি।

তুলনাত্মক পদ্ধতি আৰু পুনৰ নিৰ্মাণৰ কৌশলৰপৰা ভাষাৰ যে সময়ত পৰিৱৰ্তন ঘটে সেই কথাটো স্পষ্টকৈ বুজা যায়। ভাষাৰ অকল পৰিৱৰ্তনেই নহয়, সময়ত ভাষা এটাৰ শব্দ কিছুমানো লোপ পায়। কোনো এটা ভাষাৰ মৌলিক শব্দবোৰ কেনে গতিত লোপ পায় সেই বিষয়ে গৱেষণাৰ ফলত দেখা গৈছে যে এহেজাৰ বছৰত ভাষা এটাৰ মৌলিক শব্দমালাৰ শতকৰা উনৈছটা শব্দ লোপ পায়। যদি কোনো দুটা ভাষাৰ এটা আনটোৰপৰা পৃথক হোৱাৰ এহেজাৰ বছৰ হৈছে তেনেহ'লে সেই ভাষা দুটাৰ একে হৈ থকা অৱস্থাত পোৱা মৌলিক শব্দমালাৰ ভিতৰত প্ৰত্যেকে শতকৰা উনৈছটা শব্দ হেৰুৱাব আৰু প্ৰত্যেকটো ভাষাই প্ৰথমৰ শব্দভাণ্ডাৰৰ শতকৰা একাশীটাহে সংৰক্ষণ কৰিব। আন এক ধৰণেও দুটা ভাষাৰ পৃথকীকৰণৰ সময় নিৰ্ধাৰণ কৰিব পাৰি। দুটা ভাষাৰ মৌলিক শব্দমালাৰ ভিতৰত শতকৰা ৬৬টা সজাতীয় শব্দ হ'লে ভাষা দুটা ভিন্ন হোৱাৰ এহেজাৰ বছৰ হৈছে বুলি ধৰিব লাগে আৰু যদি শতকৰা ৪৪টা শব্দহে সজাতীয় শব্দ তেতিয়া হ'লে ভাষা দুটা ভিন্ন হোৱাৰ দুহেজাৰ বছৰ হোৱা বুলি ধৰিব পাৰি। জন্মগতভাৱে সম্বন্ধ থকা শব্দবোৰৰ প্ৰত্যেককে সজাতীয় শব্দ বুলি কোৱা হয়। ভাষাৰ শব্দমালাৰ লোপৰ ওপৰত নিৰ্ভৰ কৰি ভাষাৰ পৃথকীকৰণৰ পদ্ধতিৰ নাম ভাষা-কালক্ৰম-বিজ্ঞান।



ভূ-ভাষা-বিজ্ঞানত ভাষাৰ ব্যৱহাৰিক মূল্যৰ ওপৰত গুৰুত্ব দিয়া হয়। ইয়াক ভাষা-বিজ্ঞানৰ বৌদ্ধিক দিশৰ ব্যৱহাৰিক ফাল বুলিও অভিহিত কৰে। পদাৰ্থ-বিজ্ঞানৰ সূত্ৰবোৰৰ ব্যৱহাৰিক ফালটোৱে যিদৰে বল-বিজ্ঞানৰ সৃষ্টি কৰিছে, ভাষা-বিজ্ঞানৰ সূত্ৰবোৰৰ প্ৰয়োগৰ দিশটোৱে তেনেকৈ ভূ-ভাষা-বিজ্ঞানৰ জন্ম দিছে। কোনো ভৌগোলিক পৰিৱেষ্টনৰ স্থানীয় ভাষা, ঔপনিৱেশিক ভাষা, প্ৰথমটোৰ ওপৰত দ্বিতীয়টোৰ প্ৰভাৱ, কোনো ঠাইৰ মুখ্য ভাষা আৰু গৌণ ভাষা, দ্বিভাষিতা বা বহুভাষিতা, কোনো এটা ভাষাৰ সলনি আন এটাৰ প্ৰয়োগ, ভগনীয়া সকলৰ ভাষা, স্থানীয় ভাষাৰ সৈতে তাৰ সম্পৰ্ক, মিশ্ৰভাষা, ভাষাৰ সামাজিক আৰু সাংস্কৃতিক স্বীকৃতি, সাহিত্যিক ভাষা, ৰাজ্য ভাষা, ৰাষ্ট্ৰভাষা, উপভাষা, বৰ্গভাষা, আদি সকলো ভাষাৰ ব্যৱহাৰিক ফালক লৈ ভূ-ভাষা-বিজ্ঞানে কাম কৰে।

ভাষাৰ বিশ্লেষণ আৰু অধ্যয়নৰ সহায়ত প্ৰাক্ ঐতিহাসিক যুগৰ সমাজ এখনৰ ছবিও আমাৰ সমুখত উপস্থিত কৰাৰ সুবিধা আছে। ইয়াৰ কাৰণে প্ৰথমতে কোনো এটা ভাষাৰ প্ৰাচীন শব্দবোৰ লোৱা হয়। তাৰ পাছত সেই ভাষা-পৰিয়ালৰ আন ভাষাবোৰৰপৰাও প্ৰাচীন শব্দবোৰ লৈ সেইবোৰক বিভিন্ন শিতানত ভাগ কৰি ( সামাজিক, ধাৰ্মিক, আৰ্থিক আদি ) প্ৰাচীনতম কালত থকা সমাজখনৰ আভাস দাঙি ধৰা হয়। বিভিন্ন জীৱ-জন্তুৰ নামৰ বিশ্লেষণৰদ্বাৰা প্ৰাচীনতম কালত কি কি জীৱ-জন্তু আছিল তাৰ উমান পাব পাৰি। ক্ৰিয়া শব্দৰ ব্যৱহাৰৰপৰা সামাজিক জীৱনৰ বিষয়ে কথা বহু জানিব পাৰি। প্ৰকৃতি, পৰ্বত, নদী, জীৱ-জন্তু, গছ-গছনি ঋতু আদি বুজোৱা শব্দবোৰৰ অধ্যয়নৰপৰা সেই সমাজৰ লোকবোৰ পৃথিৱীৰ কোন ঠাইত বাস কৰিছিল তাৰো অনুমান কৰিব পাৰি। ভাষাৰ জৰিয়তে প্ৰাচীন সমাজৰ অনুসন্ধান ভাষা-বিজ্ঞানৰ এটা অঙ্গত পৰিণত হৈছে। এনে ধৰণৰ অনুসন্ধান ভাৰত-ইউৰোপীয় ভাষা-পৰিয়ালৰ ক্ষেত্ৰত চলোৱা হৈছিল আৰু তাৰদ্বাৰা আৰ্যসকলৰ বাসস্থান মধ্য এছিয়া বুলি কিছুমান পণ্ডিতে সিদ্ধান্ত লৈছে।

সমাজ-ভাষা-বিজ্ঞান ভাষা-বিজ্ঞানৰ আন এটা দিশ। ভাষা মূলতঃ সামাজিক বস্তু। ব্যক্তিয়ে সমাজত ভাষা এটা শিকে আৰু সমাজতে তাক ব্যৱহাৰ কৰে। কোনো এখন সমাজৰ বিষয়ে সেই ঠাইত ব্যৱহাৰ কৰা ভাষাৰ জৰিয়তে বহুত কথা জানিব পাৰি। এখন সমাজৰ সকলো মানুহ সমান নহয়। তাৰ কোনো এজন ধনী, কোনো দুখীয়া, কোনো শিক্ষিত,

কোনো অশিক্ষিত, কোনো উচ্চ বৰ্গৰ আৰু কোনো নিম্ন বৰ্গৰ। এখন সমাজত বিভিন্ন ধৰ্মৰ, বিভিন্ন বৰ্ণৰ, বিভিন্ন ব্যৱসায়ৰ লোক বাস কৰে। সমাজখনত মতা আৰু মাইকী এই দুটা ভাগো আছে। এখন সমাজত কোনো এটা ভাষা যেতিয়া ব্যৱহাৰ হৈ থাকে তেতিয়া এই বিভিন্ন ধৰণৰ মানুহৰ ক্ষেত্ৰত ভাষাটোৰ কিছুমান সুকীয়া বৈশিষ্ট্য পোৱা যায়। সেইবোৰ ধ্বনি, ৰূপ-ৰচনা, বাক্য-ৰচনা, শব্দৰ ব্যৱহাৰ, প্ৰবাদ বচন, জতুৱা ঠাচ আদিৰ ক্ষেত্ৰত দেখা যায়। ভাষাৰ জ্ঞান থকা কোনো এজন লোকে আন এজন অপৰিচিত লোকক লগ পালে তেওঁ ব্যৱহাৰ কৰা ভাষাৰ এই বিভিন্ন দিশৰপৰা মানুহ-জনৰ বিষয়ে এটা স্পষ্ট ধাৰণা কৰি ল'বলৈ সক্ষম হয়। কোনো এঠাইৰ ভাষাৰ মাধ্যমেৰে সেই ঠাইৰ মানুহৰ আদৰ্শ, সংস্কাৰ, কুসংস্কাৰ, আন মানুহৰ প্ৰতি সেই ঠাইৰ মানুহৰ মনোভাৱ আদি বহু কথাৰ সম্ভেদ পোৱা যায়। ভাষাৰ মাধ্যমেৰে কোনো এখন ঠাইৰ সামাজিক আদৰ্শ এসময়ত কেনে ধৰণৰ আছিল তাকো বুজিব পাৰি। এদিনাখন ভাৰতবৰ্ষত ৰজা-মহাৰজা সকলক জহাঁপনাহ অন্নদাতা, গৰীবপৰৱৰ আদি শব্দেৰে সম্বোধন কৰা হৈছিল। অসমতো সৰ্গদেউ, বাজমাও দেউতা আদি শব্দৰ ব্যৱহাৰ চলিছিল। এসময়ত অসমীয়া নাটকত কোনো স্ত্ৰীয়ে স্বামীক সম্বোধন কৰিবলৈ 'নাথ' শব্দ ব্যৱহাৰ কৰিছিল। অসমৰ বৈষ্ণৱ সমাজত ব্যৱহাৰ হোৱা ভকতীয়া ঠাচৰ উল্লেখো এই ক্ষেত্ৰত মন কৰিবলগীয়া। সমাজৰ কোনো এক সম্প্ৰদায়ৰ লোকৰ আন সম্প্ৰদায়ৰ প্ৰতি মনোভাৱ কেনেকুৱা আছিল ভাষাৰ বচনত পোৱা অনেক বচনে তাৰ সাক্ষী প্ৰদান কৰিব।

ওপৰৰ আলোচনাৰপৰা ভাষা-বিজ্ঞানৰ আৰু তাৰ প্ৰয়োগ পদ্ধতি আদিৰ বিষয়ে এটা সম্যক আভাস পোৱা যাব বুলি ধাৰণা কৰা হৈছে। বৰ্তমান সময়ত ভাষ বিজ্ঞানক মানুহৰ সমাজ আৰু সংস্কৃতিৰ বিভিন্ন দিশৰ অধ্যয়নত প্ৰয়োগ কৰা হৈছে। আধুনিক ভাষা-বিজ্ঞানৰ বিশেষ বৰঙণি হৈছে কোনো এটা ভাষাৰ শিক্ষা-পদ্ধতিত। ভাষা-বিজ্ঞানৰ আশ্ৰয়ত কোনো এখন ঠাইৰ মান্যভাষা, ৰাষ্ট্ৰভাষা বা আন বিদেশী ভাষা আদিক কম সময়ৰ ভিতৰতে আয়ত্ত কৰিব পৰা কৰা হৈছে। আমাৰ ইয়াত তেনে প্ৰচেষ্টা হোৱা নাই কাৰণে আমাৰ যি কোনো ভাষাৰ শিক্ষা পদ্ধতি ত্ৰুটিপূৰ্ণ হৈ ৰৈছে আৰু উঠি অহা ল'ৰা-ছোৱালীবোৰৰ সময় আৰু ধন অযথা ব্যয় হৈছে। ভাষা-বিজ্ঞানৰ অধ্যয়ন আৰু বিভিন্ন দিশত তাৰ প্ৰয়োগ-পদ্ধতিয়ে এখন আগবঢ়া সমাজৰ কথাকে সূচায়।

# অসমীয়া ভাষাৰ ঐতিহাসিক বিকাশ

ড° সত্যেন্দ্ৰনাৰায়ণ গোস্বামী

ভাৰতৰ পূৰ্বাঞ্চলত প্ৰচলিত অন্যতম আৰ্যসম্ভূত আঞ্চলিক ভাষাটোৱেই অসমীয়া। এই ভাষা অধ্যুষিত ভূভাগ আৰু ভাষা-ভাষী সকলৰ অনুকৰণত অসমীয়া নামকৰণ। এই অসমীয়া শব্দটো আৰ্যভাষা আৰু আৰ্যেতৰ ভাষাৰ উপাদানেৰে গঠিত—মূল 'অসম' শব্দৰ 'সম' দৰাচলতে টাই শব্দ; অ-উপসৰ্গ অসমীয়া আ-উপসৰ্গৰ পৰিণতি আৰু 'অসমীয়া শব্দৰ ঈয়া প্ৰত্যয় সংস্কৃত ইক+আক প্ৰত্যয়ৰ ৰূপান্তৰ। সেইবাবেই কোৱা হৈছে অসমীয়া শব্দটো সংস্কৃতজ শব্দ নহয়। টাই ভাষাৰ ছাম/সাম (chām/śām) ধাতুত আ-(ā) উপসৰ্গ যুক্ত হৈ সিদ্ধ হোৱা আছাম/আচম/আসম (āchām/acām/āsam) শব্দৰ অৰ্থ হ'ল অপৰাজেয় বা অপৰাজিত লোক, আৰু তাৰেই ক্ৰম-বিকাশৰ ফল অসম/আসাম অৰ্থাৎ অপৰাজিত সকলৰ ঠাই।[১] অৱশ্যে জাতি বাচক টাই শব্দ Rham শব্দৰপৰাও এই 'অসম' শব্দৰ ব্যুৎপত্তি দেখুৱাবলৈ চেষ্টা কৰা হৈছে;[২] কিন্তু ধ্বনিগত বিচাৰত সেই যুক্তিৰ সবলতাতকৈ দুৰ্বলতাহে বেছি স্পষ্ট হৈ পৰে। কিন্তু এই দুয়োটা যুক্তিৰে এটা সত্যতা আছে; সিয়েই হ'ল টাই শব্দ আৰু সংস্কৃত প্ৰত্যয়ৰ সংমিশ্ৰণ। অসমীয়া শব্দটো চালি-জাৰি চালেই এই কথাটো ওলাই পৰে যে ইয়াত সংস্কৃত বা আৰ্যভাষা আৰু অনা-সংস্কৃত অৰ্থাৎ আৰ্যেতৰ ভাষাৰ উপাদান যথেষ্ট পৰিমাণে আছে। অসমীয়া ভাষাৰ গোত্ৰ অনুসন্ধান অতি জটিল কথা, যিমানে অতীতলৈ যোৱা যায় তিমানে ডাঠ কুৱলীৰ মাজত সোমাই পৰা যায়।

অসমীয়া শব্দটো আৰ্যগোষ্ঠীৰপৰা লোৱা নহ'ব পাৰে, কিন্তু ভাষাটোৰ আকৃতি-প্ৰকৃতি অৰ্থাৎ গঠনটো (structure) হলে আৰ্যভাষসম্ভূত মাৰাঠী, হিন্দী, বাংলা আদি ভাষাৰ অনুৰূপ। সেই কাৰণে অসমীয়া ভাষাৰ বিকাশ ধাৰাত আমাৰ চকুত দুটা কথা সঘনে চকুত পৰে—বংশগত বা গোষ্ঠীগত বৈশিষ্ট্য

১. Kakati, B, 1941, Assamese—its Formation & Development, P 12

২. Chatterji, S. K, 1956, Journal of Asiatic Society, Vol. XXII, No. 2, p. 147-153

আৰু আনগোষ্ঠীগত উপাদান। ভাষাৰ ক্ৰমবিকাশৰ লগে লগে ইয়াৰ গাতে লাগি থকা আৰ্যেতৰ ভাষাৰপৰা অজস্ৰ উপাদান গ্ৰহণ কৰি অসমীয়া ভাষাই অভিনৱ ৰূপ পৰিগ্ৰহ কৰিয়েই ক্ষান্ত থকা নাই, এই ভূ-ভাগক ভাষাতাত্ত্বিকৰ বাবে অপূৰ্ব সুন্দৰ নন্দন কাননত পৰিণত কৰিহে এৰিছে।

গাণিতিক পৰিসংখ্যাৰে চালে অসমীয়া ভাষাভাষী লোক হয়তো তাকৰ, কিন্তু ভাষা-সাহিত্যৰ গুণগত বিচাৰত ইয়াৰ মৰ্যাদা বহু ওপৰত, সমগোত্ৰীয় কেবাটাও ভাষাৰ লগত সমানে খোজ মিলাব পৰা অৰ্হতা অসমীয়াৰ আছে। আনকি প্ৰাক্ মাগধী[৩] পৰ্যায়ৰেপৰা অসমীয়া ভাষাই অতি বিচক্ষণ উদাৰপন্থী বহুদূৰদৰ্শী ভাষাৰ দৰে বিদেশী অৰ্থাৎ আৰ্যেতৰ উপাদান ইমান চতুৰভাৱে গ্ৰহণ কৰিছে যে বহু সময়ত তাক আৰ্যসম্ভূত বুলিয়ে মানি লবলগীয়া হয়। সাধাৰণভাৱে কবলৈ হলে জন্ম লগ্নৰেপৰা প্ৰায় এহাজাৰ বছৰীয়া জীৱন কালছোৱাত প্ৰাকৃতিক, ৰাজনৈতিক, সামাজিক নানা বিপৰ্য্যয়ৰ সন্মুখীন হৈ স্তৰে স্তৰে ন-পুৰণি সাজ-সজ্জাৰে সাজি-কাছি অন্যান্য ভাৰতীয় আধুনিক আৰ্যভাষাৰদৰে অসমীয়া ভাষা আজিৰ এই অৱস্থাত উপনীত হৈছেহি। তথাকথিত আধুনিক কালছোৱাত বিশ্ববিদ্যালয়-কেন্দ্ৰী শিক্ষা আৰু যান্ত্ৰিক সভ্যতাৰ দুৰ্জয় প্ৰভাৱত অসমীয়া ভাষাই ক্ষিপ্ৰ গতিৰে আগবাঢ়ি গৈছে বাবে এই কালচোৱাত বিদেশীসম্বলৰ টোপোলাটো ক্ৰমশঃ ডাঙৰ হৈ আহিব লাগিছে—ই যে যুগৰ সভ্যতাৰ প্ৰত্যাহ্বান।

অসমীয়া ভাষাৰ হাজাৰ বছৰীয়া জীৱন কালছোৱাত কেবাটাও খলপা বা স্তৰ নিৰ্দেশ কৰিব পাৰি। ভাষাগত বিচাৰত সেই খলপা কেইটা যিদৰে নিৰ্দেশিত হয়, সাহিত্যগত বিচাৰতো একেদৰে প্ৰায় পাঁচটমান স্তৰ নিৰ্দেশিত হৈ আহিছে। এই কালছোৱাত ঘাইকৈ ৰাজনৈতিক কাৰণত অসমীয়া ভাষা-সাহিত্য চৰ্চাৰ কেন্দ্ৰস্থান সময়ে সময়ে ইঠাইৰপৰা সিঠাইলৈ সলনি হৈছিল। বৰাহীৰজাৰ দিনত ইয়াৰ যি কেন্দ্ৰস্থান আছিল, দৰঙীৰজাৰ দিনত সেই একেখন কেন্দ্ৰস্থান নাছিল। সেইদৰে কোচৰজা, আহোম

৩. প্ৰাক্ মাগধী (Proto-Māgadhī) অৰ্থাৎ মাগধী প্ৰাকৃত > মাগধী অপভ্ৰংশ > মাগধী অবহট্‌ঠ—ইয়াৰ পাছতো পূব ভাৰতৰ অসমীয়া বঙলা, উৰিয়া, মৈথিলী ভাষাই স্বকীয় ৰূপ পৰিগ্ৰহ কৰাৰ ঠিক পূৰ্বস্তৰৰ ভাষাৰ ৰূপটোক Proto-Māgadhī আৰু এই মাগধী প্ৰাকৃতৰপৰা উদ্ভৱ হোৱা আধুনিক ভাষাকেইটাক Pan Māgadhī বুলি কোৱা হয়



ৰজা, বৃটিছৰ আদিছোৱা, বৃটিছৰ শেষছোৱা, স্বাধীনোত্তৰ কালত অসমৰ উজনি নামনি খণ্ডৰ ভিন ভিন ঠাইলৈ ভাষা-সাহিত্য চৰ্চাৰ নেতৃত্ব সলনি হৈ আহিছিল। ৰাজনৈতিক পৃষ্ঠপোষকতাৰ বাবেই এই কেন্দ্ৰস্থানৰ সলনি ঘটিছিল আৰু তাৰ লগে লগে ভাষাই বিভিন্ন সময়ত আঞ্চলিক তথা লৌকিক ভাষাৰ কিছুমান সমল কোচত ভৰাই লৈছিল। এইদৰেই আঞ্চলিক কথিত ভাষা অৰ্থাৎ উপভাষাগত বস্তুবোৰ সামৰি-সুতৰি লৈ এই ব্যাপক ভূখণ্ডক নিজৰ ঘৰভেটিত পৰিণত কৰিলে, লগতে কেউপিনে দাঁতি কাষৰীয়া কিছু অঞ্চলক ইয়াৰ পিৰালি পানীপোতাৰ ৰূপ দি প্ৰায় বৰ্তমানৰ পূৰ্বাঞ্চলটোকে ইয়াৰ সাতাম পুৰুষীয়া ম্যাদী পট্টাৰ অন্তৰ্গত কৰি ললে। এইয়া ভাৱ প্ৰৱণতাৰ বশৱৰ্তী হৈ কোৱা কথা নহয়, বা উৎকট জগতীয়তাবাদীৰ সপোন নহয়, ভাষাগত বিচাৰৰ অনুসন্ধানলব্ধ কথাহে। আঞ্চলিক ভাষাৰ গাত খুন্দা-খুন্দনি খাই গাত চিন ৰখাৰ দৰে অন্যান্য ভাষাৰ লগত টনা আজোৰা কৰিও অসমীয়াই নানা আচোঁৰ-খামোচৰ চিনো গাত ৰাখি আহিছে। এইদৰে সময়ৰ হাতবুলনিত ভাষাৰ গাৰ নানা দিশত নতুন নতুন চিন ৰৈ গৈছে। এইখিনি বিচাৰ কৰোঁতে ভাষাৰ এই কালছোৱাৰ স্তৰ বিচাৰৰ সময়ত কিন্তু তাৰো আগৰ কালছোৱাৰ বুৰঞ্জী বিচাৰ কৰা দৰ্কাৰ। নহলে এই ক্ৰম-বিকাশৰ ধাৰাটোৰ ঐতিহাসিক বিচাৰ অসম্পূৰ্ণ হৈ ৰব। এই বুৰঞ্জী উদ্ধাৰৰ দৰে আমি পিছমুখে আগুৱাই যাব লাগিব, তেতিয়া আমি দেখিবলৈ পাম যে পূব ভাৰতৰ আধুনিক আৰ্য-ভাষা[৪] কেইটাৰ উপৰিও ভাৰতৰ উত্তৰ-মধ্য-পশ্চিমাঞ্চলত প্ৰচলিত আধুনিক ভাৰতীয় আৰ্য-ভাষা কেইটাৰ লগত অসমীয়াৰ বহুবিষয়ত সাদৃশ্য আছে। লৌকিক প্ৰভাৱৰ পৰিণতি স্বৰূপে অঞ্চল বিশেষে এই ভাষাবোৰে সুকীয়া সুকীয়া ৰূপ লৈছে যদিও মূলতে একেটা ভাষাই আছিল। সিমানতে ক্ষান্ত নাথাকি আমি যদি আৰু আগুৱাই যাওঁ তেতিয়া হলে দেখিবলৈ পাওঁ যে ইৰাণ-পাৰস্যৰ ভাষাৰ লগত ভাৰতৰ সংস্কৃত ভাষাৰো প্ৰচুৰ সাদৃশ্য বৰ্তমান। ভাষাগত অৰ্থাৎ ভাষাৰ ধ্বনিতাত্ত্বিক, ৰূপতাত্ত্বিক বা শব্দ তাত্ত্বিক আৰু লেখন ব্যৱস্থা আদিৰ মাজত যিমানখিনি সম্পৰ্ক আৰু সাদৃশ্য পোৱা যায় তিমানখিনিয়েই প্ৰমাণ কৰে যে ইউৰোপৰ ইংৰাজী জাৰ্মান, ইটালীয়, ৰুছ আদি ভাষাৰ লগত আধুনিক ভাৰতীয় আৰ্য ভাষাসমূহৰ চমৎকাৰ মিল

৪. Chatterji, S. K., 1926, Origin and Development of the Bengali Language, Introduction.

আছে[৫], সেই মিলনত ককা আজোককাৰ কালতকৈও বহু পুৰণিকালৰ সম্পৰ্ক জৰিত আছে যাক সহজে গোত্ৰ, প্ৰবৰ আদিৰ লগত তুলনা কৰিব পাৰি। তেনেহলে দেখা গ'ল যে অসমীয়া ভাষাৰ আদি উৎসৰ সন্ধানত আমি যিমানে অতীতৰ বুকুলৈ আগুৱাই যাওঁ তিমানে বিষয়টো জটিলৰপৰা জটিলতৰ ৰূপ ধাৰণ কৰে। কেবা হাজাৰ বছৰ কালৰ আগত এই ভাৰতবৰ্ষ উপ-মহাদেশত যিবোৰ ভাষা-ভাষী মানুহ আছিল তেওঁলোক আৰ্যেতৰ গোষ্ঠী-ভুক্ত তথা দ্ৰাবিড়, অষ্ট্ৰিক, তিব্বতোবৰ্মী বা তিব্বতোচীনীয় গোষ্ঠীৰ লোক।[৬] সেই ভাষা আছিল আদি আৰ্য ভাষাতকৈও বহু পৃথক। ভাৰতত আৰ্য ভাষাৰ প্ৰবেশদ্বাৰ হ'ল কাশ্মীৰ আফগানিস্থানৰ পাহাৰুৱা পথ আৰু প্ৰথম বসতি স্থান হ'ল সুবিস্তীৰ্ণ সিন্ধু উপত্যকা। তাত নিগাজীকৈ খোপনিপুতি এই ভাষাই ক্ৰমবৰ্ধমান গতিত ভাৰতৰ দক্ষিণ আৰু পূব অঞ্চললৈ আগবাঢ়ি আহে, এই সভ্যতা-ভাষা-সংস্কৃতিৰ বিপুলায়তন ঐশ্বৰ্য শক্তিয়ে আৰ্যেতৰ গোষ্ঠীক এফালৰপৰা গ্ৰাস কৰি আহিল ; কিন্তু লুপ্তমুখী এই ভাষাসমূহেও চেগ বুজি আৰ্য-ভাষাৰ চুকে কোণে য'তে যেনেভাৱে পাৰে আশ্ৰয় লৈ স্বকীয় মহিমাৰে ৰৈ গ'ল। প্ৰত্ন ভাৰতীয় আৰ্য-ভাষাৰ বিপুল শব্দ সম্ভাৰৰ ভালেমান শব্দ আৰু বৈয়াকৰণিক উপদান এই আৰ্যেতৰ ভাষাৰ অৱদান। দক্ষিণ ভাৰতত তামিল, কানাড়ী, তেলেগু, মালয়ালম ভাষাই আজিও দ্ৰাবিড় ভাষাৰ গুণ-গৰিমা ঘোষণা কৰি থকাৰদৰে বহুত চেপা-খুন্দা খায়ো অসমত বড়ো ; অৰুণাচল, নগাৰাজ্য, মিজোৰাম আদিৰ জাতি উপজাতিৰ ভাষাসমূহে মূল তিব্বতোচীনীয় বা তিব্বতোবৰ্মী ভাষাৰ প্ৰতিনিধিত্ব কৰি আছে। সেইদৰে মেঘালয়ৰ খাছি অৰ্থাৎ মনখ্‌মেৰ ভাষাই অষ্ট্ৰিক গোষ্ঠীভুক্ত ভাষা আজিও বৰ্তমান। ভাৰতীয় আৰ্যৰ পূব প্ৰান্তৰ আধুনিকতম প্ৰতিনিধি অসমীয়া ভাষায়ো এই অষ্ট্ৰিক তিব্বতোচীনীয় ভাষাৰ বহু উপাদান সামৰি লৈ কোনোৰকমে নিজৰ অতীত ঐতিহ্য অটুট ৰাখিবলৈ সক্ষম হৈছে।

অসমীয়া ভাষাৰ ঐতিহাসিক বিকাশৰ কথা কিয় যি কোনো ভাষাৰ ইতিহাস ৰচনাৰ ক্ষেত্ৰত যে পাশ্চাত্য পৰ্যবেক্ষণৰীতি আৰু প্ৰয়োজন

৫. Karl Bougmann : Comparative Grammar of the Indo-Germanic Languages (Eng-version of Grundriss Vergleichenden Grammatik der indogermenischen Sprachen) V. I. I. —Introduction and Phonlogy.

৬. Chatterji, S. K., 1960. Indo-Aryan and Hindi. P 34-43.



বিদ্যা অৰ্থাৎ ঐতিহাসিক আৰু তুলনামূলক ভাষা বিজ্ঞান আয়ত্ত কৰিব লাগিব ই ধ্ৰুৱ। আন ঠাইত[৭] ইয়াৰ যথাযথ ব্যাখ্যা কৰা বাবে ইয়াত থূলমূলকৈ তাৰ আভাস মাত্ৰ দিয়া হ'ল।

সম্প্ৰতি ভাষাবিদসকলে এই সিদ্ধান্তত উপনীত হৈছে যে সৰ্ববৃহৎ ইন্দো ইউৰোপীয় ভাষা পৰিয়ালটোৱে শাখা-প্ৰশাখাই ইউৰোপ আৰু এচিয়াৰ এক ব্যাপক অংশ গ্ৰাস কৰি আছে। এই আদি ইন্দো-ইউৰোপীয় ভাষাৰ আদি পীঠস্থান ইউৰোপ বুলি অনুমান কৰা হৈছিল যদিও বহু যুক্তি তৰ্কৰ পাছত এচিয়া মাইনৰৰ কাপ্‌পাদোকীয়া প্ৰদেশত বাণমুখ আখৰত খোদিত প্ৰত্ন লেখবোৰ আৱিষ্কৃত হোৱাৰ পাছত পণ্ডিতসকল এতিয়া একমতত যে মধ্য এচিয়াই এই ভাষাৰ আদিম অধিস্থান। এইখিনিতে এটা কথা উল্লেখ কৰা দৰ্কাৰ যে এই ইন্দো-ইউৰোপীয় ভাষাৰ কোনো নিদৰ্শন ভাষাতাত্ত্বিকসকলৰ হাতত নাই ; কেৱল আছে এই গোষ্ঠীভুক্ত ভাষাসমূহৰ শাখাবোৰৰ প্ৰাচীনতম নিদৰ্শন, আজি যিবোৰৰ সহায়ত ইন্দো-ইউৰোপীয় ভাষাৰ পূৰ্ণ গঠন কৰা হৈছে। এই স্বীকৃত তথ্যকে ভাষাতাত্ত্বিক সিদ্ধান্ত বুলি মানি লোৱা হৈছে। তেতিয়া হলে অসমীয়া ভাষা সংস্কৃত হলেও বংশগত বিচাৰত সি ইন্দো-ইউৰোপীয়। অসমীয়া ভাষা পৃথিবীৰ মহান ভাষা পৰিয়ালৰ উত্তৰাধিকাৰী ৰূপে পৰিচিত হব পৰাটো গৌৰৱৰ কথা।

খ্ৰীষ্টপূৰ্ব প্ৰায় ২৫০০/৩০০০ বছৰ পূৰ্বে ইন্দো-ইউৰোপীয় ভাষাভাষীসকলৰ আদিস্থান মধ্য এচিয়া আছিল বুলি কোৱা হয়। তেওঁলোকৰে এটি ঠাল ইৰাণত প্ৰবেশ কৰে আৰু সেই ইৰানী সোঁতটোৱে এটা প্ৰশাখা সিন্ধু উপত্যকাত সোমালহি। এই প্ৰব্ৰজন কেতিয়া হ'ল সঠিককৈ কোৱা টান। এই কাল সম্পৰ্কে নানা তৰ্ক-বিতৰ্ক আজিও বৰ্তমান। ইৰাণ আৰু সিন্ধু উপত্যকাত অনুপ্ৰবেশ হোৱা ইন্দো-ইউৰোপীয় শাখা দুটাক ক্ৰমে ইন্দো-ইৰাণীয় আৰু আৰ্য আখ্যা দিয়া হৈছিল। মূলতে এই দুটোকে একেলগে ইন্দো-ইৰাণীয় বোলা হৈছিল যদিও সেই ভাষা-ভাষীসকলে নিজকে 'অৰ্‌য়' বা 'আৰ্‌য়' ৰূপে পৰিচয় দিছিল বাবে তেওঁলোকৰ ভাষাক আৰ্য বুলি কোৱা হৈছিল। ইন্দো-ইৰাণীয় ভাষাৰ নিদৰ্শনৰ উদ্ধৃতি দিয়া টান যদিও হিট্টী প্ৰত্নলেখৰপৰা বিশেষকৈ অশ্ববিদ্যা সম্পৰ্কীয় কথাৰপৰা ভাষাৰ সন্তেদ পোৱা যায়। প্ৰবন্ধত উল্লেখিত

৭. ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰদ্বাৰা প্ৰকাশিত (১৯৭১) অসমীয়া সাহিত্য-সংস্কৃতিৰ সমীক্ষা গ্ৰন্থৰ প্ৰথম প্ৰবন্ধ দ্ৰষ্টব্য।

ঋগ্‌বেদৰ শ্লোকটো ইন্দো-ইৰাণীয় ভাষালৈ এইদৰে অনুবাদ কৰি দেখুৱাব পাৰি :

(অ) পাম সৌমম্ অমৃতাস (অ) ভূম
(ত্য) গন্‌ম দ্যৌতিম্ব (অ) ৱিদাম দৈৱন্‌স্
চিদ্ নূনম্ অস্মন্‌স্ কৃনৱদ্ অৰাতিস্ব
চিদ্ উধ্‌ৱ্‌তাস্ব অমৃত মতিয়স্য ।

উত্তৰ পশ্চিম সীমান্তৰে ভাৰতত অনুপ্ৰৱেশ কৰা ইন্দো-ইৰাণীয় আৰ্য নামৰ ঠালটোৰ এই আৰ্যবিলাকৰ কাল খ্ৰীষ্টপূৰ্ব ১৫০০-১৮০০ বুলি অনুমান কৰা হৈছে। এই সন্দৰ্ভত তৰ্ক-বিতৰ্কৰ আজিও অন্ত পৰা নাই।[৮] ভাৰতীয় আৰ্য ভাষাৰ প্ৰাচীনতম সাহিত্যক তথা ভাষাৰ নিদৰ্শনৰ ওপৰত ভিত্তি কৰিহে এই কাল নিৰ্ণয় কৰা হৈছে। আৰ্যসকল ভাৰতত প্ৰবেশ কৰা সময়ত তেওঁলোকৰ ভাষা কেনেকুৱা আছিল তাৰ নিদৰ্শন পোৱা যায় ঋগ্‌বেদত। যেনে—

অপাম সোমম্ অমৃতা অভূম
অগন্‌ম জ্যোতিৰৱিদাম দেৱান্
কিম্ নূনম অস্‌মান্ কৃণৱদ্ অৰাতিঃ
কিম্ উ ধূৰ্তিৰমৃত মৰ্তিয়স্য। ( ঋ. বে. ৮।৪৮।৩ )

এই ভাষাকো ঠিক ভাৰতলৈ অহা আৰ্যসকলৰ আদি সোঁতটোৰ ভাষা বুলিব নোৱাৰি। কিয়নো বহুকাল ধৰি শ্ৰুতিৰূপে গাঠা হিচাপে চলি অহাৰ পাছতহে এইবোৰ লিপিবদ্ধ হৈছিল।

ইন্দো-ইৰাণীয়ৰ যি দুটা সোঁতক ক্ৰমে ইৰাণীয় আৰ্য আৰু ভাৰতীয় আৰ্যৰূপে অভিহিত কৰা হৈছে অৰ্থাৎ ঋগ্বেদৰ কালৰপৰা পৰৱৰ্তী কালছোৱাত এই দুয়োটা সোঁতৰেই ভাষিক নিদৰ্শন পোৱা যায় ক্ৰমে গাথা-আৱেস্তীয়-প্ৰত্ন পাৰ্ছী শিলালিপি আৰু ঋগ্‌বেদৰ পাতত।

গাথা-আৱেস্তীয় : তম্ অমৰন্তম্ যজতম্
সূৰম্ দামোহু সবিশতম্
মিথ্ৰম্ যজই যওথ্ৰাব্যো।[৯]

৮. Giles, P ; Short Mannual of Comparative Philology, P-4 ; Childe W. Gordon : The Aryans—A study of Indo-European Origin P. 14 ; Stuert piggot : Prehistoric India, P. 224 Mazumdar, R. C, The Vedie Age, Book III, p. 203—213 ; Cambridge History & India, Vol. I, Chap. III. Vedic India by Ragozin, p. 114.

৯. সেন, সুকুমাৰ : ১৯৬৪, ভাষাৰ ইতিবৃত্ত, পৃ. ৭৭



ইয়াৰ হুবহু সংস্কৃত অনুবাদ হব : তমৰন্তম্ যজতম্
সূৰম্ ধামসু শবিষ্টম্
মিত্ৰং যজৈ হোত্ৰাভ্যঃ।

ভাৰতীয় আৰ্য সোঁতকেই প্ৰাক্‌বৈদিক আৰ্য সোঁত বুলিও কোৱা হয়। আৰ্যসকলৰ এই বিজয় অভিমানৰ অন্যতম পৰিণতি হৰপ্পা সংস্কৃতিৰ ধ্বংস। ঐতিহাসিক প্ৰত্নতাত্ত্বিক সকলৰ মতে এই কাল খ্ৰীষ্টপূৰ্ব ১৭৫০। সেই কথা যদি সত্য হয় তেনেহলে বৈদিক আৰ্যসকলৰ অনুপ্ৰেৱশৰ নিম্নতম কাল খ্ৰীষ্টপূৰ্বাব্দ ১৫০০ বুলি ভবাৰ যথেষ্ট যুক্তি আছে। তাৰ পাছৰেপৰা ভাৰতীয় আৰ্য ভাষাৰ বিবৰ্তনৰ সূচনা হোৱা বুলি ভাবিবৰ থল আছে। আৰ্য ভাষাৰ প্ৰথম স্তৰটোকে প্ৰত্ন-ভাৰতীয় আৰ্য ( Old-Indo-Aryan ) ৰূপে অভিহিত কৰা হয়। এই কাললৈকে ইন্দো-ইউৰোপীয় গোষ্ঠীৰ শাখা-প্ৰশাখা-সমূহ তলত দিয়া দৰে দেখুৱাব পাৰি :




প্ৰত্ন-ভাৰতীয় আৰ্য প্ৰথম স্তৰৰ সাহিত্যৰ কাল খ্ৰীষ্টপূৰ্ব ১৫০০-৫০০ শতাব্দ। এই কালৰ ৰচনাসম্ভাৰ মূলতঃ 'শ্ৰুতি' আশ্ৰিত। এই কালৰ ৰচনাৰাজি একে সময়তে একে স্থানতে ৰচিত নহয় বাবেই ভাষাতাত্ত্বিক গঠনো homogeneous নহয়। তদুপৰি বৈদিক আৰ্য বসতি সদায় একে স্থানতে নাছিল। ঋগ্‌বেদৰ সংহিতাৰ সমল অনুসৰি আফগানিস্থানৰপৰা সিন্ধু প্ৰদেশ কাশ্মীৰ ৰাজপুতানাৰ কিছু অংশ সামৰি সৰযূ নদী পাৰলৈকে এই ভূভাগ আৰ্যসকলৰ প্ৰথম বাসস্থান। পৰৱৰ্তী কালছোৱাত অযোধ্যা ( কোশল ) কাশী-বিদেহ ( উত্তৰ বিহাৰ ), মগধ ( দক্ষিণ বিহাৰ ), অঙ্গ ( পূৰ্ব বিহাৰ ), বঙ্গ, কামৰূপ, প্ৰাগজ্যোতিষপুৰলৈকে আৰ্যসকল আগবাঢ়ি আহিছে। ঐতৰেয় ব্ৰাহ্মণ অনুসৰি উত্তৰ ভাৰতৰ পাঁচটা ভূভাগৰ সন্ধেদ পোৱা যায়। এই পঞ্চ ভূভাগতে ভাষাতাত্ত্বিক বিচাৰ স্পষ্টভাৱে কৰিব নোৱাৰিলেও পৰৱৰ্তী অশোকৰ অনুশাসনৰ চাৰিটা উপভাষা উত্তৰ-পশ্চিমা,

পশ্চিমা, প্ৰাচ্যমধ্যা আৰু প্ৰাচ্যা—এই আঞ্চলিক ভাষাৰ যে পূৰ্বৰূপ একো নাছিল এনে নহয়। এই ক্ষেত্ৰত পাণিনীয় সূত্ৰৰ কথাও মনলৈ আহে। তাৰ উহঁ বিচাৰি গলেও আমি সংস্কৃত ভাষাৰ কেইটামান আঞ্চলিক ৰূপৰ সম্ভেদ পাওঁ—পাণিনীয়ে উল্লেখ কৰা উদীচাম্, প্ৰাচাম্, অনুদীচাম্, উদক্ চ বিপাশঃ, উদীচ্যগ্ৰামাৎ আদিয়ে এনেকুৱা এটা চিন্তা মনলৈ নানেনে? এইদৰে সাহিত্যিক তথ্যপাতিসমূহৰ মাজেদি ভাষাতাত্ত্বিক বিচাৰ বিশ্লেষণ কৰিলে দেখিবলৈ পোৱা যায় যে প্ৰত্ন ভাৰতীয় আৰ্য ভাষাৰ ভালেমান বিভাগ আছিল আৰু কালানুক্ৰমিক বিৱৰ্তনৰ স্তৰ কেইটামানো আছিল। সেই স্তৰ-উপস্তৰসমূহ তলত দিয়াদৰে দেখুৱাব পাৰি :

প্ৰত্ন বৈদিক যুগ ( Early Vedic ) : নিদৰ্শন—ঋগ্বেদৰ সংকলন কাল আনুমানিক ১৫০০/১৪০০—১২০০ খ্ৰীষ্টপূৰ্বাব্দ।

অৰ্বাচীন বৈদিক যুগ ( Late Vedic ) : নিদৰ্শন—সামবেদ, যজুৰ্বেদ, অথৰ্ববেদ সংহিতা আৰু ঋগ্বেদৰ দশম মণ্ডল। কাল আনুমানিক ১২০০—৮০০০ খ্ৰীষ্টপূৰ্বাব্দ।

প্ৰাক্ সংস্কৃত যুগ অৰ্থাৎ বেদোত্তৰ যুগ ( Early Skt/Pre-Vedic ) কাল —৮০০—৩০০ খ্ৰীষ্টপূৰ্বাব্দ।

ব্ৰাহ্মণ, আৰণ্যক-উপনিষদ, বেদাঙ্গ আদি—খ্ৰীঃ পূঃ ৮০০—৩০০ অব্দ।

সংস্কৃত যুগ ( Skt ) কাল—খ্ৰীঃ পূঃ ৫০০-ৰপৰা। ৰামায়ণ, মহাভাৰত আদি মহাকাব্য ; অশ্বঘোষ, ভাস, কালিদাসৰ কাব্যাদি ভাৰবি, ভৰ্তি, দণ্ডী, বাণভট্ট আদিৰ ৰচনাৰাজি।

প্ৰাচীনতম সাহিত্য ৰচিত হৈছিল ধৰ্মীয় বিষয়-বস্তুৰ আশ্ৰয়ত আৰু তাৰ প্ৰকাশৰ মাধ্যম আছিল শিষ্ট সন্মত অঞ্চলিক ভাষা (Regional standard); কিন্তু সংস্কৃত যুগত তাৰ পৰিবৰ্তন ঘটিল। বিষয়বস্তু যিদৰে হ'ল বহুমুখী, প্ৰকাশৰ মাধ্যমেৰো সলনি ঘটি সি হ'ল ব্যাকৰণ-ৰীতি আৰোপিত শিষ্ট আদৰ্শ ভাষা (Literary Stndard)। একে সময়তে এহাতে লৌকিক সংস্কৃত অনভিজাত সাধাৰণ জনগণৰ মাজত সৰবৰহী হৈ উঠিছে আৰু আনহাতে প্ৰাকৃত ভাষায়ো কথ্য ভাষা ৰূপে মূৰ তুলি উঠিছে। সেই সময়তে পাণিনি নিৰ্দেশিত ভাষাদৰ্শ 'সংস্কৃত' নামেৰে মূৰ তুলি উঠিয়েই ক্ষান্ত নাথাকিল সাহিত্যৰ মৰ্যাদা বিশিষ্ট বাহনৰ ৰূপো পৰিগ্ৰহ কৰিলে। কিন্তু মন কৰিবলগীয়া কথা যে সংস্কৃত পাণিনি প্ৰদত্ত নাম নহয়। বৈদিক, বৈদিক সংস্কৃত আৰু সংস্কৃতৰ অনুকৰণত



কথ্য সংস্কৃতৰ (Spoken Sanskrit) প্ৰভাৱ কালিদাসৰ পূৰ্বৱৰ্তী সাহিত্যত বহু পৰিমাণে পোৱা যায়। বৌদ্ধ মিশ্ৰিত সংস্কৃতৰ ( Buddhist Hybrid Sanskrit ) কথাও এই প্ৰসঙ্গত বিশেষ উল্লেখযোগ্য। লৌকিক সংস্কৃত দৰা-চলতে প্ৰাকৃতায়িত সংস্কৃত আৰু বৌদ্ধ সংস্কৃত আছিল সংস্কৃতায়িত প্ৰকৃত।[১০] সংস্কৃতিত অনুপ্ৰবেশ কৰা ভালেমান আৰ্যেতৰ নিগূঢ় উপাদানৰ আশ্ৰয় আছিল কথ্য সংস্কৃত। উচ্চতৰ জীৱনৰ ক্ষেত্ৰত কিবা প্ৰশাসনিক দায়িত্বৰ ক্ষেত্ৰত যিসকল ব্যক্তিয়ে সচেতনভাৱে শিষ্ট সংস্কৃত ব্যৱহাৰ কৰিছিল সেই একেখিনি লোকেই আকৌ দৈনন্দিন জীৱনৰ গাৰ্হস্থ্য পৰিবেশত কথ্য সংস্কৃত অৰ্থাৎ non-formal বাক্ৰীতি সমৃদ্ধ সংস্কৃত ব্যৱহাৰ কৰিবলৈকো বাধ্য হৈছিল। মানুহৰ জীৱন যাত্ৰাত দুই প্ৰকাৰৰ ভাষাৰীতিৰ প্ৰচলন অতি স্বাভাৱিক। ভাশাৰ সৰলীভৱনৰ প্ৰচ্ছন্ন প্ৰভাৱ এই যুগৰ আগতে ইমান স্পষ্টভাৱে ক'তো পোৱা নাযায়। কথ্য সংস্কৃতক Pan Indian Koine আখ্যা দিলেও মহাভাৰত অশুদ্ধ নহয়। সাহিত্যৰ ৰুচিমাৰ্জিত বাহন হিচাপে সংস্কৃতৰ দৰে ই কালজয়ী মৰ্যাদা লাভ কৰিব নোৱাৰিও প্ৰকাৰন্তৰে সংস্কৃতৰ ধ্ৰুপদী ৰূপায়ণত যে ইন্ধন যোগাইছিল সি সচাঁ।

অসমীয়া ভাষা ভাৰতীয় আৰ্য ভাষাৰ অন্যতম নবীন ৰূপ। এই কথা জানিবলৈ হলে উল্লিখিত ঐতিহাসিক বিবৰ্তনৰ কথা স্মৰণ কৰিবই লাগিব। সাধাৰণ ভাৱে সংস্কৃতকে অসমীয়াৰ মাতৃস্থানীয়া ভাষা বুলিলেও ভাষাতাত্ত্বিকে সেই কথা তিমান সৰলভাৱে মানি নলয়। তেওঁলোকে কোনো সন্দেহৰ অৱকাশ নাৰাখি ক'ব কথ্য সংস্কৃতৰ প্ৰৱহমান ধাৰাটোৱেই কালৰ সোঁতত ক্ৰমে প্ৰাকৃত/অপভ্ৰংশ/অবহট্‌ঠৰ মেৰপাক ভেদ কৰি আহিহে আধুনিক ভাষাবোৰৰ সৃষ্টি কৰিছে। ভাৰতীয় আৰ্য ভাষাৰ এই স্তৰ সমূহ তলত দিয়াদৰে দেখুৱাব পাৰি

(ক) সংৰক্ষণশীল শিষ্ট উপভাষা ( Prestige dialect ) : এই ভাষাই হ'ল বৈদিক বা ছান্দস ভাষা।

(খ) আঞ্চলিক শিষ্ট আৰু কথ্য লোকভাষা ( Regional or Spoken dialects ) : উদীচ্য, উদীচ্যমধ্যা আৰু মধ্যা ভাষা হ'ল শিষ্ট লোক ভাষা

১০. Sen, S. 1958 : History and pre-history of Sanskrit, p. 35. Three lectures on MIA in Journal of Oriental Institute Boda, Vol. XI no. 3, p. 200-207 ; Birrow. T : 1954. Skt. Larag. p. 447 ; M. Shahidullah : The Indo Aryan Parent speech in Indian Lginstics, Taruer Jubilee Vol. II.

( Regional dialects ) আৰু প্ৰাচ্য, প্ৰাচ্য-মধ্য পশ্চিমা আদি হ'ল কথ্য লোকভাষা ( Spoken dialects )

(গ) কথ্য ভাষা (Spokn standard বা Pan-Indian Koine) : কথ্য বা লৌকিক সংস্কৃত।

(ঘ) শিষ্ট সন্মত ভাষা (Standard literary) : সংস্কৃত অৰ্থাৎ পাণিনীয় সংস্কৃত।

(ঙ) মিশ্ৰিত বা সঙ্কৰ ভাষা (Pedginized Vernacular) : বৌদ্ধ মিশ্ৰ সংস্কৃত।

(চ) অন্যান্য বি ভাষা ( Sub-dialects ) : নানা উপভাষা।

প্ৰত্ন ভাৰতীয় আৰ্য ভাষাৰ অন্তৰ্গত এই ভাষা সমূহৰ মাজত এটা সৰ্বজন স্বীকৃত ভাষাৰ ৰূপ ঠন ধৰি উঠিছিল। সিয়েই আছিল স্বীকৃত সংস্কৃত তথা ধ্ৰুপদী সংস্কৃত ( Classical Sanskrit )

প্ৰত্ন ভাৰতীয় আৰ্য ভাষাৰ ক্ৰমবিকাশৰ পথত আন এটি স্তৰ নিৰ্দেশিত হয় খ্ৰীষ্টপূৰ্ব ৬ষ্ঠ শতিকাৰপৰা খ্ৰীষ্টীয় ১১শ শতিকালৈকে। ভাৰতীয় আৰ্য ভাষাৰ এই কালছোৱাক মধ্য ভাৰতীয় আৰ্য ভাষাৰ ( Middle Indo-Aryan ) কালৰূপে অভিহিত কৰা হয়। সাধাৰণ ভাৱে প্ৰত্ন ভাৰতীয় আৰ্য স্তৰটোক 'সংস্কৃত' আৰু পৰৱৰ্তী মধ্য ভাৰতীয় আৰ্য স্তৰটোক 'প্ৰাকৃত' বুলি কোৱা হয় যদিও দৰাচলতে প্ৰাকৃত এই স্তৰৰ এটি উপস্তৰৰহে ভাষা। বৌদ্ধধৰ্মই মূৰ দাঙি উঠাৰ লগে লগে হিন্দু ধৰ্মৰ ৰক্ষণশীলতাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষিত হ'ল আৰু সেই একেটা কাৰণতে ধ্ৰুপদী সংস্কৃতৰ প্ৰতিও আনুগত্য হ্ৰাস পাবলৈ ধৰিলে। তাৰ ঠাই অধিকাৰ কৰিবলৈ আগবাঢ়ি আহিল প্ৰাকৃত জনোচিত ভাষা। এই কালছোৱাত জনগণ গ্ৰাহ্য আঞ্চলিক ভাষাই সাহিত্যৰ বাহনৰূপে প্ৰাধান্য লাভ কৰিবলৈ ধৰিলে। ফলত পালি, অৰ্ধমাগধী, বৌদ্ধ সংস্কৃত ভাষাই স্বীকৃতি লাভ কৰিলে। ৰাজনৈতিক কাৰণত প্ৰাচ্যা অৰ্থাৎ মাগধীৰ প্ৰভাৱ বৃদ্ধি পোৱাই নহয় সংস্কৃতৰ ওপৰতো প্ৰাকৃতৰ প্ৰভাৱ বৃদ্ধি পালে। ব্যাকৰণ শৃংখলৰ বন্ধনৰ মাজত সোমাইপৰা সংস্কৃত সাহিত্যৰ বাহন হোৱাৰ সময়ত Non formal সংস্কৃত বা কথ্য সংস্কৃত ( Spoken Sanskrit )ৰপৰা মধ্য ভাৰতীয় আৰ্য ভাষাৰ উদ্ভৱ হোৱাৰ দৰে এই মধ্য ভাৰতীয় আৰ্য ভাষাও নানা ভাগত বিভক্ত হৈ ব্যাকৰণ ৰীতিৰ মাজত সোমাই পৰিল আৰু সাহিত্যৰ বাহনৰূপে মূৰ দাঙি উঠিল।



সেই সময়তেই ইয়াৰ Non formal ভাগটো কথিতৰূপত থাকি গ'ল আৰু সেই কথিত প্ৰাকৃতৰপৰাই নব্য ভাৰতীয় আৰ্য ভাষাৰ জন্ম। মধ্য ভাৰতীয় আৰ্য ভাষাৰো ভাষাতাত্ত্বিক বিচাৰত আকৌ তিনিটা উপস্তৰ নিৰ্দেশিত হৈছে।[১১] তলত থূলমূলকৈ সেই উপস্তৰবোৰ দেখুৱা হ'ল—

(১) আদি উপস্তৰ ( First MIA ) : খ্ৰীষ্টপূৰ্ব ৬০০-২০০। ভাষাৰ নিদৰ্শন : আশোকৰ প্ৰত্নলেখৰাজি, অন্যান্য প্ৰত্নলেখ, হীনযানী বৌদ্ধৰ প্ৰাচীন গ্ৰন্থৰাজি মহাযানী বৌদ্ধৰ বৌদ্ধ মিশ্ৰিত সংস্কৃত সাহিত্য।

(২) মধ্য উপস্তৰ ( Second MIA ) : খ্ৰীষ্টপূৰ্ব ২০০—খ্ৰীষ্টীয় ৬০০। ভাষাৰ নিদৰ্শন : ধৰ্মপদ, নিয়া প্ৰাকৃত সাহিত্যক প্ৰাকৃত অৰ্থাৎ মহাৰাষ্ট্ৰীয় শৌৰসেনী অৰ্ধমাগধী, মাগধী, পৈশাচী প্ৰাকৃতত ৰচিত সাহিত্যৰাজি।

(৩) অন্ত্যউপস্তৰ ( Third/Late MIA ) অৰ্থাৎ অপভ্ৰংশ : খ্ৰীষ্টাব্দ ৬০০-১০০০। ভাষাৰ নিদৰ্শন বিপুল অপভ্ৰংশ সাহিত্যৰাজি।

মধ্য ভাৰতীয় আৰ্যৰ এই উপস্তৰসমূহ চিহ্নিত কৰা হৈছে ভাষাতাত্ত্বিক লক্ষণৰ সীমাৰেখাৰ দ্বাৰা। এই বিষয়ে আন ঠাইত আলোচনা কৰা হৈছে[১২] বাবেই ইয়াত থূলমূলকৈ কেৱল মধ্য ভাৰতীয় আৰ্যৰ প্ৰধান লক্ষণবোৰ উল্লেখ কৰা হ'ল :—ধ্বনিৰীতিৰ সৰলীভৱন, প্ৰাকৃতত ঋ, ৠ আৰু ঌ স্বৰধ্বনিৰ লোপ, ঐ আৰু ঔ দ্বিস্বৰ ধ্বনিৰ হ্ৰস্বতা লাভ, সংস্কৃত অক্ষৰত দীৰ্ঘস্বৰৰ হ্ৰস্বতা লাভ, পদান্ত অনুস্বাৰ ভিন্ন আন ব্যঞ্জনৰ লুপ্ততা, যুক্ত ব্যঞ্জনৰ সৰলীভৱন, স্বৰভক্তি আৰু সমীভৱনৰ প্ৰাচুৰ্য, তিনিটা ( শ, ষ, স ) শৰ ঠাইত 'শ' বা 'স' ধ্বনিৰ প্ৰচলন, স্বৰমধ্যৱৰ্তী একক ব্যঞ্জনৰ লুপ্ততা, শব্দৰূপৰ সৰলতা ( দ্বিবচনৰ লোপ, ব্যঞ্জনান্ত পদৰ স্বৰান্ত পৰিণতি, বহুবচনত ১মা-২য়াৰ সমৰূপ ৪ৰ্থী বিভক্তিৰ লোপ, অপাদান কাৰকত ৩য়া বিভক্তিৰ প্ৰচলন ) ধাতুৰূপৰ বৈচিত্ৰ্যহীনতা (আত্মনেপদ—দ্বিবচনৰ লোপ, লিট্ কালৰ লোপ, অসমাপিকাৰ বৈচিত্ৰ্যহীনতা ) আদিয়েই প্ৰধান।

এই মধ্য ভাৰতীয় আৰ্যৰ প্ৰতিটো উপস্তৰৰ তলত দিয়াদৰে ভাষাৰ

১১. Sen, S : 1960. Comp. Grammar of the Middle Indo-Aryan ; গোস্বামী, সত্যেন্দ্ৰনাৰায়ণ : ১৯৬৫ : প্ৰাকৃত সাহিত্য, ৩য় অধ্যায় দ্ৰষ্টব্য।

১২. প্ৰবন্ধ লেখকৰ 'প্ৰাকৃত সাহিত্য'ৰ ৩য় অধ্যায় দ্ৰষ্টব্য।

নিদৰ্শনৰ পৰাও এই ভাষাৰ সৰলীভৱন সম্পৰ্কে কিছু আভাস পোৱা যাব। যেনে ঃ—

১ম উপস্তৰৰ নিদৰ্শন ঃ সবে মুনিসে পজা মমা। অথা পজায়ে ইছামি হকং কিংতি সবেন হিতসুখেন হিদলোকিক-পাললোকিকেন যুজেবু তি। তথা সবমুনিসু পি ইছামি হকং। ( ধৌলি লিপিৰ ১ম প্ৰস্তৰলেখি )

২য় উপস্তৰৰ নিদৰ্শন ঃ অধ এক্কশ্‌শিং দিঅশে মএ লোহিদমশ্চকে খণ্ডশো কপ্‌পিদে। যাব তশ্‌শ উদলব্‌ভন্তলে এদং মহালদণ-ভাশুলং অংগুলীঅঅং পেশ্‌কোমি। পশ্চা ইধ বিক্কঅন্তং ণং দশঅন্তে যেযেব গদীদৈ ভাবমিশ্‌শেহিং। এত্তিকে দাব এদশ্‌শ আগমে।

( শকুন্তলম্‌ নাটকত ব্যৱহৃত মাগধী প্ৰাকৃত )

৩য় উপস্তৰৰ নিদৰ্শন ঃ

(১) ৰসিঅহ কেণ উচ্চাডণ কিজ্জই
জুবইহ মাণসু কেণ উবিজ্জই।
তিসিঅ লোউ খনি কেণ সুহিজ্জই
এহ পণ্‌হ মহ ভূবনে গিজ্জই।

(২) গিজন্তে মংগল গাই আহি
বৰগোও দিন্ন আন্নাএ।
সোউং বণিগ্‌গেত উঅহ
হোন্ত বহু আএ ৰোমোঞ্চো।

( অপভ্ৰংশ গাঠা )

মধ্য ভাৰতীয় আৰ্যৰ শেষ উপস্তৰ আৰু নব্য ভাৰতীয় আৰ্য ভাষাৰ মাজত অপভ্ৰংশৰপৰা উদ্ভৱ হোৱা অবহট্‌ঠ এটা ভাষান্তৰ নিৰ্দেশিত হয়। ইয়াৰ অৱস্থিতিকাল খ্ৰীষ্টীয় ৮০০-১১০০, অৱশ্যে তাৰ পাছতো অবহট্‌ঠ ৰচিত পুথি পোৱা যায়। বিদ্যাপতিৰ কীৰ্তিলতা তাৰেই সাক্ষী।

অবহট্‌ঠৰ অনুকৰণত পূব ভাৰতত ব্ৰজবুলিৰ সৃষ্টি হোৱা বুলি কোনো কোনোৱে অনুমান কৰে। কিন্তু কৃত্ৰিম প্ৰচেষ্টালব্ধ বুলিয়েই সম্ভৱতঃ ব্ৰজবুলি ভাষাটো লোপ পালে। ব্ৰজবুলি সন্দৰ্ভত নতুন কথাৰ যে অৱতাৰণা হোৱা



নাই এনে নহয়; আনকি ব্ৰজবুলিক অবহট্‌ঠৰ বংশধৰ বুলিও কোৱা দেখা যায়।[১৩]

প্ৰতিবিধ প্ৰাকৃতৰ আধুনিক আৰ্য স্তৰৰ আগতে এটা অপভ্ৰংশ স্তৰ নিৰ্দেশিত হৈছে। মহাৰাষ্ট্ৰী প্ৰাকৃত>মহাৰাষ্ট্ৰী অপভ্ৰংশ>মাৰাঠী, শৌৰসেণী প্ৰাকৃত>শৌৰসেণী অপভ্ৰংশ/পশ্চিমা হিন্দী ৰাজস্থানী, গুজৰাটী, অৰ্ধমাগধী প্ৰাকৃত>অৰ্ধমাগধী অপভ্ৰংশ>পূৰ্বী হিন্দী। সেইদৰে মাগধী প্ৰকৃত>মাগধী অপভ্ৰংশ>মাগধী অবহট্‌ঠ ( কল্পিত ) অসমীয়া বঙলা, উৰিয়া ভাষা। পিছে মাগধী প্ৰাকৃত অধ্যুষিত অঞ্চলৰ আকৌ উড্ৰ, বঙ্গ কামৰূপ তিনিটা অঞ্চলিক ভাষাৰ ৰূপ পৰিলক্ষিত হয়। সেই কামৰূপকে ডিম্বেশ্বৰ নেওগদেৱে কামৰূপী প্ৰাকৃত ৰূপে আভিহিত কৰি গৈছে।[১৪] মাগধী প্ৰাকৃতৰ উক্ত তিনিটা অঞ্চলত তিনিটা ভাষিক আঞ্চলিক ৰূপেহে অৰ্থাৎ মাগধী অপভ্ৰংশ পৰ্যায়ত স্পষ্ট ভাৱে মূৰ তুলি উঠা অপভ্ৰংশৰহে তিনিটা উপভাষা। সেই কামৰূপী অপভ্ৰংশ তথা অবহট্‌ঠৰ নবীনৰূপ হ'ল অসমীয়া যিদৰে বঙ্গত বঙলা আৰু ওড্ৰত হ'ল উৰিয়া।[১৫]

নব্য ভাৰতীয় আৰ্য স্তৰত ভাষা মধ্য ভাৰতীয় আৰ্যতকৈও অধিক সৰল হৈ পৰিল। এই স্তৰৰ ভাষাৰ সাধাৰণ লক্ষণবোৰ তলত উল্লেখ কৰা হ'ল। যেনে—(১) মধ্য ভাৰতীয় আৰ্যৰ যুগ্ম ব্যঞ্জনৰ একক ব্যঞ্জনলৈ ৰূপান্তৰ আৰু পূৰ্ববৰ্তী হ্ৰস্ব স্বৰৰ দীৰ্ঘত্ব লাভ; (২) যুগ্ম ব্যঞ্জনৰ নাসিক্য ধ্বনিৰ লোপ, কিন্তু পূৰ্ববৰ্তী স্বৰ ধ্বনিৰ অনুনাসিকীভৱন; (৩) পদ মধ্যস্থিত ই/ঈ+অ/আ আৰু উ/ঊ+অ/আ ক্ৰমে ই/ঈ আৰু উ/ঊ পৰিণতি; (৪) শব্দৰূপৰ জটিলতা একেবাৰে লুপ্ত প্ৰায় ( প্ৰাচীন বিভক্তিৰ ঠাইত নতুন অনুসৰ্গ বা অনুসৰ্গজাত বিভক্তিৰ প্ৰয়োগ আদি ), (৫) শব্দৰূপৰ মুখ্য আৰু তিৰ্যক কাৰক, (৬) ক্ৰিয়া পদ্ধতিৰ প্ৰচুৰ সৰলীভৱন, (৭) মৌলিক ক্ৰিয়াৰ প্ৰচলন ইত্যাদি। প্ৰাকৃতত লোপ পোৱা সংস্কৃত তৎসম শব্দৰ পুনৰ প্ৰচলন আৰু বিদেশী

---

১৩. গোস্বামী, উপেন্দ্ৰনাথ ঃ ১৯৭২ ঃ ভাষা আৰু সাহিত্য, পৃ. ২৩-৩২; Sen, Subhadra Proto-New-Indo Aryan, P. 27; সেন, সুকুমাৰ ঃ ১৯৬৪ ঃ ভাষাৰ ইতিবৃত্ত, পৃঃ ১৪০।

১৪. Neog. D : 1964 : Growth of the Asamiya Language, P. 43-62.

১৫. গোস্বামী ঃ ১৯৬৭ ঃ অসমীয়া সাহিত্যৰ কথা, পৃ. ৪।

উপাদান গ্ৰহণত আগ্ৰহ এই স্তৰৰ ভাষাৰ আন উল্লেখযোগ্য বিশেষত্ব। তলত ইয়াৰ কেতবোৰ উদাদৰণ উল্লেখ কৰা হ'ল—

অদ্য = অদ্যম্ > অজ্‌জ/অজ্‌জিং > অজ্ঝিং >
অজ্‌জি > আজি।
অপৰ + তু/অপৰ > অৱৰ + উ/অৱৰ > অঅৰ + উ/
অঅৰ > আঅৰু/আঅৰো/আঅৰ >
আউৰ/আৰো/আৰ > আৰু।
অষ্টাদশ > অট্‌ঠাদহ, অট্‌ঠাডহ > অট্‌ঠাডহ >
অট্‌ঠাড়হ, অঠাৰহ, আঠাৰহ > আঠাড়।
আঠাৰ, অঠৰ > অঠৰ > ওঠৰ।
কথয়তি = কথেতি > কধেদি > কহেই > কহেই, কহই > কহে,
কহয়, কহই > কই, কয়।
গত + ইল > গত + ইল্ল > গঅ + ইল্ল > গইল্ল > গইল,
গইল, গৈল > গেল > গ'ল।
গোস্বামী > গোস্‌সামি > গোস্‌সাবিঁ > গোসাঞি, গোসাইঁ > গোসাঁই।
গ্ৰাম > গাম > গাম্ব, গাঁঅ > গাঁৱ, গাওঁ, গাঁ।

এইদৰে বিভক্তি, প্ৰত্যয় আদি ভালেমান ভাষাগত উপাদান নানা বিবৰ্তনৰ মাজেদি সৰকি আহিছে।

আনুমানিক ১০০০ খ্ৰীষ্টাব্দমানৰপৰা অসমীয়া ভাষাৰ উৎপত্তি। প্ৰায় ১৩শ শতিকালৈকে এই কালছোৱাক অসমীয়া ভাষাৰ গঠনৰ যুগ বুলিব পাৰি। এই কালছোৱাত অসমীয়া বঙলা, উৰিয়া, ভোজপুৰী-মগহী-মৈথিলী আদি উত্তৰ বিহাৰৰ ভাষাবোৰ মাগধী অপভ্ৰংশ অবহট্‌ঠৰপৰা নিজ নিজ ৰূপত ঠন ধৰি উঠিবলৈ চেষ্টা কৰিছিল।[১৬] ভিন ভিন অঞ্চলত স্বকীয় বৈশিষ্ট্যৰে আত্ম প্ৰকাশ কৰিবলৈ গৈ স্থানীয় আৰ্যেতৰ গোষ্ঠী তথা দেশী উপাদানো এই ভাষাবোৰে বহুপৰিমাণে আহৰণ কৰি লৈছিল। এই কালছোৱাৰ উল্লেখযোগ্য নিদৰ্শন হ'ল 'দোহাকোষ' আৰু 'চৰ্যাপদ'সমূহ। এইখিনিতে উল্লেখ কৰিব লাগিব যে মাগধী প্ৰাকৃতজ প্ৰায়বোৰ ভাষাভাষী লোকেই এই চৰ্যাখিনিক

১৬ বৰুৱা, বিৰিঞ্চিকুমাৰ : ১৯৫৭ : অসমীয়া ভাষা আৰু সংস্কৃতি, পৃ. ১১



নিজৰ ভাষাৰ সম্পদ[১৭] বুলি দাবী কৰে; ভাষাতাত্ত্বিক বিচাৰত কিন্তু সেই দাবীক অবুজনৰ আস্ফালন নুবুলি নোৱাৰি। চমুকথাত, গৌৰীয় ভাষা কেইটাৰ পৰস্পৰৰ মাজত বহু মিল আছে, তাতে ইইঁতৰ উৎস একেটা। সমাজ ব্যৱস্থা, শিক্ষা-দীক্ষাদি বিষয়তো এই অঞ্চলৰ অধিবাসীৰ মাজত প্ৰচুৰ সাদৃশ্য থকা বাবে এই দাবীৰ উত্থাপন। ভাষাতাত্ত্বিক বিচাৰ বিশ্লেষণত "উৰিয়া-মগহী-ভোজপুৰী" ভাষাতকৈ এই বিষয়ত "অসমীয়া-বঙলা-মৈথিলী" ভাষাৰ দাবী বহু পৰিমাণে যুক্তি সঙ্গত।[১৮] এই ভাষা কেইটাই স্বকীয়ৰূপেৰে সম্পূৰ্ণ পৃথক হবলৈ প্ৰায় ডেড়শ-দুশ বছৰ কাল যুঁজিব লগীয়া হৈছিল। এই পৃথকী ভৱনৰ সূত্ৰপাত যদিও দশম শতিকাত কিন্তু তাৰ পূৰ্ণ পৰিণতিৰ কাল আচলতে ত্ৰয়োদশ শতিকাহে।[১৯] তেনেহলে এই কালছোৱাক আমি উক্ত আৰ্য ভাষাৰ ঐতিহাসিক বিচাৰত কি বুলিম। আমাৰ বোধেৰে এই উমেহতীয়া সাহিত্যখিনিক পূৰ্বৰ মাগধী প্ৰাকৃতৰ সাহিত্যখিনিৰ সমান মৰ্যাদা দিয়াৰপৰা কাৰো অবিচাৰ কৰা নহ'ব আৰু ভাষাবিজ্ঞানীৰ বিচাৰতো ভাৱপ্ৰৱণতা, উৎকট জাতীয়বাদীতাৰ প্ৰলেপনো নাথাকিব। আটাইতকৈ প্ৰয়োজনীয় কথা হ'ল সত্যৰ খাটিৰত এই ভাবপ্ৰৱণতাক কোনো পধ্যে প্ৰশ্ৰয় দিব নোৱাৰি। তেতিয়া হলে এই খিনি সাহিত্যক আমি উক্ত মাগধী ভাষা কেইটাই স্বকীয় ৰূপ পৰিগ্ৰহ কৰাৰ পূৰ্বস্তৰৰ ভাষাৰ নিদৰ্শন হিচাপে Proto-Māgādhān বা আধুনিক মাগধী ভাষাৰ প্ৰাকস্তৰ এটা নিৰ্দেশ কৰিব পাৰো;[২০] তেতিয়া হলে এই ভাষাক প্ৰাক্ অসমীয়া প্ৰাক্ বঙলা; প্ৰাক্ উৰিয়া আদি ৰূপে নামকৰণ কৰিব পাৰেঁা, অথবা একেলগে সামৰি প্ৰাক্-মাগধী আখ্যা দিবও পাৰোঁ। মাগধী অবহট্‌ঠৰ বিষয়ে আন ঠাইত আলোচনা কৰা হৈছে[২১] বাবে ইয়াত বিশেষ আলোচনা নকৰি মাত্ৰ

১৭. Chatteji, S. K. : Op. cit ; Tripathi, K : 1962 : Evocution of Oriya lang. script ; Jha, S : 1958 : The Formation of Maithili Langnage : নেওগ, ডিম্বেশ্বৰ : ১৯৫৭ : অসমীয়া সাহিত্যৰ বুৰঞ্জী।

১৮. গোস্বামী, সত্যেন্দ্ৰনাৰায়ণ (সম্পাদিত) ১৯৭১ : অসমীয়া সাহিত্য সংস্কৃতিৰ সমীক্ষা, পৃ: ১৫

১৯. Chatterji, S. K. : Op. cit, Introduction, P. 17

২০. Groswauei, S. N : 1964 : Histo,ical Grammar of the Assamse language (Mss)

২১. গোস্বামী, সত্যেন্দ্ৰনাৰায়ণ ; ১৯৬৫ বিচিত্ৰা, পৃ. ৮৪-৮৫

থূলমূলভাবে এটা আভাস দিয়া হ'ল ঃ—স>হ প্ৰৱণতা ( দশ>দহ ) ; যুগ্ম ব্যঞ্জনৰ প্ৰয়োগ আৰু নাসিক্যযুক্ত ব্যঞ্জনৰ পূৰ্বস্বৰৰ দীৰ্ঘত্ব ( পঞ্চ>পাঞ্চ ), বিভক্তিমতে দুটা কাৰক ( কৰ্তা-কৰ্ম আৰু কৰণ-অধিকৰণ ) ; যৌগিক ক্ৰিয়াৰ প্ৰয়োগ ; প্ৰাচীন ধাতুৰ ভাববচন বিশেষ্যক কৰ্ম ৰূপে লৈ কৃ বা সেই জাতীয় ধাতুৰ প্ৰয়োগ ( বিসাম কৰু=বিশ্ৰাম্যতাম্>বিশ্ৰাম কৰোঁ ; ন কৰহু সেবা =ন ক্ৰিয়তাং সেবা>নকৰো সেৱা ) ; নাম পদক কৰ্ম ৰূপ দি বিশেষ ধৰণৰ ক্ৰিয়া পদৰ সিদ্ধ প্ৰয়োগ ( বাট বহন্ত=পথং বহন্, গচ্ছন>পথ বহে>বাট ( কুৰি ) বাই ) ; সৰ্বনাম ( মহুঁ/মহু মজ্ঝু, তোহোৰ/তোহাৰ, তাসু/তসু, কাসু/কস্স, কঁহি ) ; অতীত কালত -ল যুক্ত ক্ৰিয়াপদ প্ৰাকৃত-অপভ্ৰংশ আৰু দেশীশব্দৰ প্ৰাচুৰ্য, সমাসযুক্ত পদৰ কমপ্ৰয়োগ।

এই অবহট্‌ঠৰ ভালেমান ভাষাগত বৈশিষ্ট্য উল্লিখিত প্ৰাক্ মাগধী বা প্ৰাক্ অসমীয়াত পোৱা যায়। ইয়াৰ উপৰিও আন কেতবোৰ নিজস্ব বিশেষত্বও প্ৰাক্ অসমীয়াত স্পষ্ট ৰূপে পোৱা যায়, যিবোৰ পৰৱৰ্তী অসমীয়াত ৰৈ গৈছে। তলত তাৰো সংক্ষিপ্ত আভাস দিয়া হ'ল।

শ/স>হ প্ৰবণতা ( দশদিহ>দহহিহ ) ; শব্দৰূপত অবহট্‌ঠ বিভক্তি সংৰক্ষণ ( ১মা-ও, জো সো ; ৩য়া-ই ( অ ) সমাহিত্য, ৫মী হু/হুঁ গগণহু, খণহুঁ ; ৬ষ্ঠ-হ গঅণহ খণহ , ৭মী হি/হিঁ দিবসহি ) ; মা-ণউ-বিণু-পুণু অব্যয়ৰ প্ৰয়োগ ; একমাত্ৰ তুৰ্কীভাষাৰ শব্দ ঠাকুৰ ( তুৰ্কী তিগিৰ ) ; স্বৰাঘতৰ বৈশিষ্ট্য (চকা, পথা, অপণা) ; ৬ষ্ঠী বিভক্তি-ৰ (বাংলা-এৰ) ; গৌণকৰ্মৰ বিভক্তি-ৰে ( কামৰূপী গোৱালপাৰা উপভাষাত প্ৰচলিত ) ; ৭মী বিভক্তি-ত ; অনুসৰ্গ ( মাজ, সঙ্গ ) ; ইল প্ৰত্যয়যুক্ত অতীত ( আধুনিক অসমীয়াত পুৰুষ বাচক প্ৰত্যয়যুক্ত হৈ ইলোঁ, ইলা, ইলি, ইলে ) ; কৃদন্ত ভবিষ্যতত ইব প্ৰত্যয় ( জাইব, কিন্তু উৰিয়াত জিবাক ) ; মাতৃ অৰ্থত অন্ত প্ৰত্যয়যুক্ত অসমাপিকা অচ্ছন্তে, জান্তে, পড়ন্তে ) ; ইআ প্ৰত্যয়যুক্ত অসমাপিকা ( দেখিয়া, ধৰিয়া ) ; Conditional Past কালত ইলে প্ৰত্যয়ৰ প্ৰয়োগ ( ভইলে, বুলিলে ) ; অস্তি অৰ্থক ক্ৰিয়াপদত আছ্/থাক্ ধাতুৰ প্ৰয়োগ ইত্যাদি। সেইদৰে এই স্তৰৰ ভাষাৰ শব্দৰ লগত, খণ্ড বাক্যৰ লগত, জঁতুৰা ঠাঁচৰ লগত অসমীয়াৰ মিল ভালেখিনি পোৱা যায় ; য়-শ্ৰুতিৰ উপৰিও ৱ-শ্ৰুতিৰ সূত্ৰপাত মন কৰিবলগীয়া। প্ৰথম পুৰুষৰ সৰ্বনাম ( মই/মো/আমি ) আৰু দ্বিতীয় পুৰুষৰ সৰ্বনামৰ (তু) অভিনৱ প্ৰয়োগ আন এটি উল্লেখযোগ্য বিষয়।



অসমীয়া ভাষাৰ বহু উপাদান এই স্তৰত অতি স্পষ্ট হৈ পৰে, যিবোৰে ভগ্নীস্থানীয়া বঙলা ভাষাৰ লগত ইয়াৰ ব্যৱধান ব্যাপকতৰ কৰি তুলি আহিছে। তদুপৰি আন কিছুমান উপাদানে অসমীয়া ভাষাত এই স্তৰতে প্ৰবেশ কৰিছে যিবোৰ অন্যান্য আৰ্য ভাষাত পোৱা নাযায়। এইবোৰ অষ্ট্ৰো এচিয়াটিক বা অষ্ট্ৰিক, তিব্বতোবৰ্মী বা ভোটচীনীয় আৰু দ্ৰাৱিড় গোষ্ঠীৰ ভাষাৰ প্ৰভাৱৰ ফল। দ্ৰাৱিড় গোষ্ঠীৰ উপাদান সৰহখিনিয়েই সংস্কৃতৰ জৰিয়তে উত্তৰাধিকাৰী সূত্ৰে লাভ কৰিছে। আৰ্যেতৰ প্ৰভাৱৰ দুটা প্ৰৱাহ পৰিলক্ষিত হয় ঃ এটা সংস্কৃত-প্ৰাকৃতৰ জৰিয়তে আৰু আনটো অসমীয়া ভাষাৰ আৰ্যেতৰ ভাষাৰ লগত সংস্থাপিত প্ৰত্যক্ষ যোগাযোগৰ জৰিয়তে।[২২] কেউদিশে আবৰি থকা তিব্বতোবৰ্মী ভাষাভাষী লোকৰ লগত একেলগে পৰিবৰ্ধিত হোৱা অসমীয়া ভাষাৰ লগত সাংস্কৃতিক বিনিময় ঘটিল। ফলত এই গোষ্ঠীৰ বহু শব্দ, প্ৰতয়, সম্বন্ধ বাচক পদ আদি অসমীয়াত সোমাই পৰিল।[২৩] আকৌ অসমীয়াৰ প্ৰভাৱৰ টাই গোষ্ঠীৰ আহোমসকলৰ ভাষা মৃত প্ৰায় হ'ল যদিও সেই একে গোষ্ঠীৰ ভাষাৰ শব্দ সম্ভাৰে অসমীয়া শব্দৰ ভড়াললৈ ভালেমান নতুন নতুন শব্দ দি থৈ গ'ল। আনহাতে ফাৰ্ছী আদি এচীয়া আৰু ইউৰোপীয় ভাষাসমূহৰপৰাও ভালেমান উপাদান বিশেষকৈ শব্দ অসমীয়াত সোমাই পৰিল।[২৪] এই দেশী বিদেশী আৰ্য অনাৰ্য উপাদান সমূহ যুগে যুগে কম বেছি পৰিমাণে আহৰণ কৰিহে অসমীয়া ভাষাই আজিৰ এই নবীনতম আৰু সমৃদ্ধিশালী ৰূপ পৰিগ্ৰহ কৰিছে।

অসমীয়া ভাষাৰ প্ৰথম পুথি হেমসৰস্বতীৰ 'প্ৰহ্লাদ ( প্ৰহ্লাদ ) চৰিত'ৰ ৰচনাকাল ১৩শ শতিকাৰ শেহছোৱা বুলি কোৱা হৈছে।[২৫] সেই কালৰেপৰা বৰ্তমানলৈকে সুদীৰ্ঘ কালছোৱাত অসমীয়া ভাষাৰ ক্ৰমবিকাশতো কেইটামান স্তৰ বা খলপা নিৰ্দেশ কৰিব পাৰি। ভাষাগত বিশেষত্বৰ ওপৰত নিৰ্ভৰ কৰি এই স্তৰ নিৰ্দেশ কৰাহে নিৰাপদ। এই স্তৰ ঘাইকৈ তিনিটাঃ পুৰ্বণি বা আদি অসমীয়া কাল ; হেমসৰস্বতীৰ আবিৰ্ভাৱৰপৰা ১৬ শ শতিকাৰ শেষলৈকে ; মধ্য অসমীয়া কাল—১৭ শতিকাৰপৰা ১৮২৬ খ্ৰীষ্টাব্দলৈকে ; আৰু আধুনিক

২২. গোস্বামী : বিচিত্ৰা, পৃ. ৯৮-১০৫।

২৩. Kakati, B : ibid, Indroduction.

২৪. বৰুৱা : ভাষা আৰু সংস্কৃতি, ১ম ভাগ।

২৫. Kakati B : ibid, p. 12.

অসমীয়া কাল—ইংৰাজ সকলে অসম দেশ অধিকাৰ কৰা অৰ্থাৎ ১৮২৬ খ্ৰীষ্টাব্দৰপৰা বৰ্তমানলৈকে। এই তিনিটা কালৰ সাহিত্যৰ নিদৰ্শনৰ বাবে সাহিত্যৰ বুৰঞ্জী সমূহত বহুকথা কোৱা হৈছে।[২৬]

পুৰণি বা আদি অসমীয়া : এই যুগৰ অসমীয়া ভাষাত আকৌ দুটা উপস্তৰ দেখুৱাব পাৰি—হেমসৰস্বতীৰপৰা ১৪৫০ লৈকে আৰু পৰবৰ্তী কাল ছোৱা। এই দুয়োটা উপস্তৰৰ সাহিত্যিক নিদৰ্শনৰ কথা উল্লেখ নকৰি মাত্ৰ ভাষাগত বিশেষত্বৰ আভাসহে তুলি ধৰা হ'ল।

ৰ>ল, স/শ>খ, ও>উ, হ্ৰস্ব-দীৰ্ঘ স্বৰৰ অভেদ, দন্ত্য-মূৰ্ধন্যৰ অভেদ, -ইব প্ৰত্যয়ান্ত অতীত কৃদন্ত পদ, ইল প্ৰত্যয়ান্ত অতীত কৃদন্ত বিশেষণ, -এৰ/ এৰে স্বাৰ্থিক প্ৰত্যয়ৰ প্ৰয়োগ আৰবী শব্দৰ প্ৰয়োগ ( নফৰ<আৰ্বী নফ্ৰ বাজাৰ, মদল, দাহিস ), স্ত্ৰীলিঙ্গত জনী প্ৰত্যয়, নঞ -অৰ্থক প্ৰত্যয়ৰ ধাতুৰ লগত শিথিল প্ৰয়োগ ( ন আছিল, ন পাৰি নেৱায়, নমাতে ন ছাৱিল ) তৎসম, তদ্ভৱ আৰু দেশজ শব্দৰ অধিক প্ৰয়োগ আদি প্ৰথম উপস্তৰৰ প্ৰধান বিশেষত্ব। বিদেশী শব্দৰ প্ৰয়োগ এই উপস্তৰৰ অতি মন কৰিবলগীয়া কথা।

সেইদৰে দ্বিতীয় উপস্তৰৰ বিশেষত্বসমূহৰ ভিতৰত প্ৰধান কথা হ'ল ব্ৰজবুলি ভাষাৰ প্ৰতিষ্ঠা আৰু আৰবী ফাৰ্ছী ভাষাৰ শব্দৰ মুকলি প্ৰয়োগ। যেনে—ওমৰা, ওৱাচিল, চাকৰ, ফৰমান ইত্যাদি। ব্ৰজবুলিৰ প্ৰয়োগত মৈথিলী ভাষাৰ কেতবোৰ বিভক্তি, প্ৰত্যয়ৰ ব্যৱহাৰ আন এটি মন কৰিবলগীয়া কথা। সমাৰ্থক তৎসম আৰু তদ্ভৱ শব্দৰ অধিক প্ৰয়োগ, নিজে অৰ্থত 'আপুনি' আৰু প্ৰথম পুৰুষৰ ক্ৰিয়াত—ওঁ বিভক্তিৰ প্ৰয়োগ, তুমৰ্থক বিভক্তি -ব/ইব প্ৰয়োগ, আৰো, আৰু, আৰৰ অব্যয়ৰ প্ৰয়োগ, লন্ত/ৰন্ত/লাহা/বাহা/লোহা/বোহো আদি ধাতু প্ৰত্যয়ৰ প্ৰয়োগ, ন ন জতুৱা ঠাঁচৰ প্ৰয়োগ, ( ছন্দোময় গদ্যৰ উন্মেষ ), সমাসযুক্ত দীঘলীয়া শব্দৰ প্ৰয়োগ, বিভক্তিহীন কাৰকৰ ব্যৱহাৰ আৰু প্ৰাকৃতৰ দৰে ভপাছিগা শব্দৰ প্ৰয়োগ আদিয়েই এই উপস্তৰৰ ভাষাৰ প্ৰধান বিশেষত্ব।

দ্বিতীয় বা মধ্য অসমীয়া : এই কালছোৱাৰ সাহিত্যৰাজিত সিদৰে বৈচিত্ৰ্যৰ সূত্ৰপাত ভাষাতো সেইদৰে বহু নতুনত্ব স্পষ্ট হৈ পৰিছে। আহোম-মোগলৰ সংঘৰ্ষৰ ফল স্বৰূপে মুছলমানৰ নিগাজী বসবাস আৰু বৈষ্ণৱভাবাপন্ন মুছলমানৰ

২৬. নেওগ, ডিম্বেশ্বৰ : অসমীয়া সাহিত্যৰ বুৰঞ্জী ; শৰ্মা, সত্যেন্দ্ৰনাথ : অসমীয়া সাহিত্যৰ ইতিবৃত্ত ; নেওগ, মহেশ্বৰ : অসমীয়া সাহিত্যৰ ৰূপৰেখা।



কবিৰ পৃষ্ঠপোষকতাত জিকিৰ, জাৰী গীতৰ সৃষ্টি। আনহাতে বুৰঞ্জী সাহিত্যৰ সূত্ৰপাত। ফলস্বৰূপে ফাৰ্ছী শব্দৰ প্ৰয়োগ, আহোম ভাষাৰ শব্দৰ প্ৰাচুৰ্য, কেতবোৰ আহোম প্ৰত্যয়ৰ সমাবেশ, দেশী শব্দৰ আধিক্য, ধ্বনিৰীতিৰ অধিক সৰলীভৱন; শব্দত নাসিক্য প্ৰৱণতা বা অনুনাসিকী কৰণ, বা ভিন্ন দীৰ্ঘস্বৰৰ লোপ, নঞ অৰ্থবাচক ক্ৰিয়াত নিষেধাৰ্থক ন-প্ৰত্যয়ৰ উপসৰ্গ সদৃশ প্ৰয়োগ আৰু তাৰ সমীভৱনৰ সূচনা, যৌগিক ক্ৰিয়াৰ প্ৰাচুৰ্য, প্ৰথম পুৰুষৰ সৰ্বনামৰ প্ৰয়োগত একবচন আৰু বহুবচনৰ সম্পূৰ্ণ পৃথকত্ব, দন্ত্য-মূৰ্ধণ্য আৰু তিনিটা শ/ষ/স-ৰ সম্পূৰ্ণ অভেদ আদিয়েই এই কালৰ ভাষাৰ প্ৰধান বৈশিষ্ট্য।

আধুনিক অসমীয়া : এই স্তৰৰ অসমীয়াত আকৌ তিনিটা উপস্তৰ নিৰ্দেশ কৰিব পাৰি। তাৰে প্ৰথমটোৰ কাল সাধাৰণভাৱে ৪০ বছৰ বুলিব পাৰি। এই কালছোৱাত ৰাজনৈতিক কাৰণত অসমীয়া ভাষাৰ ওপৰত বঙলা ভাষাই ভূতৰ ওপৰত দানহ ৰূপ ললেহি। ফলত বঙলা ভাষাৰ প্ৰভাৱ সোমাই পৰিল। এহাতে ইংৰাজী ভাষাৰ লগত সম্পৰ্ক স্থাপন আৰু আনহাতে বঙলা ভাষাৰ পঢ়াশালি-ৰাজকীয় কাৰ্যত প্ৰবেশ। এই কালছোৱাক অসমীয়া ভাষাৰ আত্মৰক্ষাৰ কাল বুলিলেও ভুল নহয়। বঙলা ভাষাৰ সম্পৰ্কৰ বাবেই হবলা পুৰণি অসমীয়া লিপিৰ লগত বঙলা লিপিৰ সমাহাৰ হ'ল—আৰু লেখন ব্যৱস্থাত সামান্য পৰিৱৰ্তন ঘটি নতুনত্বৰ সৃষ্টি হ'ল। এই যুগৰপৰাই অসমীয়াত ইংৰাজী ভাষা আৰু বঙলা ভাষাৰ উপাদানৰ অনুপ্ৰৱেশৰ সূচনা হবলৈ ধৰিলে।

এই যুগৰ দ্বিতীয় উপস্তৰটোৰ কাল দ্বিতীয় মহাসমৰলৈকে ব্যাপ্ত বুলিব পাৰি। এই কালছোৱাত অসমীয়া সাহিত্যত পাশ্চাত্য প্ৰভাৱ উল্লেখযোগ্য কথা। সেই একে কাৰণতে অসমীয়া ভাষাতো বিদেশী ভাষাৰ শব্দৰ প্ৰচুৰ অনুপ্ৰৱেশ ঘটিল। বিশেষকৈ ইংৰাজী সাহিত্যৰ লগত সম্পৰ্ক স্থাপিত হোৱাত তাৰ জৰিয়তে এচীয়, ইউৰোপীয় ভাষাৰ ভালেমান শব্দ সোমাই পৰিল। ইংৰাজী, গ্ৰীক আদি ভাষাৰ অনুকৰণত অসমীয়া ব্যাকৰণ ৰচিত হ'ল, অভিধান প্ৰণীত হ'ল, কিন্তু শব্দৰ উচ্চাৰণৰ ভেটিত ৰচিত অভিধানৰ প্ৰভাৱ দীৰ্ঘম্যাদি হবলৈ নাপালে। য়-শ্ৰুতি আৰু ৱ-শ্ৰুতি যুক্ত শব্দৰ প্ৰয়োগ, বানানত দন্ত্য-মূৰ্ধণ্য, দীৰ্ঘ-হ্ৰস্ব স্বৰ, তিনিটা শ/ষ/স, জ-য, চ-ছ আদিৰ পাৰ্থক্য প্ৰতিষ্ঠিত হ'ল। বিভক্তিহীন কাৰকৰ প্ৰয়োগ, বিদেশী শব্দৰ প্ৰয়োগ বৃদ্ধি পালে। এই যুগতে বিদেশী শব্দৰ প্ৰভাৱত থলুৱা শব্দৰ লুপ্ততাৰ সূচনা আন এটি বিশেষ মন

কৰিবলগীয়া কথা। বিলাক, বোৰ, ইঁত-আদি নতুন বহুবচনান্ত প্ৰত্যয়ৰ প্ৰয়োগ, সংস্কৃত সন্ধিৰ অনুকৰণত (বছৰেকীয়া, মাহেকীয়া) নতুন সন্ধিযুক্ত পদৰ প্ৰয়োগ, নঞ-অৰ্থক ক্ৰিয়াত নিষেধাৰ্থক প্ৰত্যয়ৰ সম্পূৰ্ণ আধুনিকীকৰণ (উপসৰ্গৰ দৰে প্ৰয়োগ আৰু ধাতুৰ প্ৰথম স্বৰানুসৰি,সমীভৱন) তৎসম শব্দৰ পুনৰ প্ৰাচুৰ্য, যৌগিক ক্ৰিয়াৰ প্ৰাচুৰ্য সম্ভ্ৰমাৰ্থত আপুনি সৰ্বনামৰ প্ৰয়োগ, দ্বিতীয় পৰ্যায়ত সূচিত হোৱা তৃতীয় পুৰুষৰ সৰ্বনামৰ স্ত্ৰীলিঙ্গ বাচক 'তাই' পদৰ প্ৰয়োগ প্ৰাচুৰ্য, এখেত, তেখেত আদি সৰ্বনামৰ প্ৰয়োগ-প্ৰাচুৰ্য, অনুসৰ্গ, সম্বন্ধবাচক নিৰ্দিষ্টবাচক প্ৰত্যয়ৰ প্ৰয়োগ-প্ৰাচুৰ্য, সৰ্বসাধাৰণৰ কথিত গদ্যৰ সাহিত্যত নিগাজী স্থান লাভ আদিয়েই এই যুগৰ ভাষাৰ প্ৰধান বিশেষত্ব।

এই যুগৰ শেষৰ উপস্তৰত অসমীয়া ভাষাই পূৰ্বৰ নিজস্ব আভৰণ কিছু এৰিবলৈ সচেষ্ট হোৱা দেখা যায়। ৰেখাযুক্ত পদত দ্বিত্ব বৰ্জন, তৎসম স্ত্ৰীলিঙ্গপদৰ বিশেষ্যৰ তৎসম, বিশেষণত লিঙ্গবাচক বিভক্তিৰ লোপ (সুন্দৰ ছোৱালী, প্ৰথম কন্যা, কনিষ্ঠপুত্ৰী) প্ৰবণতা, কাৰকত বিভক্তিহীনতা, ৪ৰ্থী বিভক্তি লৈ-ৰ শিথিল প্ৰয়োগ, বিদেশী ইংৰাজী-বঙলুৱা শব্দৰ অপপ্ৰয়োগ, তৎসম শব্দৰ অপপ্ৰয়োগ, ব্যাকৰণৰীতিৰ প্ৰতি বৈৰাগ্য প্ৰবণতা, বানান-ৰীতিৰ শিথিলতা আদিয়েই এই কালছোৱাৰ ভাষাৰ প্ৰধান বিশেষত্ব।

অসমীয়া ভাষাৰ প্ৰথম দুটা স্তৰত আৰ্যেতৰ আৰু বিদেশী শব্দাদিৰ কিছু অনুপ্ৰবেশ হলেও অসমীয়া ভাষাৰ যিটো ৰূপ আছিল আধুনিক স্তৰত তাৰ বহুখিনি সলনি হৈছে। এই কালছোৱাতে অসমীয়া ভাষাই ব্যাকৰণ-অভিধানৰ-দ্বাৰা শৃঙ্খলিত হৈ নতুন ৰূপত ঠন ধৰি উঠা কথাও নুই কৰিব নোৱাৰি। এই কালছোৱাতে খ্ৰীষ্টান মিছনেৰী সকলৰ লগে লগে অসমীয়া ভাষাৰ নানা দিশত পাশ্চাত্য প্ৰভাৱো বাৰুকৈয়ে পৰিল। ফলত অসমীয়া কাৰ্য, নাট্য, আৰু গদ্য সাহিত্যত নতুন নতুন পুষ্পস্তৱক যিদৰে প্ৰস্ফুটিত হ'ল সেইদৰে ভাষাৰ মাজ মাজিয়াতো নতুন নতুন উপাদানে বৰপীৰা পাৰি বহিল। ফলস্বৰূপে আজি আমি অসমীয়া ভাষাক এই নবীনতম ৰূপত পাইছোঁ যি হয়তো সুদূৰ ভৱিষ্যতত আৰু বিৱৰ্তনৰ পথত নতুন স্তৰত পদাৰ্পণ কৰিবগৈ। প্ৰাকৃত উপাদান, সংস্কৃত উপাদান, দেশী-বিদেশী, আৰ্য-আৰ্যেতৰ উপাদানৰ প্ৰাচুৰ্যেৰে নদন-বদন হৈ পৰা অসমীয়া ভাষা কিন্তু সৰু-বৰ, কৃতী-অকৃতীমান সাহিত্যিক আৰু ভাষা-প্ৰেমীসকলৰ অহোপুৰুষাৰ্থৰ ফলত এটা সুসংস্কৃতিসম্পন্ন সমৃদ্ধ ভাষাৰূপে



মূৰ তুলি উঠিছে। নতুন নতুন চিন্তাধাৰাৰে এই ভাষা-সাহিত্য চৰ্চা কৰি অসমীয়া ভাষা সাহিত্য যিদৰে অসমীয়াপ্ৰেমী ৰাইজে শক্তিশালী কৰি তুলিছে ঠিক একেদৰে এই ভাষাপ্ৰেমী অসমীয়া সকলেই অসমীয়া ভাষাৰ কালিকা তথা নিজস্ব ঐতিহ্য অটুট ৰাখি ইয়াৰ সৌষ্ঠৱ বৃদ্ধি কৰি তোলাটো নিতান্ত প্ৰয়োজনীয় কথা। পূৰ্বাঞ্চলৰ সৰ্ববৃহৎ অসমীয়া ভাষাৰ সুপ্ৰতিষ্ঠা আৰু বহুপ্ৰচাৰৰ প্ৰতি এই ভাষাভাষী যিকোনো লোকেই অৰিহণা যোগোৱা কৰ্তব্য।

# ধ্বনি-বিজ্ঞান-পৰিচয়

ড° গোলোকচন্দ্ৰ গোস্বামী

১॥ ভাষা মানৱ-সভ্যতা আৰু সংস্কৃতিৰ মূল ভেটি। ভাষাহীন সমাজৰ কল্পনা বৃথা; সমাজ অবিহনে সভ্যতা আৰু সংস্কৃতিও নিৰৰ্থক। ভাষাৰ হেতুকে মানুহ সমাজপ্ৰিয় প্ৰাণীত পৰিণত হৈছে। ভাষাই মানুহক পশুৰপৰা পৃথক কৰি শ্ৰেষ্ঠতম আসন দিছে। মানৱ জাতিৰ সৰ্বাংগীন উন্নতি, প্ৰগতি, জ্ঞান বিজ্ঞানৰ চৰম উৎকৰ্ষ সাধন—এই সকলোবোৰৰ মূল ভাষা। ইয়াৰ নিমিত্তে আজি কুৰি শতিকাত 'এখন পৃথিবী'ৰ কল্পনা সম্ভৱ হৈছে; বাস্তৱ ৰূপ দিয়াৰ প্ৰচেষ্টাত মানৱ জাতি আগ বাঢ়িব পাৰিছে।

এতিয়া প্ৰশ্ন হ'ল, মানৱ জাতিৰ চৰম প্ৰয়োজনীয় এই ভাষা কি? সভ্যতা-সংস্কৃতিৰ পৰিপ্ৰেক্ষিতত অনেক পণ্ডিতে ভাষাৰ সংজ্ঞা নিৰ্ণয় কৰিছে। এই সংজ্ঞাবোৰে ভাষাৰ প্ৰয়োজনীয়তা, উপযোগিতা আদিৰ নিৰ্দেশ দিয়ে; ইহঁতে ভাষাৰ এটা দিশ মাথোন পোহৰায়। ভাষাতত্ত্বৰ ফালৰপৰা, ভাষা বিজ্ঞানৰ দৃষ্টিভংগীত সেই সংজ্ঞাবোৰ গ্ৰহণযোগ্য নহয়।

২॥ ভাষা মানুহৰ মনৰ ভাৱ প্ৰকাশক সংকেত অথবা ইংগিত বিশেষ। ব্যৱহাৰিক ক্ষেত্ৰত সংকেত নানান প্ৰকাৰৰ হ'ব পাৰে: ৰেলগাড়ীৰ হুইছেল শুনিলে যাত্ৰীৰ খৰধৰ লাগে; স্কুলত ঘণ্টাৰ শব্দই ছাত্ৰ-ছাত্ৰীক সাজু হ'বলৈ সংকেত দিয়ে; দূৰৰ মানুহক মাতিবলৈ দীঘলীয়া উকি মৰা হয়; কুকুৰা চৰাইৰ ডাকে প্ৰভাত সূচায়। এইবোৰ ভাৱ প্ৰকাশক সংকেত, ধ্বনি সংকেত, শ্ৰূয়মান সংকেত বিশেষ।

ৰাস্তাৰ কাযত থকা সংকেতবোৰ আমাৰ পৰিচিত। চিত্ৰৰ সংকেতবোৰে গাড়ী-চালকক নিৰ্দশ দিয়ে। দাঁত নিকটাই থকা লাওখোলাৰ ৰঙা ছবি বিপদৰ সংকেত। ৰাস্তাৰ চৌ আলিৰ মাজত পুলিচে এখন হাত ওপৰলৈ দাঙি আৰু আনখন হাত আগবঢ়াই দি যান বাহন নিয়ন্ত্ৰণ কৰে। কলা-বোবা মানুহে হাতৰ অংগী ভংগীৰে মনৰ ভাৱ প্ৰকাশ কৰে। হাঁহি কান্দোনৰ পৰাও মানুহৰ মনৰ ভাৱ জানিব পৰি। যুদ্ধক্ষেত্ৰত শুক্ৰ পতাকা উৰুৱাই বশ্যতা স্বীকাৰ কৰা হয়। টেলিগ্ৰামেৰে নাইবা চিঠিৰে শত-সহস্ৰ মাইল দূৰত থকা আত্মীয়-পৰিজনৰ



মংগলামংগলৰ বাতৰি ল'ব পাৰি। এইবোৰো সংকেত, দৃশ্যমান সংকেত। উপৰোক্ত সকলোবোৰ সংকেতেই কথা কয়, নিৰ্দেশ দিয়ে। সেই কাৰণে বহুল অৰ্থত এইবোৰক ভাষা বুলি ক'ব পাৰি; কিন্তু ভাষাবৈজ্ঞানিক সূত্ৰত ভাষা বুলি ধৰিব নোৱাৰি।

৩॥ **ভাষাৰ বিজ্ঞান সন্মত সূত্ৰ বা সংজ্ঞা**: ভাষা মানুহৰ মনৰ ভাৱ আদান-প্ৰদানৰ উদ্দেশ্যে বাগিন্দ্ৰিয়ৰে উচ্চাৰণ কৰা সুসংগঠিত, সুপৰিকল্পিত ধ্বন্যাত্মক সংকেতবিশেষ। মানুহৰ মনৰ ভাৱ আৰু চিন্তাৰ শ্ৰূয়মান প্ৰতীকেই ভাষা।

ওপৰৰ সংজ্ঞাৰ প্ৰত্যেক ফা'কি কথা তাৎপৰ্যপূৰ্ণ। বলিয়া মানুহে চিঞৰ-বাখৰ কৰে বা ভুল বকে; এইবোৰৰ কোনো অৰ্থ নাই। গতিকে বাগিন্দ্ৰিয়ৰে উচ্চাৰণ কৰা ধ্বনিবিশেষ হলেও ই ভাষা নহয়। অসমীয়া মানুহে কথা পাতোঁতে অ, আ, ই, উ, ক, খ, প, ত আদি বহুতো ধ্বনি বাগিন্দ্ৰিয়ৰে উচ্চাৰিত হয়। এই ধ্বনিবোৰৰ একোটা প্ৰণালীবদ্ধ ৰূপ বা গঠন নহলে ভাষা বুলি গ্ৰহণ কৰা নহয়। আখঅৰ, 'আখৰ', এটা শব্দ; কিন্তু অখঅৰ, 'অখৰ', উখঅৰ, 'উখৰ', বা ঔখঅৰ, 'ঔখৰ' শব্দ নহয়। ঘআগঅ'ৰই, 'ঘাগৰি = কলহ' এটা শব্দ, কিন্তু ঘআঘঅ'ৰই, 'ঘাঘৰি' বুলিলে কোনো অৰ্থ নোলায়। আকৌ 'সি কেতিয়া পৰা তাৰ আহিল'—এটা বাক্য; ইয়াৰ উত্তৰ আশা কৰিব পাৰি। 'সি বা কি খায়, আৰু 'সি বাকী খায়'—একেধ্বনিযুক্ত দুটা বাক্য; দুয়োটাৰে অৰ্থ সুকীয়া। 'তুমি নো যোৱা কিয়?' আৰু 'তুমি নোযোৱা কিয়?' এই বাক্য দুটাৰ তাৎপৰ্যও একে নহয়।

৪॥ ধ্বনিৰ সুসংগঠনৰ ভাষাৰ সৃষ্টি হয়। জগতৰ প্ৰত্যেক ভাষাৰে গঠন বা ৰূপ বেলেগ বেলেগ। ব্যক্তিবিশেষৰ আকৃতিগত আৰু প্ৰকৃতিগত বৈশিষ্ট্য থকাৰ দৰে প্ৰত্যেক ভাষাৰে নিজস্ব বৈশিষ্ট্য আছে। উদাহৰণ স্বৰূপে ধৰক, অসমীয়া আৰু বঙালী দুয়োটা ভাষাই মূলতঃ প্ৰাচ্য প্ৰাকৃতৰপৰা ওলাইছে; ধ্বনি আৰু শব্দ ভাণ্ডাৰৰ ফালৰপৰা উভয় ভাষাৰ মাজত বহুতো মিল আছে (সেই কাৰণে একালত অসমীয়া ভাষাক বঙালী ভাষাৰে এটা গ্ৰাম্যৰূপ বুলি বহুতে দাবীও কৰিছিল)। তথাপি দুয়োটা ভাষাৰ গঠন পদ্ধতিত বিৰাট ব্যৱধান দেখা যায়। ওপৰত উল্লেখ কৰা 'আখৰ' আৰু 'ঘাগৰি' শব্দ দুটাত ব্যৱহৃত ধ্বনি অ, আ, অ', ই, খ, গ, ঘ বঙালী আৰু অসমীয়া দুয়োটা ভাষাতে পোৱা যায়। কিন্তু ইহঁতৰদ্বাৰা গঠিত ধ্বনি সমষ্টি অৰ্থাৎ 'আখৰ' আৰু

'ঘাগৰি' অসমীয়াই শব্দ বুলি গ্ৰহণ কৰিছে ; বঙালী ভাষাত ইইঁত নিৰৰ্থক। সেইদৰে, অসমীয়া মানুহে 'ভাল পায়'; বঙালী মানুহে ভাল নাপায়, তেওঁ-লোকে মাথোন 'ভালো বাসে'।

ইংৰাজী আৰু অসমীয়া ভাষাত ল (=l), অ (=ɔ) আৰু ঙ (=ṅ) এই তিনিওটা ধ্বনিৰে উচ্চাৰণৰ স্থান আৰু ধৰণ একে বুলিব পাৰি। ইইঁতে গঠন কৰা লঅঙ 'লং' (=long) ইংৰাজী আৰু অসমীয়া দুয়োটা ভাষাতে ব্যৱহাৰ কৰা দুটা শব্দ। কিন্তু ইংৰাজী ভাষাৰ long (=লং) আৰু অসমীয়া 'লং' (=long) একে নহয়। সেইদৰে ইংৰাজী sin আৰু অসমীয়া 'চিন' একে ধ্বনিযুক্ত, একে গঠনৰ অথচ, সুকীয়া অৰ্থৰ দুটা ভিন ভিন শব্দ।

অসমীয়া ভাষাত ঙ আনবোৰৰ লগৰে এটা বাগধ্বনি। ইয়াৰ প্ৰয়োগ অন্যান্য ধ্বনিৰ লগত নিমিলে। ক, খ, গ, প, ম আদি ধ্বনিবোৰ আদিতে লৈ শব্দ গঠিত হ'ব পাৰে ; যেনে—'কৰম', 'খৰম', 'গৰু', 'পৰুৱা', 'মৰমিয়াল' ইত্যাদি। কিন্তু ঙ ধ্বনিৰে শব্দ আৰম্ভ কৰিব নোৱাৰি। সেই কাৰণে ঙ বৰ্ণ অকলে উচ্চাৰণ কৰিবলৈকো আমি টান পাওঁ [১]। বৰ্মীয় বা থাই আদি ভাষাতো ঙ-অৰ উচ্চাৰণ অসমীয়া ঙ-অৰ দৰেই। কিন্তু সেইবোৰ ভাষাত ঙ-অৰে শব্দ আৰম্ভ হয় ; সেই দেখি সেইবোৰ ভাষা-ভাষী মানুহে ইয়াক অতি সহজে অকলে উচ্চাৰণ কৰিব পাৰে। ঙআ ধ্বনি সমষ্টিৰ অসমীয়াত কোনো অৰ্থ নাই ; মণিপুৰী ভাষাত কিন্তু ই 'মাছ' অৰ্থ বুজায়। ভাষাৰ এনেবোৰেই হ'ল গঠনমূলক বা ৰূপাত্মক ( structural ) পাৰ্থক্য। এই পাৰ্থক্য বা গঠন পদ্ধতিয়ে একে ধ্বনিযুক্ত ভাষাকো সুকীয়া ভাষাত পৰিণত কৰে।

## ভাষা-বিজ্ঞান

৫॥ ভাষা বিশ্লেষণৰ দুটা দিশ দেখা যায় : এটা দিশ গঠন পদ্ধতিমূলক (formal or structural আৰু আনটো এই গঠন পদ্ধতিত প্ৰযুক্ত অৰ্থাৎ আৰোপিত ভাব বা অৰ্থ সম্পৰ্কীয়, অৰ্থতত্ত্ব (semantics) মূলক। অৰ্থতত্ত্বমূলক দিশটো সমাজ-বিজ্ঞানৰ (social sciences) বিভিন্ন বিভাগৰ লগত, বিশেষকৈ

১। পাঠশালাৰ শিক্ষকে ছাত্ৰ-ছাত্ৰীক ব্যঞ্জনবৰ্ণ পঢ়াওঁতে কঅ, খঅ, গঅ, ঘঅ, উঙঅ বুলিহে পঢ়ায়। ঙ ধ্বনিৰে শব্দ আৰম্ভ নহয় কাৰণে ইয়াক অকলে উচ্চাৰণ কৰিবলৈকো টান, আৰু সেয়েহে ঙ-অৰ আগত উ-স্বৰধ্বনি দি উঙঅ উচ্চাৰণ কৰা হয়।



সামাজিক মনস্তত্ত্বৰ ( socialp sychology ) লগত, ঘনিষ্ঠভাৱে জড়িত। ভাষাৰ এই জটিল দিশটোৰ প্ৰণালীবদ্ধ আলোচনা অতি অলপ দিনৰ পৰাহে আৰম্ভ হৈছে বুলিব পাৰি।

গঠন বা ৰূপৰ আলোচনা তিনিটা ভাগত বিভক্ত কৰা হয় : ধ্বধ্বনিগত (phonetic), শব্দগত (morphemic) আৰু বাক্যগত (syntactic) ভাবে। ধ্বনি, ধ্বনিৰ উৎপাদন, গুণ আৰু প্ৰয়োগবিধিৰ আলোচনাক ধ্বনিতত্ত্ব (phonology) কোৱা হয়। ভাষাত প্ৰয়োগ হোৱা ধ্বনি বা সমষ্টি অৰ্থযুক্ত শব্দৰ গঠন (derivation) আৰু ৰূপৰ (inflection form) প্ৰয়োগবিধিক বাক্যতত্ত্ব (syntax) বোলে।

ভাষাৰ এই সকলো দিশৰ য'ত বিজ্ঞান সন্মত সুক্ষ্ম আলোচনা কৰা হয় তাক সামান্য ভাষা-বিজ্ঞান (General Linguistics) বোলে। ভাষাৰ কোনো এটা মাথোন স্তৰ-বিশেষৰ পুংখানুপুংখ বিশ্লেষণক বৰ্ণনাত্মক (Descriptive) ভাষা বিজ্ঞান, আৰু বিভিন্ন স্তৰ-বিশেষৰ মাজেদি হোৱা ভাষাৰ উদ্ভৱ আৰু ক্ৰমবিকাশৰ আলোচনাক ঐতিহাসিক (Historical) ভাষা-বিজ্ঞান কোৱা হয়। একেটা স্তৰৰ বেলেগ বেলেগ ভাষাৰ গঠন-পদ্ধতিৰ আলোচনাৰ নাম তুলনামূলক (Comparative) ভাষা-বিজ্ঞান। কোনো কোনো ভাষা-তত্ত্ববিদে ঐতিহাসিক আৰু তুলনামূলক দুয়োটা আলোচনাকে এক নামেৰেও অভিহিত কৰে।

## ধ্বনি-বিজ্ঞান, বৰ্ণ-বিজ্ঞান আৰু ধ্বনিতত্ত্ব

৬॥ ভাষাৰ মূল ধ্বনি। ধ্বনিৰ উচ্চাৰণ, উচ্চাৰণ কৰোঁতে প্ৰয়োগ হোৱা বাগিন্দ্ৰিয়, উচ্চাৰণৰ বিভিন্ন কৌশল বা ধৰণ আৰু স্থান, ধ্বনিৰ লক্ষণ আৰু গুণ আৰু এইবোৰৰ প্ৰকৃতি বা স্বৰূপ আদিৰ বিজ্ঞান সন্মত সূক্ষ্ম আলোচনা কৰা হয় ধ্বনি-বিজ্ঞানত (Phonetics)। বাগিন্দ্ৰিয়ৰদ্বাৰা উচ্চাৰিত বিশিষ্ট গুণযুক্ত ধ্বনি-বিষয়ৰ সমস্ত জ্ঞানৰ বিতং বিবৰণ ধ্বনিবিজ্ঞানৰ বিষয়-বস্তু।

৭॥ ধ্বনিৰ এইটো প্ৰাথমিক দিশ। ইয়াৰ উপৰিও বিশ্লেষণৰ দিশ এটা ইয়াৰ আছে। সাধাৰণভাৱে উচ্চাৰিত হোৱা ধ্বনিসমূহ বেলেগ বেলেগ ভাষাত বেলেগ বেলেগ ধৰণে প্ৰয়োগ হয়। ভাষাভেদে ধ্বনিবোৰৰ আচৰণৰ বৈশিষ্ট্য দেখা যায়। এই বৈশিষ্ট্যবোৰ নিৰ্ভৰ কৰে ধ্বনিৰ প্ৰকৃতি আৰু প্ৰয়োগৰ ওপৰত। উদাহৰণ : এটা ভাষাত যিমানবোৰ ধ্বনিৰ উচ্চাৰণ হয় সেই

সকলোবোৰৰ অস্তিত্ব বা বৈশিষ্ট্য সেই ভাষা-ভাষী লোকে উপলব্ধি কৰিব নোৱাৰে। অসমীয়া ভাষাত 'ভাল' আৰু 'লাভ' শব্দ দুটাত চাৰিটা ধ্বনিৰ ব্যৱহাৰ হৈছে ঃ ভ, ভ̱, ল আৰু আ। ভ (=bh) উচ্চাৰণ কৰোঁতে ওঁঠ দুটাৰ স্পৰ্শ হয় ; গতিকে ই এটা স্পৰ্শধ্বনি। ভ̱ (=B) উচ্চাৰণ কৰোঁতে ওঁঠৰ স্পৰ্শ নহয় ; দুয়োটা ওঁঠ ওচৰ চাপে, ফলত ঠেক বাটেৰে বায়ুৰ সোঁতটো ঘঁহনি খাই ওলাই আহিব লগা হয়। গতিকে উচ্চাৰণৰ ধৰণৰ ফালৰপৰা ধ্বনি দুটা বেলেগ ; ইহঁতৰ শ্ৰূয়মাণ গুণো বেলেগ। কিন্তু অসমীয়া মানুহে এই ধ্বনি দুটা সদায় উচ্চাৰণ কৰি থাকে যদিও ইহঁতৰ পাৰ্থক্য বা বৈশিষ্ট্য ধৰিব নোৱাৰে। ভ উচ্চাৰিত হয় শব্দৰ আদিতে, যেনে—'ভাল', 'ভুবন', 'ভিনিহি', আদি শব্দত নাইবা শব্দৰ মাজত, যেনে—'আভাস', 'বিভূতি', 'সভ্য' আদি শব্দত ; আৰু ভ̱ উচ্চাৰিত হয় কেৱল শব্দৰ শেহতহে। ভ̱ উচ্চাৰিত হোৱা শব্দ, যেনে—লআভ̱ 'লাভ'. লওভ̱ 'লোভ', সউলঅভ̱ 'সুলভ' ইত্যাদি। গতিকে ভ আৰু ভ̱-অৰ প্ৰয়োগৰ ক্ষেত্ৰত কোনো বিৰোধ দেখা নাযায়। সেই কাৰণে অসমীয়া মানুহে এই ভিন্ন ধ্বনি দুটাক একেবৰ্ণ[২] (Phonema) বা ধ্বনিসমষ্টিৰ অন্তৰ্গত বুলি ধৰি লৈ ইহঁতৰ সুকীয়া বৈশিষ্ট্যবোৰ পাহৰি পেলায়। সেয়েহে বৰ্ণমালাত ( Phoneme chart ) ভ আৰু ভ̱ দুয়োটা ধ্বনি এটা মাথোন বৰ্ণৰে সুচিত হয়। এতিয়া মনকৰিবলগীয়া কথা হল ঃ অসমীয়া মানুহে এনেদৰে দুটা ভিন্ন ধ্বনিক সুকীয়াকৈ মনত নাৰাখি একেটা মাথোন বৰ্ণৰ অন্তৰ্গত বুলি ভবাৰ মূলতে—ভাষাটোত ধ্বনি দুটাৰ প্ৰকৃতিগত লক্ষণ।

সেইদৰে, ফ (= ph) আৰু ফ̱ (= $\phi$) ধ্বনি লগ হৈ অসমীয়া ফ বৰ্ণ হৈছে।

২। বৰ্ণ শব্দটো ইয়াত সাধাৰণ অৰ্থত ব্যৱহাৰ হোৱা নাই। বৰ্ণ বুলিলে সংস্কৃত ভাষাত আখৰ আৰু সেই আখৰে বুজোৱা ধ্বনি দুয়োটাকে সূচাইছিল ; তাৰ কাৰণ, সংস্কৃতত ধ্বনি (Sound) আৰু তাৰ প্ৰতীকৰ (Symbol) মাজত সমন্ধ অটুট আছিল ; গতিকে যিটো আখৰ সেইটোৱেই ধ্বনিও ( কেৱল ৱ, ব-ৰ দৰে দুটা এটা বৰ্ণৰ ক্ষেত্ৰত স্থানভেদে উচ্চাৰণৰ ভেদ হৈছিল মাথোন )। অসমীয়াত আখৰ আৰু তাৰ ধ্বনিৰ মাজত মিল নাই। সেই কাৰণে সংস্কৃত বৰ্ণ শব্দৰ ব্যৱহাৰত সতৰ্ক হোৱা প্ৰয়োজন। বৰ্তমান পুথিত বৰ্ণ শব্দৰে বিশিষ্ট ধ্বনি বা ধ্বনিসমষ্টিক (Phoneme) বুজোৱা হৈছে। সংস্কৃততো বৰ্ণ শব্দই প্ৰকৃততে তাকেই বুজাইছিল। ( চাওক : K. S. Allen : Phonetics in Ancient India, (1953) PP, 14-16)। বৰ্ণৰ প্ৰতীক বুজাবলৈ এই পুথিত 'আখৰ' শব্দৰ প্ৰয়োগ হৈছে।



ইংৰাজী ভাষাত সাতোটা সুকীয়া ধ্বনি লগ হৈ t বৰ্ণৰ সৃষ্টি হৈছে[৩]। এনেদৰে সকলো ভাষাতে বৰ্ণবোৰ এটা বা ততোধিক ধ্বনিৰ সমন্বয়ত গঢ়ি উঠে। ধ্বনিৰ সমন্বয় নিৰ্ণয় হয়, ধ্বনিবোৰৰ পৰিবেশজনিত প্ৰয়োগৰ বিশ্লেষণৰ দ্বাৰা। ধ্বনিৰ এই বিশ্লেষণ বা প্ৰকৃতি বিচাৰৰ নাম বৰ্ণ-বিজ্ঞান ( Phonemics )।

৮॥ কোনো ভাষাৰ ধ্বনিবিজ্ঞান আৰু বৰ্ণবিজ্ঞানৰ সমস্ত আলোচনা যত থাকে তাকে সেই ভাষাৰ ধ্বনিতত্ত্ব ( Phonology ) কোৱা হয়। এই ধ্বনিতত্ত্বত, ধ্বনিবিজ্ঞানে ভাষাটোৰ মূল বা প্ৰাথমিক সামগ্ৰীবোৰ গোটাই পৰিচয় কৰি দিয়ে, বৰ্ণবিজ্ঞানে এই সামগ্ৰীখিনি বাছি বিচাৰি, প্ৰকৃতি নিৰ্ণয় কৰি প্ৰয়োগবিধি বিশ্লেষণ কৰে। কে, এল, পাইকৰ ভাষাত "ধ্বনিবিজ্ঞানে ভাষাৰ কেচা মাল গোটায় আৰু বৰ্ণবিজ্ঞানে এই মানবোৰক লৈ চালি জাৰি ৰন্ধন কৰে[৪]"। ৰ'মান জেকবছন আৰু মৰিছ হল-এও প্ৰকাৰান্তৰে তাকে দোহাৰিছে ঃ "ধ্বনি-বিজ্ঞানে উচ্চাৰণতাত গুণ আৰু লক্ষণবিশিষ্ট ধ্বনিৰ বিশদ বিৱৰণ সংগ্ৰহ কৰে আৰু বৰ্ণবিজ্ঞানে, বা সাধাৰণ ভাবে ধ্বনিতত্ত্বই এই ধ্বনি সামগ্ৰীক ভাষা বিজ্ঞানৰ নিকপকপীয়া সূত্ৰ খটুৱাই চালি জাৰি শ্ৰেণীবিভাগ ( Sorting and classification ) কৰে[৫]।"

## ধ্বনি-বিজ্ঞানৰ বিভাগ

ধ্বনি-বিজ্ঞানৰ কেইবাটাও বিভাগ আছে। হাওঁফাওঁৰপৰা বাহিৰলৈ ওলাই অহা বায়ুৰ সোঁতৰ নিৰ্গমন পথত বাগিন্দ্ৰিয়ৰ সঞ্চালনৰদ্বাৰা ধ্বনিৰ সৃষ্টি কৰা হয়। কেতিয়াবা আকৌ বাহিৰৰপৰা ভিতৰলৈ বায়ু শুহি লৈয়ো ধ্বনিৰ উচ্চাৰণ কৰা হয়।

ধ্বনি উচ্চাৰণ, উচ্চাৰণৰ ইন্দ্ৰিয় অৰ্থাৎ বাগিন্দ্ৰিয়বোৰৰ বৰ্ণনা, উচ্চাৰণৰ স্থান, প্ৰকাৰ আৰু কৌশল অনুসৰি ধ্বনিৰ শ্ৰেণীবিভাগ আদিৰ আলোচনাক উচ্চাৰণাত্মক ধ্বনি-বিজ্ঞান ( Articulatory Phonetics ) কোৱা হয়।

৩। Denial Jones : An Outline of English Phonetics, 1956, gg 511-522.

৪। K. L. Pike : Phonemics (1957) P.—57.

৫। L. Kaiser (Edited) : Manual of Phonetics (1957)—Phonology in Relation to Phonetics (R' Jakobon & M. Halle) p. 218.

সামান্য ভাষা বিজ্ঞানত ভাষাৰ বিশ্লেষণৰ কাৰণে উচ্চাৰণাত্মক ধ্বনি বিজ্ঞানেই প্ৰধান আৰু অপৰিহাৰ্য।

১০॥ বক্তাৰ মুখৰপৰা উচ্চাৰিত ধ্বনিয়ে বক্তা আৰু শ্ৰোতাৰ মাজত থকা বায়ুমণ্ডলত অসংখ্য ঢৌৰ সৃষ্টি কৰে। এই ঢৌবোৰে শ্ৰোতাৰ কাণ মাদলত খুন্দা মাৰেগৈ। কাণ মাদলৰ স্নায়ুমণ্ডলীয়ে এই খুন্দাৰ প্ৰতিক্ৰিয়া মগজুলৈ পঠায়। মগজুত এই প্ৰতিক্ৰিয়াৰ ব্যাখ্যা হয় আৰু তেতিয়াহে শ্ৰোতাই শুনে। বক্তাৰ মুখৰপৰা উচ্চাৰিত ধ্বনিৰদ্বাৰা বায়ুমণ্ডলত ঢৌৰ সৃষ্টি হয়; এই ঢৌবোৰৰ নিত্যতাৰ ( frequency ) আৰু গতি আদিৰ য'ত আলোচনা হয় তাৰ নাম শ্ৰুতি-বিজ্ঞান ( Acoustics )। এই শ্ৰুতি-বিজ্ঞান পদাৰ্থ বিজ্ঞান ( Physics ) অৰ অন্তৰ্গত এটা বিভাগ; ইয়াৰ আলোচনাৰ কাৰণে গৱেষণাগাৰ আৰু যাৱতীয় যন্ত্ৰপাতিৰ আৱশ্যক।

ধ্বনিৰ ঢৌবোৰে শ্ৰোতাৰ কাণ মাদলত স্পৰ্শ কৰাৰপৰা শ্ৰোতাৰ শ্ৰৱণৰ জ্ঞান লাভ হোৱালৈকে হোৱা ক্ৰিয়া আৰু প্ৰতিক্ৰিয়াৰ বিষয়টো ভাষাতত্ত্ববিদ-সকলে ধ্বনি বিজ্ঞানৰ অন্তৰ্গত বুলি এতিয়ালৈকে ধৰি লোৱা নাই। শৰীৰ-বিদ্যা আৰু মনস্তত্ত্বৰ বিশদ ধাৰণাৰে শৰীৰ আৰু মনৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া উদঘাটন কৰিব নোৱাৰিলে শ্ৰৱণতত্ত্ব ব্যাখ্যা কৰিব নোৱাৰি।

১১॥ ধ্বনিৰ গুণ বা লক্ষণ, উচ্চাৰণৰ স্থান, বাগিন্দ্ৰিয়ৰ বিভিন্ন অংগৰ সঞ্চালন আদি কেৱল শ্ৰৱণৰদ্বাৰা নিৰ্ণয় কৰা কঠিন। এইবোৰৰ প্ৰকৃত তথ্য উদঘাটনৰ অৰ্থে ধ্বনিতত্ত্ববিদসকলে কেতিয়াবা যন্ত্ৰপাতিৰ আশ্ৰয় লয়। যন্ত্ৰপাতিৰ সহায়ত কৰা আলোচনাক পৰীক্ষামূলক ( Experimental ) বা যান্ত্ৰিক ( Instrumental ) ধ্বনি বিজ্ঞান কোৱা হয়। সাধাৰণতঃ উচ্চাৰণাত্মক ধ্বনিবিজ্ঞানৰ কাৰণে লগা সঁজুলি অৰ্থাৎ বাগিন্দ্ৰিয়বোৰ বক্তাজনৰ লগত থাকে; আৰু আৱশ্যক অনুসৰি ইচ্ছামতে কোনো ধ্বনিৰ উচ্চাৰণ বিষয়ক পৰীক্ষা কৰি চাব পাৰি।

## ধ্বনি-লিপি

১২॥ ভাষাত প্ৰয়োগ হোৱা প্ৰত্যেক ধ্বনিৰে উচ্চাৰণৰ স্থান, ধৰণ আৰু কৌশল সুকীয়া হোৱা হেতু ধ্বনিৰ লক্ষণ আৰু গুণো সুকীয়া হয়। ধ্বনিৰ এই সুকীয়া বৈশিষ্ট্য ৰক্ষা কৰি প্ৰত্যেক ধ্বনিৰ কাৰণে একোটা বেলেগ আখৰ বা প্ৰতীক ধ্বনিবিদসকলে ব্যৱহাৰ কৰিছে। এনে ধ্বনিমূলক আখৰ



বা প্ৰতীকৰ নাম ধ্বনিলিপি ( Phonetic Script )। পৃথিবীৰ যিমানবোৰ ভাষাত যিমান ভিন্ ভিন্ ধ্বনি আছে, নাইবা যিমান বাগধ্বনি মানুহে উচ্চাৰণ কৰিব পাৰে বা কৰে, এই সকলোবোৰৰে একোটা বিশেষ আখৰ নিৰ্ধাৰণ কৰাটোৱেই ধ্বনিলিপিৰ মূলসূত্ৰ বা উদ্দেশ্য। এনে ধ্বনিলিপি সাধাৰণ, অৰ্থাৎ সকলো ভাষাৰ ক্ষেত্ৰতে প্ৰযোজ্য; কিয়নো প্ৰত্যেক প্ৰতীকৰে ধ্বনিমূল্য নিৰ্দিষ্টকৈ বন্ধা থাকে। গতিকে কোনো এটা নিৰ্দিষ্ট গুণবিশিষ্ট ধ্বনি দুটা বা ততোধিক যিমান ভাষাত ব্যৱহৃত হয়, সেই সকলোবোৰতে একেটা ধ্বনিলিপিৰে চিহ্নিত হ'ব পাৰে। ধ্বনিলিপি ভাষাৰ ধ্বনিতত্ত্বৰ আলোচনাত আৰু বিশেষকৈ ধ্বনিপাঠ্যত ( Phonetic Readers ) ব্যৱহাৰ হয়।

১৩॥ আই-পি-এ: প্ৰতীক বা চিহ্নৰ নিজস্ব কোনো মূল্য বা অৰ্থ নাই, যি চিহ্নত যি মূল্য আৰোপ কৰা হয় সি সেই মূল্যকে বুজায়। ধ্বনিতত্ত্ববিদসকলে কিছুমান প্ৰতীকত ধ্বনিবিশেষৰ মূল্য আৰোপ কৰি ব্যৱহাৰ কৰে। সেই দেখি তেওঁলোকৰ মাজত যদি কোনো সহযোগ বা বুজাবুজি নাথাকে তেনেহ'লে ধ্বনিলিপিও বেলেগ বেলেগ ধ্বনিতত্ত্ব-বিদৰ হাতত বেলেগ বেলেগ হৈ পৰিব আৰু এজনৰ লিখা আন এজনে পঢ়িব নোৱাৰা হ'ব। এনে খেলিমেলিৰ যাতে সৃষ্টি নহয়। আৰু সকলো ধ্বনিতত্ত্ববিদে যাতে একেবোৰ ধ্বনিলিপিকে ব্যৱহাৰ কৰিব পাৰে সেই উদ্দেশ্যে ১৮৮৬ চনত প্ৰতিষ্ঠাপিত আন্তৰ্ৰাষ্ট্ৰীয় ধ্বনি সন্থা ( International Phonetic Association )-ই ১৮৮৮ চনত এখন ধ্বনিলিপিৰ উদ্ভাৱন কৰে। এই ধ্বনিলিপিৰ নাম আন্তৰ্ৰাষ্ট্ৰীয় ধ্বনিলিপি, অথবা চমুকৈ আই-পি-এ ( International Phonetic Alphabet )[৬]। আই-পি-এৰ মূল ভেটি বৃটিছ ধ্বনিতত্ত্ববিদ্ হেন্ৰী ছুইট অৰ ৰ'মিক বা ব্ৰড ৰ'মিক লিপি। ৰোমান লিপিৰপৰা আখৰ গোটাই হেনৰী ছুইটে তেওঁৰ ৰ'মিক লিপিৰ সৃষ্টি কৰিছিল। ওপৰত কৈ অহাৰ দৰে ধ্বনিয়ে প্ৰতি প্ৰতীক চিহ্নিত কৰিবলৈ হ'লে অসংখ্য আখৰৰ প্ৰয়োজন। বৰ্তমান আই-পি-এ-অত ৰোমান আখৰৰ উপৰিও গ্ৰীক লিপিৰ কেইটামান আখৰো অলপ সংশোধন কৰি লোৱা হৈছে। আই-পি-এ-ত ইতিমধ্যে পৃথিবীৰ ভিন্ ভিন্ ভাষাৰ ধ্বনি পাঠ্য প্ৰকাশ হৈ ওলাইছে। আই-পি-এ-ৰ সামান্য বা সাধাৰণ গুণৰ কাৰণে বৰ্তমান সময়ত

৬। The Principles of the International Phonetic Association (1949).

ধ্বনিতত্ত্ববিদ্‌সকলৰ মাজত ইয়াৰ সমাদৰ ক্ৰমে বৃদ্ধি পাইছে। (আই-পি-এৰ চাৰ্ট এখন স্থানান্তৰত দিয়া হ'ল।)

## বৰ্ণ-লিপি

১৪॥ ধ্বনিলিপিৰ প্ৰয়োজন কেৱল ভাষাতত্ত্ববিদৰ কাৰণেহে। তেওঁলোকৰ ই অপৰিহাৰ্য সম্বল। কোনো ভাষাৰ ধ্বনিতত্ত্বৰ আলোচনাত আৰু ধ্বনিপাঠ্য ৰচনাত ইয়াৰ প্ৰয়োগ হয়। ব্যৱহাৰিক ক্ষেত্ৰত ধ্বনিলিপিৰ প্ৰয়োজন অপৰিহাৰ্য নহয়। কোনো এটা ভাষাত যিবোৰ ধ্বনি বিশিষ্ট নহয় অৰ্থাৎ যিবোৰৰ প্ৰয়োগৰ বিৰোধ নাথাকে সেইবোৰ ধ্বনিয়ে একেলগ হৈ এটা মাথোন ধ্বনিসমষ্টি বা ধ্বনিগোট তৈয়াৰ কৰে। কেতিয়াবা কেৱল এটা ধ্বনিৰেও এটা গোট হ'ব পাৰে। এনে ধ্বনিগোটৰ নাম বৰ্ণ। এই বৰ্ণ লিখিবলৈ বৰ্ণৰ অন্তৰ্গত সকলোবোৰ ধ্বনিৰ চিহ্ন প্ৰয়োগৰ কোনো প্ৰয়োজন নাই; যিকোনো এটা ধ্বনিসূচক লিপিৰ দ্বাৰাই গোটেই ধ্বনি সমষ্টিটো বুজাব পাৰি। এনে বৰ্ণসূচক লিপিক বৰ্ণলিপি (Phonemic Script) বোলে। উদাহৰণ স্বৰূপে, অসমীয়া ভাষাৰ 'ভাল', 'লাভা', এই শব্দ কেইটাত ভ আৰু ভ̱ ধ্বনিৰ মাজত প্ৰয়োগৰ বিৰোধ নাই কাৰণে অসমীয়া মানুহে দুয়োটাকে সুকীয়া ধ্বনি বুলি নাভাবে (চাওক g' ৭)। সেই দেখি অসমীয়া ভাষাত এটা ভ বৰ্ণৰ অন্তৰ্গত ভ আৰু ভ̱ দুয়োটা ধ্বনিকে সামৰি লৈ এটা মাথোৰ আখৰ ভ-ৰে শব্দবোৰ লিখা হৈছে। ইয়াত ভ বৰ্ণলিপিৰ আৰু ভ আৰু ভ̱ ধ্বনি লিপিৰ চিহ্ন।

## ধ্বনি-বিজ্ঞান তথা ধ্বনিতত্ত্বৰ প্ৰয়োজনীয়তা

১৫॥ ধ্বনি ভাষাৰ যেনে, ধ্বনি-বিজ্ঞানো ভাষা বিজ্ঞানৰ তেনে মূল ভেটি স্বৰূপ। ধ্বনি বিজ্ঞানেহে বৰ্ণবিজ্ঞান তথা ধ্বনিতত্ত্বৰ প্ৰাৰম্ভিক সামগ্ৰীৰ যোগান ধৰে (চাওক g' ৮)। গতিকে ভাষাৰ বিশ্লেষণৰ কাৰণে ধ্বনিবিজ্ঞান অপৰিহাৰ্য্য তথাপি কেৱল ভাষা বৈজ্ঞানিক প্ৰয়োজনীয়তালৈ লক্ষ্য কৰিয়েই ধ্বনি বিজ্ঞানৰ সৃষ্টি হোৱা নাই। ব্যৱহাৰিক ক্ষেত্ৰটো ইয়াৰ অনেক প্ৰয়োজন আছে। তাৰ ভিতৰত ভাষাৰ শিক্ষণ আৰু প্ৰশিক্ষণত ইয়াৰ উপযোগিতা আটাইতকৈ বেছি।

ভাষা মানুহৰ আহৰণদ্বাৰা লাভ কৰা এটা অমূল্য সম্পদ। খোজ কঢ়া



জপিওৱা, দৌৰ মৰা, সন্তান উৎপাদন কৰা আদি কাৰ্য স্বতঃপ্ৰণোদিত, সহজ অৰ্থাৎ কোনো আৰ্হি দেখা নাপালেও এইবোৰ কাৰ্য মানুহে অতি স্বাভাৱিক ভাৱে সম্পাদন কৰিব পাৰে। কিন্তু কথা কোৱাটো এনে সহজ প্ৰবৃত্তি নহয়; মানুহক কথা কোৱা শুনিলেহে মানুহে কথা ক'ব পাৰে। এই শুনা কাৰ্যটোৱে শিকাৰ প্ৰয়োজনীয়তাৰ কথাকে সোঁৱৰায়।

শুদ্ধ ভাষা শিকিবলৈ শিশুৰ শিক্ষকৰ বেলেগে প্ৰয়োজন নাই। যি পৰিবেশত শিশু ডাঙৰ-দীঘল হ'ব আৰু সেই পৰিবেশত যিবোৰ বয়সস্থলোক থাকে, তেওঁলোকৰপৰা অনুকৰণ প্ৰিয় শিশুৱে শুদ্ধকৈ ভাষা কবলৈ শিকে। এটি অসমীয়া পৰিয়ালৰ শিশু যদি ইংৰাজী ভাষা-ভাষী লোকৰ পৰিয়ালত সৰুৰেপৰা ডাঙৰ-দীঘল হয়, তেনেহলে সি বিশুদ্ধ ইংৰাজী ভাষা অতি সহজে ক'ব পাৰিব। শিশুৱে এনেকৈয়ে মাতৃভাষাৰ জ্ঞান লাভ কৰে।

১৬॥ মাতৃভাষা ক'বলৈ শিকা আৰু অন্য বিদেশী ভাষা শিকা দুটা সুকীয়া কথা। মাতৃভাষাৰ শিক্ষাই অন্য ভাষা শিকাত বহুপ্ৰকাৰে বাধা দিয়ে। ওপৰৰ আলোচনাত (g'g' ৩-৪) কোৱা হৈছে যে যিকোনো দুটা ভাষাৰ ধ্বনি, ধ্বনিসমষ্টি আৰু ইহঁতৰ প্ৰয়োগৰ ক্ষেত্ৰত মিল বা সাদৃশ্যহে থাকিব পাৰে, কিন্তু এই সকলোবোৰ কেতিয়াও একে হ'ব নোৱাৰে। মাতৃ ভাষাৰ লগত বিশেষকৈ ধ্বনিৰ ক্ষেত্ৰত কোনো প্ৰকাৰৰ সাদৃশ্য বা মিল নথকা ভাষাতকৈও মিল-থকা ভাষাহে শিকিবলৈ বেছি কঠিন।

ভাষাৰ শিক্ষা অভ্যাস আৰু অনুকৰণৰ কথা। মাতৃভাষা সৰুৰেপৰা কওঁতে কওঁতে বাগিন্দ্ৰিয়ৰ একোটা অভ্যাস জন্মে। আকৌ সেইদৰে শুনোঁতে শুনোঁতে শ্ৰৱণেন্দ্ৰিও বহুখিনি একপক্ষীয় হৈ পৰে। ফলত মাতৃভাষাৰ লগত মিল থকা ধ্বনিবোৰ শুনোঁতাৰ কাণত মাতৃভাষাৰ ধ্বনিৰ সৈতে একে যেন ধাৰণা হয়: মিলটোলৈ লক্ষ্য ৰাখি ধ্বনিৰ সুকীয়া বৈশিষ্ট্যবোৰ আওকাণ কৰা হয়, অৰ্থাৎ কাণত সেইবোৰ নাবাজে। কিন্তু মাতৃভাষাৰ ধ্বনিৰ লগত যদি একেবাৰে মিল নাথাকে, সম্পূৰ্ণ বেলেগ হয়, তেনেহ'লে সেইবোৰ কাণত স্পষ্টকৈ বাজে আৰু ধ্বনিৰ বৈশিষ্ট্যবোৰো ধৰা পৰে। সেই দেখি ভাষা শিকিবৰ কাৰণে প্ৰথম প্ৰয়োজনীয় কথা হ'ল শ্ৰৱণেন্দ্ৰিয়ৰ প্ৰশিক্ষন বা শুনাৰ অভ্যাস। শুনি শুনি ভাষাৰ নতুন বৈশিষ্ট্যবোৰৰ প্ৰতি সজাগ হ'বৰ সুবিধাৰ অৰ্থে আজি কালি Tape Recorder, Lingua phone আদি যন্ত্ৰপাতি ওলাইছে।

১৭ ॥ ভাষা শিক্ষাৰ দ্বিতীয় প্ৰয়োজনীয় কথা হ'ল ধ্বনিৰ উচ্চাৰণৰ প্ৰশিক্ষণ। এই ক্ষেত্ৰতে মাতৃভাষাৰ বিৰোধিতা আটাইতকৈ বেছি। বাগন্দ্ৰিয়ই মাতৃভাষাৰ উচ্চাৰণৰ অভ্যাস সহজে এৰিবলৈ টান পায়। সেই কাৰণে মাতৃ ভাষাৰ লগত অলপ মিল থকা ধ্বনিবোৰ মাতৃভাষাৰ ধ্বনিৰ সৈতে একেদৰে উচ্চাৰিত হয়; অৰ্থাৎ নতুনকৈ শিকা ভাষাটোৰ ধ্বনিৰ উচ্চাৰণৰ স্থান, ধৰণ আৰু কৌশলৰ বৈশিষ্ট্যবোৰ লোপ পায়। ফলত ভাষাৰ প্ৰকৃত উচ্চাৰণ শিকা নহয় ভাষাটোৰ এটা বিকৃত ৰূপ দিয়াহে হয়। এনে বিকৃত উচ্চাণৰ কাৰণে কোৱা কথাকো শুনোঁতাই বুজিব নোৱাৰে আৰু বহু সময়ত মাতৃ ভাষা ভাষীৰ ওচৰত হাঁহিয়াতৰ পাত্ৰ হ'ব লগা হয়।

শ্ৰৱণেন্দ্ৰিয়ৰ প্ৰশিক্ষণ আৰু উচ্চাৰণৰ অভ্যাসেই এটা নতুন ভাষা শিকিবৰ বাবে যথেষ্ট নহয়। শিকা ভাষাটোৰ ধ্বনিবোৰৰ প্ৰকৃতি আৰু প্ৰয়োগৰ বিষয়ে সম্যক ধাৰণাও এটা আৱশ্যকীয় কথা।

ভাষাৰ শিক্ষণ আৰু প্ৰশিক্ষণত ধ্বনি সম্পৰ্কীয় সকলো বিষয়ে পথ প্ৰদৰ্শন কৰিব পাৰে একমাত্ৰ ধ্বনিবিজ্ঞান তথা ধ্বনিতত্ত্বই। ভাষা এটা শিকাৰ লগে লগে সেই ভাষাৰ ধ্বনিতত্ত্ব অধ্যয়ন কৰি তাৰ নিৰ্দেশমতে অভ্যাস কৰিলে শিক্ষা সুগম আৰু সহজ হয়। ধ্বতিতত্ত্বই শিকাৰুজনক মাতৃভাষাৰ প্ৰভাৱমুক্ত হ'বলৈ প্ৰকৃত পথৰ সন্ধান দিয়ে।

## ভাষা শিক্ষাৰ প্ৰয়োজনীয়তা

১৮ ॥ আদিম মানৱে মাতৃভাষাৰ বাহিৰে অন্য ভাষাৰ শিক্ষণ আৰু প্ৰশিক্ষণৰ প্ৰয়োজনীয়তা বৰকৈ অনুভৱ কৰা নাছিল। একোটা ভাষা সম্প্ৰদায়ৰ মাজতে ভাষাৰ প্ৰসাৰ সীমাবদ্ধ আছিল। মানৱ সভ্যতাৰ বিকাশ আৰু বিস্তাৰৰ লগে লগে ভাবৰ আদান-প্ৰদান বৃদ্ধি পোৱাত আজি প্ৰগতিশীল জাতিৰ ভাষা-সাহিত্যৰ প্ৰতি মানুহৰ সমাদৰ বৃদ্ধি পাইছে আৰু সেইদৰে ভাষাৰ বহল প্ৰসাৰ হৈছে। আধুনিক যুগত জগতৰ ৰাষ্ট্ৰসমূহৰ মাজত পৰস্পৰ সহায়-সহযোগ আৰু সহ অৱস্থানৰ প্ৰয়োজনীয়তাই ভাষাৰ শিক্ষা আৰু প্ৰশিক্ষাৰ গুৰুত্ব দুগুণে বঢ়াইছে।

আন্তঃৰাষ্ট্ৰীয় সমস্যাৰ উপৰি আমাৰ দেশৰ কথালৈ লক্ষ্য কৰিলেও সেই একে কথাই চকুত পৰে। ভাৰতীয় সাংবিধানিক স্বীকৃতি লাভ কৰা চৈধ্যটা ভাষাৰ উপৰি প্ৰত্যেক ৰাজ্যতে অনেক ভিন ভিন ভাষা-ভাষী লোকৰ বসতি। ৰাজ্যিক



পৰ্যায়ত আমাৰ অসমৰ ৰাজ্যিক ভাষা অসমীয়া; কিন্তু পৰ্বতে ভৈয়ামে অসমীয়াৰ বাহিৰে আৰু অন্য ভাষা-ভাষী অনেক লোক আছে। এই সকলোৰ মাজত ভাৱৰ আদান-প্ৰদানৰ দ্বাৰা মৈত্ৰী স্থাপনৰ একমাত্ৰ যোগসূত্ৰ ভাষা। ভাষাই আত্মীয়তাৰ বান্ধোন শকত কৰে। গতিকে ৰাজ্যিক পৰ্যায়ত ৰাজ্যৰ মূল ভাষাবোৰ আৰু ৰাষ্ট্ৰীয় পৰ্যায়ত আঞ্চলিক মূল ভাষাবোৰৰ শিক্ষা আৰু প্ৰশিক্ষা সমগ্ৰ দেশৰ আবেগিক ঐক্যৰ কাৰণে নিতান্ত প্ৰয়োজনীয়। ভাষাৰ এই শিক্ষা আৰু প্ৰশিক্ষাত ধ্বনিতত্ত্বই এক বহুল ভূমিকা গ্ৰহণ কৰে।

পশ্চিমীয়া প্ৰগতিশীল দেশবোৰত ভাষা চৰ্চা আৰু প্ৰশিক্ষণৰ এটা জাগৰণৰ সৃষ্টি হৈছে। ভাষা-বৈজ্ঞানিক গবেষণাগাৰত এই বিষয়ে নানা আলোচনা, গবেষণা আৰু পৰীক্ষা চলিব লাগিছে: এনে গবেষণাই, ভাষাৰ শিক্ষা আৰু প্ৰশিক্ষাৰ কাঠিন্য দূৰীকৰণত ভাষা বিজ্ঞান তথা ধ্বনিতত্ত্বই কেনে ভূমিকা গ্ৰহণ কৰিব পাৰে তাক আঙুলিয়াই দেখুৱাইছে। আমেৰিকাত বিগত দ্বিতীয় মহাযুদ্ধৰ সময়ৰ পৰা পৃথিবীৰ নানান বিদেশী ভাষা অধ্যয়নৰ এটা আলোড়ন দেখা গৈছে।[৭]

---

৭। William G. Moulton-এ International Review of Applied Linguistics in Language Teaching (Vol. I. No. I -অত Linguistics and Language Teaching in the United States 1940-1960 প্ৰবন্ধত বহলাই আলোচনা কৰিছে।

# অসমীয়া ভাষাৰ ধ্বনি-বিচাৰ

বসন্তকুমাৰ গোস্বামী

ধ্বনি-বিচাৰৰ প্ৰধান কাম হ'ল কোনো ভাষাত ব্যৱহৃত ধ্বনি সমষ্টিৰ ব্যৱহাৰিক বিশ্লেষণ। গতিকে ধ্বনি বিচাৰ কৰোঁতে বৰ্ণৰো বিচাৰ হ'বই। তদুপৰি ধ্বনি বিচাৰ কৰোঁতে ধ্বনিবিজ্ঞানৰো সহায় অপৰিহাৰ্য কাৰণে প্ৰবন্ধত সামান্যভাৱে সামৰা হৈছে।

ধ্বনি উচ্চাৰিত হয় বাক্‌যন্ত্ৰত। বাক্‌যন্ত্ৰৰ ধ্বনি উচ্চাৰিত হয় ব্যৱহাৰিক কাম চলাবৰ কাৰণে। অৰ্থাৎ বাক্‌ধ্বনি এটা মাধ্যম। তিনিটা স্তৰৰ মাজেদি ই কাম কৰে :—(১) মানসিক (psychological) (২) দেহতাত্ত্বিক (Physiological) (৩) শাৰীৰিক (physical)। কোনো কোনো পণ্ডিতে মানসিক আৰু দেহতাত্ত্বিক—এই দুয়োটা স্তৰক একেলগে প্ৰৱণতত্ত্ব নাম দিছে। এতিয়া এই স্তৰকেইটাৰ মাজেদি বাক্‌ধ্বনিয়ে কেনেকৈ মাধ্যমত কাম কৰে চোৱা যাওঁক। ধৰা যাওঁক 'ক' নামৰ মানুহজনে 'খ'ক কিবা এটা কথা ক'ব খুজিছে। তেওঁ ক'ব খোজা কথাৰ প্ৰথমে ধাৰণা (concept) কৰিব লাগিব। তেওঁ এখন কিতাপৰ ধাৰণা কৰিলে বুলি ধৰা হৈছে। লগে লগেই তেওঁৰ ধাৰণাক ধ্বনিৰ আকৃতিলৈ (sound image) পৰিবৰ্তন কৰিব। মনকৰিব লগীয়া যে—ধাৰণা আৰু ধ্বনিৰ আকৃতিলৈ পৰিবৰ্তন কৰাটোৰ সময়ৰ ব্যৱধান বৰ কম—প্ৰায় একে সময়তে চলে।[১]

এইটো হ'ল মানসিক স্তৰ। ইয়াৰ পিছতেই বাক্‌যন্ত্ৰৰ ক্ৰিয়া। বাক্‌যন্ত্ৰৰ ক্ৰিয়াই হ'ল দেহতত্ত্ব সম্পৰ্কীয় স্তৰ। হাওঁফাওঁৰপৰা ওলাই অহা বায়ুপ্ৰবাহে শ্বাসনলীৰ শীৰ্ষস্থানত অৱস্থিত ঘটিকাৰ পাতল আৱৰণ স্পৰ্শ কৰি কেতিয়াবা স্বাভাৱিকতে বাহিৰলৈ ওলাই আহে আৰু কেতিয়াবা আৱৰণ দুখনে ঘটিকাত বায়ু নিৰ্গমনৰ পথ ৰোধ কৰে। এনে অৱস্থাত পাতল আৱৰণ দুখন ঠেলি

১। Ferdinand De Saussure: Course in General Linguistics—by Wade Baskin, New York, 1959 (Translation from course De linguistique general 3rd ed. Paris, 1935).



বায়ুৰ প্ৰবাহ ওলাই আহে। পাতল আৱৰণখনৰ উপৰিভাগত কণ্ঠমূল (Epiglottis)। কণ্ঠমূলৰ তলৰ ফালৰপৰা বায়ু মুখলৈ আহে, কেতিয়াবা নাশিকা বিবৰেদিও যায়। মুখৰ বিভিন্ন স্থানত বায়ুপ্ৰবাহে বাধা পাই, আৰু নাকেদি ওলাই যোৱা বায়ুপ্ৰবাহৰ বাধাহীন অৱস্থাত ধ্বনি সৃষ্টি হয়। এয়ে তৃতীয় স্তৰ। এই স্তৰত 'ক'ৰ ধ্বনিৰ স্পন্দন 'খ'ৰ মগজুলৈ যায়, আৰু ক্ৰমে সিংধ্বনিৰ আকৃতিলৈ পৰিবৰ্তন হৈ অৰ্থবোধ হয়। চিত্ৰমতে বক্তাৰ* ধাৰণা হ'ব, তাৰ পিছত ধ্বনিৰ আকৃতিলৈ পৰিবৰ্তন আৰু পাছত উচ্চাৰণ হ'ব। উচ্চাৰিত ধ্বনি শ্ৰোতাই শুনিব তাৰ পিছত ধ্বনিৰ পৰিবৰ্তন হ'ব ক্ৰমে ধাৰণা আৰু পিছত ধ্বনিৰ সৃষ্টি। অৰ্থাৎ শ্ৰোতাৰ ক্ষেত্ৰত বক্তাৰ ঠিক ওলোটা ক্ৰিয়া হয়। উল্লিখিত বক্তা আৰু শ্ৰোতা ( ক্ৰমে ক আৰু খ ) যদি একে ভাষা-ভাষী হয় তেনেহ'লে দুয়োৰে ধাৰণা একে হ'ব। কোনো কোনো পণ্ডিতে বক্তা আৰু শ্ৰোতাৰ মাজৰ কথনবৃত্তৰ ( Speaking cercuit ) ছয়টা স্তৰ দেখুৱাইছে।[২]

বাক্‌যন্ত্ৰত ধ্বনি উচ্চাৰণৰ পদ্ধতিটো বাঁহীবাদনৰ লগত বিজাব পাৰি। বাঁহীৰ দৰেই শ্বাসনলী বিভিন্ন স্থানত অৱস্থিত বাগিন্দ্ৰিয়বে বাধাৰ সৃষ্টি কৰি বাক্‌ধ্বনি উচ্চাৰণ কৰা হয়[৩]। সাধাৰণতে বায়ুপ্ৰবাহৰ নিৰ্গমনত ধ্বনি সৃষ্টি

*। গ=ধাৰণা (Concept), ঘ=ধ্বনিৰ আকৃতি (Sound image) Phonation=কোৱা, Audition=শুনা।

২। Operation 1. Speakers gets concept of 'book' from brain to cell, transfers it to speech centre, where concept is exchanged for sound symbol.

Operation 2. Speech centre sends order to utter 'book' to speech organs.

Operation 3. The word is uttered by the speech organs.

" 4. It is transmitted by airwaves to the listener's ear.

" 5. The listener's ear refers it to the speech centre of the listener's brain.

" 6. The word is referred to the decoding centre, where, the word symbol gives rise to the concept 'book' in the listener's brain.

Language for everybody, New York, Devin—Adair 1961, P-71.

৩। Outline of Linguistic Analysis by Bernard Block and George, Battimore, Linguistic Society of America 1942, P-12.

হ'লেও কোনো কোনো ভাষাত বায়ু মুখৰ ভিতৰলৈ শুহি নিও ধ্বনি উচ্চাৰণ কৰে[৪]। হাওঁফাওঁৰপৰা বায়ুপ্ৰবাহ শ্বাসনালীৰ (wind pipe বা trachea) ভিতৰলৈ আহে। শ্বাসনলীৰ একেবাৰে মূৰৰ কণ্ঠনলী (Laryar) ৰ ভিতৰত দুখন পাতল আৱৰণ আছে। এই সূক্ষ্ম আৱৰণ দুখন ৰবৰৰ দৰে। শ্বাসনলীৰ-পৰা অহা বায়ুপ্ৰবাহে পাতল আৱৰণ দুখন স্পৰ্শ কৰি নিৰ্গত হয় নাইবা আবৰণ দুখন খেলি ( যদি আৱৰণ দুখনে বায়ু নিৰ্গমনৰ পথ ৰোধ কৰি থয় ) বাহিৰলৈ ওলাই আহে। এনে অৱস্থাত আৱৰণ দুখন কঁপিবলৈ ধৰে আৰু আৱৰণ দুখনক কণ্ঠতন্ত্ৰী (vocalchord) বোলা হয়। কণ্ঠতন্ত্ৰীত বাধা বা বাধাৰ অভাৱ অনুসৰি ধ্বনিক দুটা ভাগত ভগোৱা হয়—অঘোষ ( voiceless ) আৰু সঘোষ (voice)। কণ্ঠতন্ত্ৰীত কোনো বাধা নোপোৱাকৈ বায়ুপ্ৰবাহ মুখলৈ নিৰ্গত হ'লে আৰু তেনে বায়ুৰদ্বাৰা সৃষ্টি হোৱা ধ্বনিক অঘোষ ধ্বনি, আৰু, বাধাপ্ৰাপ্তহৈ কণ্ঠতন্ত্ৰী কঁপাই মুখলৈ নিৰ্গত হ'লে আৰু তেনে বায়ুৰদ্বাৰা সৃষ্টি হোৱা ধ্বনিক সঘোষ ধ্বনি বোলে। ধ্বনি উচ্চাৰণ কৰোঁতে কোনটো অঘোষ কোনটো সঘোষ ধৰিব পাৰি। ডাঙৰকৈ উচ্চাৰণ কৰিলে পাৰ্থক্য ধৰা পৰে[৫]। কখ আৰু গঘ ধ্বনি ডাঙৰকৈ মাতি চালে ক খ ত কণ্ঠতন্ত্ৰী কম্পন নোহোৱা আৰু গ, ঘ উচ্চাৰণত কম্পন হোৱা স্পষ্টভাবে শুনা যায়। মুখলৈ অহা বায়ুপ্ৰবাহে ওঁঠ, দাঁত, দাঁতৰ গুৰি, আগতালু, কঠিনতালু, কোমল তালু, আলজিভা, গলকোষ আদিও বাধা পাই ধ্বনি উচ্চাৰণ হয়। এনেকৈয়ে ওঁঠত ওষ্ঠ্য, দাঁতিত দন্ত্য, দাঁতৰ গুৰিত দন্ত্যমূলীয়

৪। আফ্ৰিকাৰ Ibo, Efie, Ful, Zulu আদি ভাষা, ভাৰতীয় সিন্ধী ভাষা আৰু অসমীয়া মানুহে টকালি পাৰোতে আৰু চু'মা খাওঁতে।

ধ্বনি-বিজ্ঞানৰ ভূমিকা : ড° গোলোকচন্দ্ৰ গোস্বামী, ১৯৬৬, পৃঃ—৮৫।

৫। The voice doesnot play a part in all speech sounds: The distinguish between voiced and unvoiced (or breathed) speech sounds. If one places a finger on the Adam's apple, or better, if one presses one's palms tightly over one's ears, and then utters a voiced sound, such as [V] or [Z], the voice will be felt as a trembling or vibration, while unvoiced sounds, such as [F] or [S] will lack this buzzing accompaniment.

Language: by L. Ploomfield, 1963, P-94.



আদি উচ্চাৰণৰ স্থান অনুসৰি ধ্বনিৰ নামকৰণ হয়। উচ্চাৰণ স্থান আৰু বাধা অনুযায়ী ধ্বনিবোৰক স্বৰ আৰু ব্যঞ্জন[৬] এই দুটা ভাগত ভাগ কৰিব পাৰি। ব্যঞ্জনধ্বনিবোৰ উচ্চাৰণ অনুযায়ী ভাগ কৰি দেখুৱাব পাৰি। উদাহৰণস্বৰূপে প বৰ্গৰ ধ্বনিসমূহ লোৱা যাওঁক। উচ্চাৰণৰ স্থান অনুযায়ী প বৰ্গৰ ধ্বনিসমূহ ওষ্ঠ্য। বাধাৰ প্ৰকৃতি হিচাপে কণ্ঠতন্ত্ৰী (Vocal chord) ত বাধা নোপোৱাকৈ প, ফ উচ্চাৰণ হয়, কিন্তু ব, ভ উচ্চাৰণত বাধা পায়। সেয়ে প, ফ অঘোষ, ব, ভ সঘোষ। তদুপৰি কণ্ঠতন্ত্ৰীত বায়ুপ্ৰবাহ ধঁহনি খাই ওলাই আহিলে উচ্চাৰণ প্ৰবল হয়। প্ৰাবল্য বিচাৰ কৰি ধ্বনিক অল্পপ্ৰাণ আৰু মহাপ্ৰাণ—এই দুই ভাগত ভাগ কৰিব পাৰি। উচ্চাৰণ কৰিবৰ সময়ত হাতখন মেলি মুখৰ ওচৰত ধৰিলেই প্ৰাবল্য ধৰা পৰে। কিছুমান ধ্বনি মুখৰপৰা ওলাই অহা বতাহে হাতৰ তলুৱাত খুন্দা মাৰে, কিছুমানত নামাৰে। যিবোৰৰ উচ্চাৰণত পৰম বতাহ হাতৰ তলুৱাত লাগেহি সেইবোৰ মহাপ্ৰাণ ধ্বনি, আৰু অল্পপ্ৰাণ ধ্বনি উচ্চাৰণত বতাহ হাতৰ তলুৱাত নালাগে এইটো সাধাৰণভাৱে চাব পাৰি।

অনুনাসিক ধ্বনি উচ্চাৰণৰ সময়ত কণ্ঠমূল প্ৰসাৰিত হৈ মুখবিবৰৰ পথত সামান্য বাধা সৃষ্টি কৰে, আৰু বায়ুপ্ৰবাহ নাসিকা বিবৰেদি প্ৰবাহিত হয়। নাসিকা বিবৰেদি প্ৰবাহিত হ'লেও সামান্যভাৱে বায়ুপ্ৰবাহ মুখবিবৰেদিও যায়। মুখ বিবৰৰ ওঁঠ, দাঁত, তালুৰ, ধাৰা নিয়ন্ত্ৰিত হৈ ধ্বনিয়ে নাসিকাবিবৰত অনুনাসিক স্পন্দন লাভ কৰে। অৰ্থাৎ প্ৰথমে কণ্ঠতন্ত্ৰীত বাধা পাই—বায়ু-প্ৰবাহ একেসময়তে মুখবিবৰ আৰু নাসিকাবিবৰত নিয়ন্ত্ৰিত হয়। সেই কাৰণে নাশিকাবিবৰ বন্ধ কৰি এইবোৰ ধ্বনি উচ্চাৰণ কৰিব নোৱাৰি।

উল্লিখিত আলোচনাৰ ভিত্তিত ধ্বনিসমূহকে তলত দিয়াদৰে শ্ৰেণীবিভাগ কৰি দেখুৱাব পাৰি[৭]।

৬। স্বৰ আৰু ব্যঞ্জনক Vowels আৰু Consonents বোলাৰ উপৰিও Vocoid আৰু Contoid বোলে। অৱশ্যে ধ্বনিক স্বৰ আৰু ব্যঞ্জন—এই দুই ভাগত ভাগ কৰাৰ যুক্তি প্ৰবল নহয়। স্বৰ ধ্বনি উচ্চাৰণত বায়ুপ্ৰবাহে মুখবিবৰত বাধা নাপাই, কিন্তু বায়ু-প্ৰবাহ ধ্বনিৰূপে শ্ৰুতিগোচৰ হ'বলৈ হ'লে কোনো স্থানত বাধা পাবই লাগিব। তদুপৰি কণ্ঠতন্ত্ৰীত বাধা পোৱাৰ কাৰণেই স্বৰধ্বনিসমূহ ঘোষধ্বনি। মুখবিবৰত বাধা নোপোৱাৰ কাৰণে ইইত non-contact sound.

৭। ভাষা বিজ্ঞান পৰিচয়—অধ্যাপক সুকুমাৰ বিশ্বাস, এপ্ৰিল, ১৯৬৮, পৃঃ—৩০-৩১।

১। বাধাৰ প্ৰকৃতি হিচাবে ঃ

(ক) কণ্ঠতন্ত্ৰীত বাধা— ঘোষ আৰু অঘোষ।

(খ) মুখবিবৰৰ বিভিন্ন স্থানত বাধা—স্পৃষ্ট, উষ্ম, ঘৃষ্ট, কম্পিত, পাৰ্শ্বিক, তাড়িত, অৰ্ধস্বৰ।

(গ) কণ্ঠমূলৰদ্বাৰা নিয়ন্ত্ৰিত—নাসিক্যধ্বনি

২। উচ্চাৰণৰ স্থান হিচাবে[৮]—কণ্ঠ্য, তালব্য, দন্ত্য, দন্তমূলীয়, কণ্ঠমূলীয়, ওষ্ঠ্য, দন্তৌষ্ঠ্য, মূৰ্ধন্য আদি।

৩। উচ্চাৰণৰ প্ৰাবল্য হিচাবে—অল্পপ্ৰাণ আৰু মহাপ্ৰাণ।

জিভাৰ অৱস্থান অনুসৰি মৌলিক স্বৰধ্বনিসমূহক দুটা ভাগত ভাগ কৰিব পাৰি। কিছুমান ধ্বনিৰ উচ্চাৰণত পাছজিভা (back) ওপৰলৈ দাংখায় আৰু কিছুমান ধ্বনিৰ উচ্চাৰণত আগ (front) জিভা ওপৰলৈ দাংখায়। জিভাৰ এনে উন্নত আৰু অবনত অৱস্থাত স্বৰধ্বনিৰ প্ৰকাৰ ভেদ হয়। জিভাৰ অৱস্থান অনুসৰি, মুখবিবৰৰ বিস্তৃতি অনুসৰি তলত দিয়াৰ দৰে শ্ৰেণীবিভাগ কৰিব পাৰে।[৯]

১। জিভাৰ অৱস্থান অনুসৰি ঃ উচ্চ, মধ্য আৰু নিম্ন।

২। মুখবিবৰৰ বিস্তৃতি অনুসৰি ঃ সংবৃত (close) বিবৃত (open)।

৩। ওঁঠ দুটাৰ অৱস্থান অনুসৰি ঃ সংবৃতৌষ্ঠ্য (runded) আৰু বিবৃতৌষ্ঠ্য (unrounded)।

৪। জিভাৰ বিভিন্ন অংশ অনুসৰি ঃ প্ৰান্তীয় (front), কেন্দ্ৰীয় (central), আৰু মূলীয় (back)।

চিত্ৰত জিভাৰ অৱস্থান দেখুৱা হৈছে। ই, এ, এ,' আ'—এইবোৰ প্ৰান্তীয় স্বৰ আৰু উ, ও, অ',আ—হ'ল মূলীয় স্বৰ। জিভাৰ উচ্চ অৱস্থানত ই/উ উচ্চাৰণৰ সময়ত মুখবিবৰ সংবৃত হয়, আ/আ' উচ্চাৰণত মুখবিবৰ বিবৃত হয়। ওপৰৰ পৰা তললৈ ক্ৰমে এ/ও স্বৰধ্বনি অৰ্ধসংবৃত্ত আৰু তলৰপৰা ক্ৰমে ওপৰলৈ

৮। A combination of articulation and point of articulation constitues a position of articulation, position of articulation are labeled by compound term, the first part designating the articulator, the second part the point of articulation. —A course in Modern Linguistics by C. F. Hockett, 1958, P—69.

৯। ধ্বনি বিজ্ঞানৰ ভূমিকা ঃ ড° গোলোকচন্দ্ৰ গোস্বামী, ১৯৬৬, পৃ.—৯৩-৯৪।



এ'/অ স্বৰ অৰ্ধবিবৃত। প্ৰান্তীয় স্বৰৰ উচ্চাৰণত ওঁঠ মেল খাই যায় কাৰণে ইহঁত বিবৃতৌষ্ঠ্য আৰু মূলীয় ধ্বনিৰ উচ্চাৰণত ওঁঠ গোলাকাৰ হয় কাৰণে এইবোৰ ধ্বনিক সংবৃতৌষ্ঠ্য বোলা হয়। ইয়াৰ বাহিৰেও আৰু স্বৰধ্বনি কিছুমান ভাষাত আছে—যেনে, ইংৰাজী উচ্চাৰণত ১/Λ জাৰ্মান ভাষাৰ ü (mixed vowel)।

ওপৰত সাধাৰণ ভাৱে উচ্চাৰণ সম্পৰ্কে আলোচনা কৰা হ'ল। উল্লিখিত ধ্বনিবোৰৰ পৰা বৰ্ণ কেনেকৈ বিশ্লেষণ কৰা হয়—এতিয়া সেই সম্পৰ্কে আলোচনা কৰা যাওক। এটা ভাষাৰ উচ্চাৰিত সকলো ধ্বনিয়েই বিশিষ্ট (distinctive) নহয় অৰ্থাৎ প্ৰয়োগত বিৰোধ নাথাকে। এনে অৱশিষ্ট ধ্বনিবোৰ একেলগে লৈ এটা মাথোন ধ্বনিগোট তৈয়াৰ কৰা হয়। এটা ধ্বনিৰেও এনে ধ্বনি গোট তৈয়াৰ হ'ল পাৰে। এনে ধ্বনি গোটেই বৰ্ণ (Phoneme)। বিশিষ্ট ধ্বনিগোটৰ অন্তৰ্গত ধ্বনিবোৰৰ পৰস্পৰৰ মাজত বিৰোধ নঘটে। সেয়ে উল্লিখিত বিশিষ্ট ধ্বনিগোটক বৰ্ণ আৰু ধ্বনি গোটৰ প্ৰত্যেক ধ্বনিকে বৰ্ণটোৰ উপধ্বনি (Allophone) বোলে। এই কথাখিনি বুজিবলৈ ধ্বনিৰ প্ৰয়োগ সম্পৰ্কে প্ৰাক্ ধাৰণা এটাৰ প্ৰয়োজন। একোটা শব্দত ধ্বনিৰ অৱস্থান তিনিটা—আদি, মধ্য আৰু অন্ত। এই তুয়োটা অৱস্থানত সকলো ধ্বনি প্ৰয়োগ নহবও পাৰে। উদাহৰণ স্বৰূপে অসমীয়া ভাষাত ঙ ধ্বনিৰে শব্দ আৰম্ভ নহয়। ধ্বনিৰ প্ৰয়োগ দুই প্ৰকাৰৰ ঃ—প্ৰতীপ (Contrastive distribution) আৰু আৰু অপ্ৰতীপ (Non-contrastive distribhtion)। প্ৰয়োগ জানিবলৈ ধ্বনিৰ পৰিবেশ সম্পৰ্কে জানিব লাগিব। পৰিবেশ এটা ধ্বনিৰ পূৰ্বৱৰ্তী আৰু অনুৱৰ্তী ধ্বনি বা ধ্বনিসমষ্টি সম্পূৰ্ণ বুজায়[১০]।

যদি পূৰ্বৱৰ্তী আৰু অনুৱৰ্তী ধ্বনি বা ধ্বনিসমষ্টি সম্পূৰ্ণ একে হয় তেনে পৰিবেশ অভিন্ন পৰিবেশ আৰু পূৰ্বৱৰ্তী বা অনুৱৰ্তী ধ্বনি বা ধ্বনিসমষ্টি সম্পূৰ্ণ একে নহয় অথচ মিল আছে—এনে পৰিবেশ সদৃশ (Analogous)। যেনে—আকৰ (আকঅৰ) আৰু আখৰ (আখঅৰ) এই শব্দ দুটাত ক আৰু খ ৰ পৰিবেশ অভিন্ন ; কিন্তু আকৰ (আকঅৰ) আৰু বাখৰ (বআখঅৰ) শব্দত

১০। ধ্বনি বিজ্ঞানৰ ভূমিকা ঃ ড° গোলোক চন্দ্ৰ গোস্বামী, ১৯৬৬, পৃ.—১৫০।

তদুপৰি Paul a, gaeng-এ Introduction to the Principles of Language গ্ৰন্থত (পৃঃ ৪৩) পৰিবেশৰ সংজ্ঞা এনেকৈ দিছে—Distribution is the sumtotal of all the position in which a sound may occur.

ক আৰু খ ৰ পৰিবেশ সদৃশ[১১]। সম্পূৰ্ণ একে বা অভিন্ন পৰিবেশ আৰু সদৃশ পৰিবেশত প্ৰয়োগ হৈ যদি বিৰোধ ঘটে অৰ্থাৎ অৰ্থ পৃথক কৰিব পাৰে সেয়ে বৰ্ণ। যিকোনো এটা অৱস্থানত ( অৰ্থাৎ-আদ্য, মধ্য আৰু অন্ত্য যিকোনো অৱস্থান ) বিৰোধী প্ৰয়োগ হ'লেই হ'ব পাৰে। যেনে—ইংৰাজী ভাষাৰপৰা তিনিটা শব্দ লোৱা হৈছে—Pit, Spit আৰু Lipstick। ইয়াৰ Pit শব্দৰ [P] মহাপ্ৰাণ Spit ৰ [P] অল্পপ্ৰাণ আৰু Lipitick [P] অস্ফোট (unreleased) প্ৰথম শব্দৰ [P] যদি মহাপ্ৰাণ কৰি উচ্চাৰণ কৰা হয় তেতিয়া বিৰোধ নহয় অৰ্থাৎ শব্দটোৰ অৰ্থৰ পৰিবৰ্তন নহয়, কিন্তু যদি প্ৰথম শব্দৰ [P] ৰ ঠাইত [b] দিয়া হয় তেতিয়া শব্দটো bit হব আৰু অৰ্থ পৰিবৰ্তন হ'ব। ইংৰাজী ভাষাত মহাপ্ৰাণ, অবিশিষ্ট কিন্তু সঘোষ আৰু অঘোষ বিশিষ্ট সেয়ে [P] ৰ ঠাইত [b] দিয়াত উচ্চাৰণৰ প্ৰভেদ আৰু অৰ্থৰ প্ৰভেদ ঘটিছে[১২]। তদ্‌পৰি ইংৰাজী ভাষাত মহাপ্ৰাণ আৰু অল্পপ্ৰাণ [P] অভিন্ন পৰিবেশত প্ৰয়োগ নহয়, সেয়ে [ P ] ধ্বনিৰ ধ্বনিগত বৈশিষ্ট্য নিৰ্ভৰ কৰিব শব্দত [P] ৰ অৱস্থান লৈহে ; আনহাতে [P] আৰু [b] শব্দৰ একে পৰিবেশত প্ৰয়োগ হ'ব পাৰে আৰু প্ৰয়োগত বিৰোধ ( অৰ্থ পৃথক কৰিব পাৰে ) হ'ব পাৰে। সেয়ে ইংৰাজী ভাষাত | p | আৰু | b | বৰ্ণ ( Phoneme ) আৰু [ $P^{6}$ ], [P=], [ $P^{1}$ ], উপধ্বনি[১৩]। অসমীয়া ভাষাত [প] ধ্বনি ৯ প্ৰকাৰে উচ্চাৰণ হয়[১৪]। যেনে—পিঠি, পথালি, বিপাক, চেপেটা, সপ্তাহ, আলাপ, স্বপ্ন, দৰ্প, প্ৰবীণ। এই কেয়োতা শব্দৰ [ প ] ৰ উচ্চাৰণ একে নহয় অথচ আমাৰ কাণত উচ্চাৰণৰ প্ৰভেদ নাবাজে অৰ্থাৎ ধ্বনিসমূহৰ চ'লতা (Fluctuation) ধৰা নপৰে সেয়ে এই ধ্বনিবোৰ অবিশিষ্ট ও আৰু থলুৱা ভাষা-ভাষীয়ে ধ্বনিসমূহৰ সুকীয়া বৈশিষ্ট্য লক্ষ্য নকৰে। এই সকলো অবিশিষ্ট ধ্বনিক একেলগে লৈ এটা মাথোন ধ্বনি গোট | প | কৰা হয়। তদ্‌পৰি পিঠি শব্দটো বাকী আঠোটা শব্দৰ দৰে উচ্চাৰণ কৰিবলৈ চেষ্টা কৰিলেও অৰ্থৰ পৰিবৰ্তন নহয়। সেয়ে | প | বৰ্ণ আৰু বাকীবোৰ বৰ্ণটোৰ উপধ্বনি। কিন্তু তলৰ উদাহৰণ কেইটালৈ

১১। ধ্বনি বিজ্ঞানৰ ভূমিকা : ড° গোলোকচন্দ্ৰ গোস্বামী, ১৯৬৬, পৃ: ১৫১।

১২। [P]ৰ লগত ঘোষত্ব যোগ হ'লে [b] তেনেকৈ [P]ৰ লগত মহাপ্ৰাণ যোগ হ'লে ইংৰাজী ভাষাত [P] আৰু Phৰ উচ্চাৰণ ইংৰাজ ভাষা-ভাষীয়ে একে শুনে।

১৩। বৰ্ণ আৰু উপধ্বনিৰ বন্ধনী বেলেগ বেলেগ। যেনে— | k | বৰ্ণ, [K] উপধ্বনি।

১৪। অসমীয়া বৰ্ণ প্ৰকাশ : ড° গোলোকচন্দ্ৰ গোস্বামী, ১৯৬৯, পৃ: ১৫।



লক্ষ্য কৰিলে দেখা যাব যে—ইয়াত বিৰোধী প্ৰয়োগ হৈছে শব্দৰ কাট। [ক]ৰ ঠাইত বাকীবোৰ একেই ৰাখি [ খ ] বা [ গ ] বা [ ঘ ] দিলে অৰ্থৰ পৰিবৰ্তন হয়। যদি কাট শব্দৰ [ কা ] ৰ ঠাইত [ খা ] নাইবা [ ঘ ] কৰোঁ বা [ক] ৰ ঠাইত [ কী ] কৰোঁ বা [ ক ] কৰোঁ বা [ কু ] বা [ কৃ ] আদিলৈ পৰিবৰ্তন কৰিব পাৰোঁ অৰ্থ ৰক্ষা কৰি। কিন্তু ইয়াক পৰিবৰ্তন কৰোঁতে এনে অৱস্থা পাবগৈ পাৰে যে য'ত অৰ্থৰ পৰিবৰ্তন ৰক্ষা কৰি [কা] ধ্বনিক পৰিবৰ্তন কৰিব নোৱাৰি। গতিকে অৰ্থৰ পৰিবৰ্তন ৰক্ষা কৰি ধ্বনিটোৰ পৰিবৰ্তে অন্য ধ্বনি দিব পৰাৰ ন্যূনতম একক এটা আছে। এই ন্যূনতম এককেই বৰ্ণ[১৫]।

কোনো কোনো ভাষাত চন্দ্ৰবিন্দু, স্বাসাঘাত, সন্ধি আদিও বিশিষ্ট। ভাৰতীয় বৈদিক ভাষাত ব্ৰাহ্মণ শব্দৰ আদিস্বৰ উদাত্ত (Acute বা Rising-tone) হ'লে ক্লীৱলিংগ ( অৰ্থ প্ৰাৰ্থনা স্তৱ ) আৰু অন্ত্যস্বৰ উদাত্ত হ'লে শব্দটো পুংলিংঙ্গ ( অৰ্থ প্ৰাৰ্থনা কৰোতা ) হয়। তেনেকৈ ৰাজপুত্ৰ শব্দৰ দ্বিতীয় স্তৰ উদাত্ত হ'লে যাৰ পুত্ৰ ৰজা আৰু শেষস্বৰ উদাত্ত হ'লে ৰজাৰ পুত্ৰ বুজায়। তেনেকৈ তই এইভালে চা, কিন্তু তই ছাঁলৈ যা—বুলিলে চা আৰু ছাঁ ভিন্ন অৰ্থ। এই ক্ষেত্ৰত অসমীয়া ভাষাত চন্দ্ৰবিন্দু বিশিষ্ট।

মানুহে সাংকেতিক চিন বা চিত্ৰৰ সহায়ত মনোভাৱ প্ৰকাশ কৰিব খোজে। ইয়েই ভাষাৰ লিপি। লিপি সামান্যভাৱে ধ্বনিগত ; কিন্তু &, =, >, < আদি ৰূপগত। ভাষাৰ বৰ্ণ আৰু লিপিৰ মাজত সম্পৰ্ক থাকিব লাগে। কিন্তু কোনো ভাষাতেই লিপিয়ে সংশ্লিষ্ট ভাষা সম্প্ৰদায়ৰ বিভিন্ন ধ্বনি যথাযথভাৱে প্ৰকাশ কৰিব নোৱাৰে। লিপিমালাৰ এই সীমাবদ্ধতাৰ কাৰণে আন্তঃৰাষ্ট্ৰীয়

১৫। (ক) (Phoneme) is a minimum unit of distinctive sound feature.

Language : L. Bloomfield, 1963, P-79.

(খ) তদ্‌পৰি Harcourt Brace Jovanovich এ Patterns of English, New York, 1956, P-223 অত বৰ্ণৰ ভাল সংজ্ঞা এটা দিছে—

'A Phoneme is not exactly a single sound. It is more a collection of simillar sounds, which, inspite of their slight diflerences, sound the same to a native speaker of the language. If the native speaker hears them as the same, they are the same for him, and they make up one phoneme. ইয়াৰপৰা এটা সিদ্ধান্তলৈ আহিব পাৰি যে বৰ্ণ এটা প্ৰকৃততে উচ্চাৰণ কৰিব নোৱাৰি। অৰ্থাৎ এটা ধ্বনি গোটহে।

ধ্বনি সন্থাই (International Phonetic Association) ১৮৮৮ চনত পৃথিৱীৰ সকলো ভাষা লিখিব পৰা এখন ধ্বনিলিপি তৈয়াৰ কৰে; এই ধ্বনিলিপিত একে ধ্বনিক সদায় একে লিপিৰে লিখিব পৰাৰ ব্যৱস্থা আছে। তদুপৰি কিছুমান ধ্বনিতাত্ত্বিক প্ৰতীকৰ ব্যৱহাৰ কৰি উচ্চাৰণ বৈশিষ্ট্য প্ৰদৰ্শন কৰিব পৰাৰ ব্যৱস্থাও আছে। আগতে উল্লেখ কৰি অহা Pit, Spit, Lipstick শব্দৰ [P]। প্ৰথম শব্দৰ [P] শ্বাসযুক্ত কাৰণে IPA ত [P⁶], দ্বিতীয় [P] শ্বাসযুক্ত নহয় কাৰণে [P=] আৰু তৃতীয় [P] অস্ফোট কাৰণে [P'] লিখা হয়। ভাষাতাত্ত্বিকে Lipstick শব্দৰ P' যদি এনেকৈ লিখে আৰু তেওঁ যদি ইংৰাজী ভাষাটো নাজানেও তেতিয়াও বুজিব যে [P] ধ্বনি উচ্চাৰণত বায়ুপ্ৰবাহৰ পথ ওঁঠ দুটাই বন্ধ কৰে, স্বৰ (i) উচ্চাৰণৰ পিছত ওঁঠ দুটা জাপ খাওঁতে এই ধ্বনি উচ্চাৰণ হয়। অসমীয়া ভাষাও IPAৰ লিপিমালাৰে লিখি উলিয়াব পাৰি।

অসমীয়া ভাষাতো বৰ্ণ আৰু লিপিমালাৰ মাজত সমন্বয় লোপ পোৱাৰ ফলত পৃথিৱীৰ অন্যান্য ভাষাৰ দৰে বানানৰ বিভ্ৰান্ত হয়। এইক্ষেত্ৰত সংস্কৃত ভাষা একমাত্ৰ ব্যতিক্ৰম। বৰ্ণ আৰু লিপিৰ মাজত সম্পৰ্ক থকাত আখৰ জোটনিৰ খেলিমেলি নহয়। সংস্কৃতৰ এই বৈশিষ্ট্য ৰক্ষা কৰাৰ গৌৰৱ পানিণিৰহে প্ৰাপ্য। অসমীয়া ভাষাত বৰ্ণ আৰু তাৰ প্ৰতিনিধিত্বকাৰী আখৰবোৰ ড° গোলোকচন্দ্ৰ গোস্বামীয়ে দেখুৱাইছে[১৬]।

অসমীয়া ভাষাত বিশিষ্ট ব্যঞ্জন তেইছটা। উচ্চাৰণৰ স্থান, গুণ আৰু প্ৰকৃতিৰ ভিত্তিত ব্যঞ্জনসমূহক শ্ৰেণীবিভাগ কৰিব পাৰি। বিৰোধী প্ৰয়োগৰ ভিত্তিত এই ব্যঞ্জনসমূহ পোৱা গৈছে। ৱ আৰু য় ভিন্ন প্ৰত্যেকটো ধ্বনিৰে অভিন্ন পৰিবেশত বিৰোধ ঘটে। স্পৰ্শধ্বনিসমূহৰ প্ৰত্যেকটোৰে উচ্চাৰণ স্থানত চাৰিপ্ৰকাৰৰ বিৰোধ হয়। সেইবোৰ হ'ল ঘোষ-অঘোষ, অল্পপ্ৰাণ-মহাপ্ৰাণ। উষ্মধ্বনিৰ ঘোষ আৰু অঘোষ দুয়োটা উচ্চাৰণ আছে। নাসিক, পাৰ্শ্বিক আৰু কম্পিত ধ্বনিসমূহ ঘোষ। শ্ৰুতিধ্বনি য় আৰু ৱ ঘোষধ্বনি। ৱ, য় আৰু ঙ শব্দৰ আদিত প্ৰয়োগ নহয়। এই তিনিটা ভিন্ন বাকী ব্যঞ্জনসমূহৰ স্বৰধ্বনিৰ আগত শব্দৰ আদিতে প্ৰয়োগ হয়। ৱ আৰু য় ভিন্ন বাকী ব্যঞ্জনৰ স্বৰৰ পিছত মধ্য আৰু অন্ত্য সংস্থানত প্ৰয়োগ হয়। মহাপ্ৰাণ প্ৰস্ফোট ধ্বনিৰ অন্ত্য প্ৰয়োগ অসমীয়া ভাষাত প্ৰায় পোৱা নাযায়। উজনি অসমৰ ভাষাত দুটা

১৬। অসমীয়া বৰ্ণ প্ৰকাশ: ড° গোলোক চন্দ্ৰ গোস্বামী, ১৯৬৯, পৃ—৫।



মহাপ্ৰাণ ধ্বনি ওচৰাওচৰিকৈ নাথাকে। একমাত্ৰ ভিক্ষাৰী শব্দটো ব্যতিক্ৰম। সেয়ে অসমীয়া মানুহে অভিধান, অভিভাষণ শব্দ উচ্চাৰণ কৰিবলৈ টান পায়। দুয়োটা শব্দৰ [ভ] উচ্চাৰণত [ব] হয়। শব্দৰ আদিৰ চ, জ, স, হ থাকিলে পিছত মহাপ্ৰাণ উচ্চাৰণ নহয়। সেইকাৰণে শৃংখলৰ শিকলি, শিৰংস্থানৰপৰা শিতান হৈছে। উচ্চাৰণৰ ধৰণ অনুসৰি অসমীয়া ভাষাৰ ব্যঞ্জনসমূহক দুটা বহুল ভাগত ভাগ কৰিব পাৰি[১৭]:

(১) নিয়ত (২) অনিয়ত বা প্ৰবাহ।

উচ্চাৰণৰ স্থান অনুসৰি ব্যঞ্জনসমূহক ছটা ভাগত ভাগ কৰিব পাৰি—

(১) ঔষ্ঠ্য (২) দন্তমূলীয় (৩) পশ্চতালব্য (৪) কণ্ঠতালব্য (৫) অনুনাসিক (৬) তালব্য।

স্বৰধ্বনিসমূহক ওঁঠ আৰু জিভাৰ কলন অনুসৰি, মুখবিবৰৰ বিস্তৃতি অনুসৰি ওঁঠ দুটাৰ সংস্থান অনুসৰি শ্ৰেণীবিভাগ কৰিব পাৰি। বিৰোধী প্ৰয়োগৰ ভিত্তিত অসমীয়া ভাষাত আঠোটা বিশিষ্ট স্বৰ পোৱা গৈছে। পিছৰ অক্ষৰত যদি এটা একাকী ব্যঞ্জন থাকে, আৰু ই বা উ নাথাকে তেনেহলে আঠোটা স্বৰৰ আঠপ্ৰকাৰৰ বিৰোধ হয়। পিছৰ অক্ষৰত ই থাকিলে আৰু অনুনাসিকৰ বাহিৰে একাকী ব্যঞ্জন থাকিলে ছয় প্ৰকাৰৰ বিৰোধ হয়। মাজত একাকী ব্যঞ্জন থাকিলে আৰু তাৰ পিছৰ অক্ষৰত উ থাকিলে পাঁচ প্ৰকাৰৰ বিৰোধ হয়। কেয়োটা স্বৰধ্বনি ঘোষ। হ্ৰস্ব আৰু দীৰ্ঘস্বৰৰ মাজত অসমীয়া ভাষাত কোনো প্ৰভেদ নাই। অৱশ্যে যুক্ত একাক্ষৰী শব্দ আৰু শ্বাসাঘাতযুক্ত হ'লে স্বৰ ঈষত দীৰ্ঘ হয়। এ' আৰু এ (বেলি শব্দৰ এ' আৰু বেল শব্দৰ এ) বুজাবলৈ দুটা বেলেগ আখৰ নাই। অনুনাসিকত্ব অনুযায়ী অসমীয়া ভাষাৰ শব্দৰ অৰ্থৰ পৰিবৰ্তন সম্ভৱ। ব, ণ, ঙ পৰৱৰ্তী স্বৰ অনুনাসিক হয়। ই, ও, উ স্বৰৰ পিছত নিম্নস্বৰ থাকিলে দ্বিস্বৰ পোৱা যায়। ই, এ, আ, অ', উ স্বৰৰ প্ৰয়োগত কোনো বাধা নাই। কিন্তু এ (বেল শব্দ), অ' ও ধ্বনিৰ পিছৰ ই বা উ থাকিলে এ, অ, ও প্ৰয়োগ নহয়। যেনে—বেল>বেলি, গৰ্ল>গলি, চোৰ>চুৰুণী।

১৭। অসমীয়া ভাষাৰ বৰ্ণ সম্পৰ্কে বিস্তৃতভাৱে ড° গোলোকচন্দ্ৰ গোস্বামীয়ে অধ্যয়ন কৰিছে। ড° গোস্বামীৰ অধ্যয়নৰ আধাৰতেই অসমীয়া ভাষাৰ বৰ্ণ সম্পৰ্কে ইয়াত আলোচনা কৰা হৈছে।

তলত স্বৰ আৰু ব্যঞ্জনসমূহ শ্ৰেণীবিভাগ কৰি দেখুৱা হ'ল*।

ব্যঞ্জন বৰ্ণমালা

| উচ্চাৰণৰ স্থান | | ওষ্ঠ্য | | দন্তমূলীয় | | তালব্য | | পশ্চতালব্য | | কণ্ঠ্য | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| | ধৰণ | অঘোষ | ঘোষ | অঘোষ | ঘোষ | অঘোষ | ঘোষ | অঘোষ | ঘোষ | অঘোষ | ঘোষ |
| নিয়ত | অল্পপ্ৰাণ | ণ | ব | ত | দ | | | ক | গ | | |
| | মহাপ্ৰাণ | ফ | ভ | থ | ধ | | | খ | গ | | |
| | ঘৃষ্ট | | | চ | জ | | | স | | | হ |
| | নাসিক্য | | ম | | ন | | | | ঙ | | |
| অনিয়ত | পাশ্বিক | | | | ল | | | | | | |
| | কম্পিত | | | | ৰ | | | | | | |
| | অন্তঃস্থ | | ৱ | | | | য় | | | | |

স্বৰধ্বনি

| | কৰণৰ অংগ | প্ৰান্তীয় (অগ্ৰ) | কেন্দ্ৰীয় (মধ্য) | মূলীয় ( পশ্চ ) |
|---|---|---|---|---|
| | কৰণৰ উচ্চতা | বিবৃতোষ্ঠ্য | | সংবৃতোষ্ঠ্য |
| উচ্চ | উচ্চাভাস | ই | | উ |
| মধ্য | মধ্য | এ' | | ও |
| | মধ্যাভাগ | এ | | অ' |
| নিম্ন | নিম্ন | | আ | অ |

ইয়াৰ উপৰিও ড° গোস্বামীয়ে চন্দ্ৰবিন্দু, শ্বাসাঘাত, শব্দসন্ধি, কমা, হাইফেন, দাৰি, সম, আশ্চৰ্যবোধক লয়বৰ্ণৰ কথাও উল্লেখ কৰিছে।

* ড° গোলোকচন্দ্ৰ গোস্বামীৰ ধ্বনি বিজ্ঞানৰ ভূমিকা, অসমীয়া বৰ্ণ প্ৰকাশৰপৰা উদ্ধৃত।



**নিয়ত ধ্বনি ঃ**—প, ফ, ব, ভ—এই চাৰিটা ওষ্ঠ্য স্পৰ্শধ্বনি, প ফ অঘোষ ব ভ ঘোষ, প, ব অল্পপ্ৰাণ, ফ, ভ মহাপ্ৰাণ। ড° কাকতিয়ে এই কেয়োটা বৰ্ণ প্ৰাচীন ভাৰতীয় আৰ্য ভাষাৰ দৰেই ৰক্ষিত হৈছে বুলি উল্লেখ কৰিছে[১৮]। কিন্তু ড° গোলোকচন্দ্ৰ গোস্বামীয়ে শব্দৰ অন্ত্য অৱস্থানত ফ আৰু ভ বৰ্ণৰ অনিয়ত ঘৃষ্ট উচ্চাৰণৰ কথা উল্লেখ কৰিছে[১৯]। উদাহৰণ স্বৰূপে ফল শব্দৰ ফ আৰু বৰফ শব্দৰ ফ উচ্চাৰণ একে নহয়। তেনেকৈ ভাল আৰু ভাল শব্দৰ ভ উচ্চাৰণ। পিছে অন্ত্য অৱস্থানৰ ফ আৰু ভ ৰ প্ৰয়োগ বিৰোধী নহয় কাৰণে ইঁহত বৰ্ণ নহয়, উপধ্বনিহে।

ত, থ, দ, ধ—দন্তমূলীয় ধ্বনি। ত, থ, অঘোষ, দ, ধ ঘোষ, ত, দ অল্পপ্ৰাণ থ, ধ মহাপ্ৰাণ। সংস্কৃতৰ দন্ত্য আৰু মূৰ্ধণ্য ধ্বনিসমূহ অসমীয়াত দন্তমূলীয় ধ্বনি হৈছে। গ্ৰীয়াচনৰ মতৰ ভিত্তিত ড° কাকতিয়ে ইয়াক তিৰ্বতবৰ্মী ভাষাৰ প্ৰভাৱ বুলিছে[২০]। ভড়ালীৰ মতে বৈদিক ভাষাৰ মূৰ্ধণ্য ধ্বনি অস্পষ্ট। বৈদিক ভাষাৰ এটা ঠাল হিমালয়ৰ নামনিয়েদি পূবলৈ আহি অসমত সোমাই পৰাৰ লগে লগে অসমৰ দাঁতি-কাষৰীয়া তিৰ্বতবৰ্মী লোকৰ মুখত পৰি সলনি হৈ দন্তমূলীয় ধ্বনিত পৰিণত হ'ল[২১]। এই পৰিবৰ্তন উচ্চাৰণ স্থানৰহে ধৰণৰ নহয়।

১৮। Assamese, Its Formation and Devolopment : Dr. B. Kakati, 1962, P-210.

১৯। Ibid P. 210 ( footnote ) আৰু অসমীয়া বৰ্ণ প্ৰকাশ : ১৯৬৯, পৃঃ ১৮ আৰু ২৩।

২০। Ibid P.P. 198—199.

২১। অসমীয়া ভাষাৰ মৌলিক বিচাৰ : দেৱানন্দ ভড়ালী, ১৯৩২, পৃঃ ৭৩।

তদুপৰি ভড়ালীয়ে A study of phonology and vocabulary of the Assamese language গ্ৰন্থৰ (১৯৫৯) ১৫ পৃষ্ঠাত উল্লেখ কৰা কথাখিনিউ দ্ধৃত কৰা হ'ল—'There are some words in Assamese which are not traceable to Sanskrit but to Greek and other European languages. There were also brought to Assam by the first band of Indo-Aryan speakers...... N. W. Indian which was under Greek ocupation for sometime around 320 B. C. Some desemdants of the Greek soldiers left behind by Alexander are living even today in Citral and some out of the way places. It is not impossible that some of the first migrants to Assam contained in their blood Greek strain......These people coming from the North-West are responsible for changing the palatals to supradantals in Assamese.

অৱশ্যে ৰেফ্ যুক্ত ত, থ, দ, ধ উচ্চাৰণ মূৰ্ধণ্য হয়[২২]। অক্ষৰান্ত ৰ উচ্চাৰণো মূৰ্ধণ্য হয়[২৩]।

ক, খ, গ, ঘ—পশ্চ তালব্য ধ্বনি। ক, খ অঘোষ, গ, ঘ ঘোষ, ক, গ অল্পপ্ৰাণ, খ, ঘ মহাপ্ৰাণ। এই ধ্বনিসমূহ কঠিন তালুৰ কাষৰপৰা আল-জিভাৰ ওপৰলৈকে উচ্চাৰিত হয়। উচ্চাৰণ-স্থান আৰু ধৰণৰ পৰিবেশভেদে সামান্য সলনি হয় যদিও তাৰপৰা উদ্ভৱ হোৱা ধ্বনিবোৰ উপধ্বনিহে।

**অনিয়ত ধ্বনি ঃ**

উষ্ম বা ঘৃষ্ট ঃ—উষ্ম বা ঘৃষ্ট ধ্বনি চাৰিটা—চ, জ, স, হ। চ, জ দন্ত-মূলীয়, চ অঘোষ, জ ঘোষ। স পশ্চতালব্য অঘোষ, হ কণ্ঠ্য ঘোষ। সংস্কৃত চ, ছ, জ, ঝ, ঞ, শ, য়—এইকেইটা তালব্যধ্বনি, ষ, স ক্ৰমে মূৰ্ধণ্য আৰু দন্ত্য। কেয়োটা ধ্বনিৰে উচ্চাৰণৰ স্থান আৰু ধৰণ অসমীয়াত পৰিবৰ্তন হৈ কেৱল লিপি ৰূপতহে ৰক্ষিত হৈছে। পৰিবেশ অনুযায়ী চ ধ্বনি সাত প্ৰকাৰৰ, জ ধ্বনি আঠপ্ৰকাৰৰ, স ধ্বনি তিনিপ্ৰকাৰৰ, আৰু হ ধ্বনি পাঁচপ্ৰকাৰৰ উচ্চাৰণ হয়[২৪]।

**অনুনাসিক ধ্বনি ঃ**

সংস্কৃতত অনুনাসিক ধ্বনি পাঁচোটা। সংস্কৃতৰ দন্ত্য আৰু মূৰ্ধণ্য ন, ণ অসমীয়াত দন্তমূলীয় ঘোষ ন, ঙ পশ্চতালব্য ঘোষ আৰু ম ধ্বনি সংস্কৃতৰ দৰেই ৰক্ষিত হ'ল। 'ং' অসমীয়াত ঙ ৰ দৰেহে উচ্চাৰণ হয়। ঙ শব্দৰ আদিত প্ৰয়োগ নহয়। নাসিক্যধ্বনি কেইটাত নিয়ত আৰু অনিয়ত গুণো আছে কাৰণে ইহঁতক নিয়তানিয়ত বুলিও কোৱা হয়। অৰ্থাৎ মৌখিক ভাৱে ইহঁত নিয়ম আৰু নাসিকা বিবৰেদি অনিয়ত।

ল পাৰ্শ্বিক আৰু ৰ কম্পিত দন্তমূলীয় ঘোষ ধ্বনি। ড° কাকতিয়ে ৰ বৰ্ণৰ ধ্বনিগুণ এটাহে বুলিছে[২৫] যদিও ড° গোস্বামীয়ে চাৰিটা আছে বুলি কৈছে[২৬]। ৰ বৰ্ণ কেইবাটাও আখৰেৰে লিখা হয়—যেনে, ৰ, ড়, ঋ, ৰেভ্,

২২। অসমীয়া বৰ্ণ প্ৰকাশ : ড° গোলোকচন্দ্ৰ গোস্বামী, ১৯৬৯, পৃঃ—২২-৩৩

২৩। ধ্বনি বিজ্ঞানৰ ভূমিকা : ড° গোলোকচন্দ্ৰ গোস্বামী, পৃঃ—৮২

২৪। পাদটীকা—২২ পৃঃ—৫০—৬৬।

২৫। Assamese, Its formation and Develoment : Dr. B. Kakati, 1962, P-60.

২৬। অসমীয়া বৰ্ণ প্ৰকাশ—ড° গোলোক চন্দ্ৰ গোস্বামী, ১৯৯৬, পৃঃ—৭৭।



আৰু ৱ-কাৰ। ল ধ্বনি অৰ্ধদীৰ্ঘ, অৰ্ধঘোষ, ঈষা মূৰ্ধণ্য দ্বিত আদি ৰূপত উচ্চাৰণ হয়। অসমীয়া ভাষাত ল উচ্চাৰণ স্পষ্ট (Clear), দুষ্ট (Darla) ল—অসমীয়া উচ্চাৰণ নহয়।

ৱ আৰু য় অন্তঃস্থ ধ্বনি। ৱ ওষ্ঠ্য ঘোষ, য় তালব্য ঘোষ ধ্বনি। শব্দৰ আদিত স্বৰৰ আগত ইহঁতৰ প্ৰয়োগ নহয়। ৱ আৰু য় ধ্বনিত অনিয়ত ঘৃষ্ট গুণো আছে কাৰণে ইহঁতক শ্ৰুতিধ্বনি বোলা হয়। প্ৰান্তীয় স্বৰৰ পৰা য় আৰু মূলীয় স্বৰৰপৰা ৱ জাতীয় শ্ৰুতিধ্বনি ওপজে। সচেতন নহ'লে সংযুক্ত ৱ আৰু য় ক্ৰমে শূণ্য আৰু ই উচ্চাৰণ হয়। যেনে—দ্বাৰকা>দাৰকা, স্বামী>সামী, ত্যাগ>তিয়াগ, শ্যাম>চিয়াম্।

অসমীয়া ভাষাৰ ধ্বনিৰ উপাহিত ( Supra-Seomental ) গুণ সম্পৰ্কে ( অৰ্থাৎ—শ্বাসাঘাত, স্বৰাঘাত আদি ) বিশদ আলোচনা হোৱা নাই। ড° কাকতিয়ে পথ প্ৰদৰ্শন কৰিছিল যদিও এইটো দিশত কৰিব লগীয়া বহুত আছে। ড° গোলোকচন্দ্ৰ গোস্বামীয়ে ( ড° কাকতিৰ পিছত ) এই দিশটো অধ্যয়ন কৰি আছে। আমাৰ অধ্যয়ন অত্যন্ত সীমাবদ্ধ, সেয়ে পৰীক্ষা আৰু অধ্যয়ন নকৰাকৈ এই সম্পৰ্কে মাতিবলৈ গ'লে নগৈ গড়গাঁৱৰ বতৰা দিবলৈ চেষ্টা কৰা হ'ব।

# ভাৰতীয় লিপি-অধ্যয়নৰ পৰিচয়

নাৰায়ণ দাস

দিল্লীৰ চুলতান ফিৰোজ শ্বাহ তোগলকে (খ্ৰীঃ ১৩৫১-১৩৮৮) তোপৰা আৰু মিৰাটৰপৰা পুৰালিপি খোদিত দুটা শৈলস্তম্ভ দিল্লীলৈ অশেষক ষ্টে ৰকঢ়িয়াই আনি সংস্কৃত পণ্ডিতসকলক যেতিয়া পঢ়িবলৈ দিলে, তেতিয়া দেৱ-নাগৰী লিপিৰ লগত অভ্যস্ত পণ্ডিতমণ্ডলীয়ে সেই পুৰালিপি খোদিত শৈলস্তম্ভৰ পাঠোদ্ধাৰ কৰি চুলতানৰ মনোৰঞ্জন কৰিব নোৱাৰিলে।[১] মোগল সম্রাট আকবৰৰ দিনতো এদল পণ্ডিতে সেই শৈলস্তম্ভ দুটিত উৎকীৰ্ণ লিপিৰ পাঠ উদ্ধাৰৰ প্ৰযত্ন চলাই বিফল হোৱাৰ সংবাদ 'আকবৰ-নাম'ত বিবৃত হৈছে।[২] প্ৰকৃতপক্ষে ছাৰ উইলিয়ম জোন্সে প্ৰাচ্য বিদ্যা অধ্যয়নৰ কাৰণে কলিকতাত ১৭৮৪ খ্ৰীঃ ৰ ১৫ জানুৱাৰীৰ দিনা 'ৰয়েল এছিয়াটিক ছোচাইটি অৱ বেংগল' স্থাপনা কৰাৰ পাছৰেপৰা ভাৰতীয় প্ৰাচীন লিপিমালাৰো অধ্যয়নৰ জয়যাত্ৰা সূচিত হয়। ১৭৮৫ খৃঃ ত চাৰ্লছ উইল কিন্‌ছে বংগদেশৰ দিনাজপুৰ জিলাত প্ৰাপ্ত নাৰায়ণ পালৰ ( খৃঃ ৮৫৪-৯০৮ ) বদল স্তম্ভলিপিৰ পাঠ উদ্ধাৰ কৰে।[৩] সেই বছৰতে ৰাধাকান্ত শৰ্মাই অশোকৰ দিল্লী তোপৰা স্তম্ভত উৎকীৰ্ণ ১২২০ বিক্ৰমাব্দৰ (১১৬৮ খ্ৰীঃ ) চাহমান নৃপতি বা মলদেৱৰ তিনিখনি শৈললেখৰ পাঠ পঢ়িবলৈ সমৰ্থ হয়। চাৰ্লচ উইল কিন্‌ছে সুদীৰ্ঘ চাৰিবছৰ কাল চেষ্টা চলাই গুপ্তলিপিৰ ভালেখিনি আখৰ চিনাক্ত কৰে। প্ৰখ্যাত ঐতিহাসিক জেমছ টডৰ যত্নত ৰাজস্থান, মধ্যভাৰত আৰু গুজৰাটৰ ভালেখিনি পুৰালিপি ( খ্ৰীঃ সপ্তম শতিকাৰপৰা পঞ্চদশ শতাব্দী পৰ্যন্ত ) সংগৃহীত হয়। ১৮৩৪ খৃঃ ত কেপ্তেন ট্ৰয়েৰে সমুদ্ৰগুপ্তৰ প্ৰখ্যাত এলাহাবাদ স্তম্ভলিপিৰ অংশবিশেষৰ পাঠোদ্ধাৰ কৰাটোও উল্লেখযোগ্য কথা। অৱশ্যে মিল এই স্তম্ভলিপিৰ পাঠোদ্ধাৰত অধিক কৃতকাৰ্য হয়।[৪] প্ৰায় একে সময়তে ডবলিউ এইচ. বথনে গুজৰাটৰ

১ Ellot : History of India, vol. III, PP 350—353

২ ওঝা : ভাৰতীয় প্ৰাচীন লিপিমালা ( হিন্দী ) তৃতীয় সংস্কৰণ, (১৯৫৯) পিঠি—৩৭

৩ Asiatic Researches, Vol. 1, pp. 131-144.

৪ J. ASB. (Journal of Asiatic Society of Bengal) vol. III. pp 118.



ৱলভী ফৈদৰ নৃপতিমণ্ডলীৰক একাধিক তাম্ৰলেখৰ পূৰ্ণ পাঠ উদ্ধাৰ কৰে যদিও এই বিষয়ত আশাতীত কৃতকাৰ্য হোৱা ব্যাক্তিজন হ'ল—মাত্ৰ কুৰিবছৰ বয়সতে কলিকতাৰ টাকশালৰ চাকৰিত সোমাই খ্ৰীঃ ১৮৩১-৩৮ পৰ্যন্ত এছিয়াটিক ছোচাইটি অৱ ৱেংগলৰ সম্পাদকৰ পদত সমাসীন হোৱা জেমছ প্ৰিন্সেপ (খ্ৰীঃ ১৭৯৯-১৮৪৫—যিজনে একেধাৰে দিল্লী, আহোম, ইৰান সাঁচী, আম্ৰৱতী, গীৰ্ণাৰ প্ৰভৃতি স্থানৰ গুপ্তকালীন শৈললেখবোৰৰ পূৰ্ণপাঠ উদ্ধাৰ কৰি সেই অক্ষৰ মালাৰ এখনি সম্পূৰ্ণ তালিকাও প্ৰস্তুত কৰিবলৈ সমৰ্থ হয়।[৫]

গুপ্তকালীন লিপিৰ পাঠোদ্ধাৰতে সন্তুষ্ট নাথাকি জেমছ্ প্ৰিন্সেপে আদি-ব্ৰাহ্মী লিপিৰ পাঠোদ্ধাৰতো আত্মনিয়োগ কৰিলে। সাঁচীৰ চমুলেখ কিছুমানৰ ছাব সংগ্ৰহ কৰো'তে 'দানং' শব্দৰ আখৰ দুটি চিনাক্ত কৰি লাহে লাহে বাকী বৰ্ণ মালাৰো ৰূপ নিৰ্ধাৰণেৰে প্ৰিন্সেপে পুৰালিপি অধ্যয়নৰ ক্ষেত্ৰত যুগান্তৰৰ সৃষ্টি কৰিবলৈ সমৰ্থ হ'ল।[৬] পাছত ভাৰতীয় লিপি-বিজ্ঞানৰ পিতৃস্বৰূপ জৰ্জ বুহলাৰে অশোকৰ সময়ৰেপৰা পৰৱৰ্তী কাললৈকে সকলো ধৰণৰ ব্ৰাহ্ম-লিপিৰ বিজ্ঞান-সন্মত তালিকা প্ৰস্তুত কৰি জগতবাসীৰ কৃতজ্ঞতাৰ পাত্ৰ হৈছে।[৭]

ব্ৰাহ্মীলিপিৰ লেখীয়াকৈ খৰোষ্ঠী লিপিৰ পাঠো পাশ্চাত্য পণ্ডিতমণ্ডলীৰ অনুগ্ৰহতে সম্পন্ন হৈছে। এইবিধ লিপিৰ উদ্ধাৰত পণ্ডিতসকলে এটা সুবিধা পাইছিল—কিয়নো উত্তৰ-পশ্চিম ভাৰতৰ বিভিন্ন স্থানত গ্ৰীক আৰু খৰোষ্ঠী—উভয় লিপিতে খোদিত অগণন শিলালেখ আৰু মুদ্ৰা পোৱা হৈছিল। চিনাকি গ্ৰীক লিপিৰ সহায়ত ঐতিহাসিক টড্ আলেকজেণ্ডাৰ, ৱাৰ্ণছ্ প্ৰভৃতিয়ে খৰোষ্ঠী লিপিৰ অধ্যয়নৰ পথ এটি মুকলি কৰিলেও জেমছ্ প্ৰিন্সেপেই এই ক্ষেত্ৰতো অধিক কৃতকাৰ্য হয়। ই, নৰিছ আৰু কানিংহামে এই লিপিৰ পূৰ্ণৰূপ দিয়াত হাত উজান দিয়ে আৰু অৱশেষত জৰ্জ বুহলাৰে ইয়াৰ তুলনামূলক আৰু বিজ্ঞান সন্মত সম্পূৰ্ণ তালিকা প্ৰস্তুত কৰে।[৮]

৫ JASB, vol. vl. pp. 1, Upasak, C.S.—The History and Palaeography of Mauryan Brahmi Script, (1960) pp. 23.

৬ Cunningham, A.—Archaeological Survey Reports, vol. I. Pandey R. B.—Indian Palaeography—Part 1. (1957) pp. 61.

৭ প্ৰাগুক্ত গ্ৰন্থ, পিঠি—৬১-৬২

৮ প্ৰাগুক্ত গ্ৰন্থ পিঠি—৬৫

ব্ৰাহ্মী আৰু খৰোষ্ঠী লিপিৰ দৰে সিন্ধুলিপিৰ পাঠোদ্ধাৰৰ কাৰণেও দেশী-বিদেশী পণ্ডিতমণ্ডলীয়ে যত্নৰ ক্ৰুটী কৰা নাই। মেৰিগ্ৰি নামৰ পণ্ডিত এজনে ভাব ব্যঞ্জক চিত্ৰলিপিৰ দৃষ্টিকোণেৰে সিন্ধুলিপিৰ পাঠোদ্ধাৰৰ যত্ন কৰিছিল। লণ্ডন[৯] জি, আৰ, হাণ্টাৰ[১০] আদিয়ে ব্ৰাহ্মীপিৰ লগত ইয়াৰ সম্পৰ্ক প্ৰদৰ্শনৰ প্ৰচেষ্টা চলায়। ইজিপ্ত আৰু মেচোপটেমিয়াৰ পুৰণি লিপিৰপৰা এৰা ধৰা নীতিৰে সৃষ্টি কৰা সিন্ধু লিপিয়ে আনকি ফিনিচীয়, সাবীয় আৰু চাইপ্ৰাচৰ অদিবাসীসকলৰ পুৰণি চাইপ্ৰিয়োট লিপিৰ বৰ্ণমালাকো বিশেষভাৱে প্ৰভাৱান্বিত কৰা বুলি হাণ্টাৰ চাহাবে গণ্য কৰে। ৰেভা° হেৰাচে সিন্ধুলিপিৰ পাঠোদ্ধাৰৰ প্ৰযত্ন চলাই এই সিদ্ধান্তত উপনীত হয় যে এই লিপি লেখাৰ পদ্ধতি সোঁহাতৰপৰা বাওঁহাতলৈ আৰু মূলতঃ সিবোৰ দ্ৰাবিড় মূলীয় অমিল ভাষাৰে এক।[১১] চাৰ, জন মাৰ্শ্বালো এই মতৰ অনুগামী।[১২] 'দ্য ইণ্ডো সুমেৰীয়ান চীলচ্ ডেচাফাৰড্' গ্ৰন্থত এল-এ, ৱাডেলে দেখুৱাইছে যে খ্ৰীঃ পূঃ ৪০০০ বছৰৰ আগেয়ে সিন্ধু উপত্যকাত সুমেৰীয়সকলৰ উপনিবেশ আছিল, গতিকে তেওঁলোকৰ ভাষা আৰু লিপি—উভয়কে এই দেশত চলাই দিয়ে। হিট্টাইট লিপিতত্ত্ববিদ্ বি. ৰোজনিয়ে ( Hrozny ) হিট্টাইট আৰু সিন্ধুলিপিৰ মাজত নিগূঢ় সম্পৰ্কৰ কথা উল্লেখ কৰে আৰু বিশ্ব-বিশ্ৰুত ভাষাতত্ত্ববিদ্ ড° সুনীতি-কুমাৰ চট্টোপাধ্যায়ে ইয়াক ব্ৰাহ্মীলিপিৰে প্ৰত্নৰূপ বুলি গণ্য কৰে।[১৩] আন-হাতে এযুগতকৈও অধিকাল সিন্ধুলিপিৰ পাঠোদ্ধাৰত একানপতীয়াকৈ লাগি থকা এচ. আৰ. ৰাৱে এই লিপি চেমীয় লিপিৰ প্ৰভাৱত গঢ়ি উঠা বুলি কৈ ইয়াৰ ভাষাক ইণ্ডো-ইউৰোপীয় বুলি দৃঢ় মত প্ৰকাশ কৰে।[১৪]

৯ Marshall,John—Mohenjodaro and the Indus Civilization (1931), vol 11, pp 423-24

১০ Hunter, G. R.—The Script of Harappa and Mohenjodaro and Its Connection with other Scripts (1934)

১১ Heras. H—Studies in Proto Indo Mediterr anean Culture (1953)

১২ Marshall. John—Mohenjodaro and Indus Civilazation (1931), vol. 11.

১৩ Chatterjee, S. K.-Brahmi-The Mother of Indian Script, in Indian Systems of Writing (1966) pp. 9

১৪ Rao. S. R.-Indus Script Deciphered in The Illustrated Weekly of India, Dee' 71



সিন্ধু সভ্যতাৰ পতনৰ পাছৰে পৰা খ্ৰীঃ পূঃ তৃতীয় শতাব্দীলৈকে ভাৰতীয় লিপিয়ে কেনে বিৱৰ্তনৰ পথেদি আগবাঢ়িছিল তাৰ কোনো ধৰণৰ প্ৰত্যক্ষ প্ৰমাণ আজিলৈ উদ্ধাৰ হোৱা নাই। সম্ৰাট অশোকৰ অভিলেখবোৰত ব্যৱহৃত ব্ৰাহ্মী লিপিৰ গঢ় সুন্দৰ, সুপৰিকল্পিত—প্ৰয়োজনাধিক চিহ্ন সিবোৰত পাবলৈকে নাই।[১৫] আনহাতে বিশ্বৰ লিপিসমূহৰ উৎপত্তি আৰু বিকাশৰ বুৰঞ্জী অধ্যয়ন কৰিলে দেখা যায় যে প্ৰতিটো লিপিয়ে চিত্ৰলিপিত আৰম্ভ হৈ অক্ষৰ লিপিৰ মাজেদি আগবাঢ়ি বৰ্ণলিপি পায়গৈ। প্ৰত্যক্ষ বা পৰোক্ষভাৱে ঋণ কৰা নহলে কোনো লিপিয়ে অক্ষৰ লিপি বা বৰ্ণলিপিত আৰম্ভ হ'ব নোৱাৰে।[১৬] ব্ৰাহ্মীলিপিৰ বিকাশৰ প্ৰাথমিক স্তৰসমূহ আজি আমাৰ দৃষ্টিৰ অন্তৰালত। তদুপৰি বেদত 'লিপি' শব্দৰ পৰিবৰ্তে 'শ্ৰুতি' শব্দৰহে প্ৰয়োগ ঘটিছে গুণে বিদেশী অধিকাংশ লিপি বিশাৰদে ভাৰতীয় লিপিক আমদানী কৃত সম্পত্তি বুলি কবলৈ বিচাৰে।

আনহাতে, যি ভাৰতবাসীয়ে জ্ঞান-বিজ্ঞানৰ বিভিন্ন শাখাত পৰকাষ্ঠা দেখুৱাবলৈ সমৰ্থ হৈছিল আৰু যিয়ে অক্ষৰ বিজ্ঞানৰ সূক্ষ্মাতিসূক্ষ্ম বিচাৰ বিশ্লেষণৰ চৰ্চা কৰিবলৈ সমৰ্থ হৈছিল, সেই ভাৰতবাসীয়ে যে লেখনকলা আন দেশৰপৰা ঋণ কৰিব—তাক কল্পনা কৰাও টান। বৈদিক সাহিত্যত অক্ষৰ সম্পৰ্কীয় ভালেখিনি কথাৰ উল্লেখ আছে। ছান্দোগ্য উপনিষদত 'হিংকাৰ ইতি ত্ৰ্যক্ষৰং প্ৰস্তাৱ ইতিত্ৰ্যক্ষৰং তত্ সমম্' ( ২—১০ ) আৰু তৈত্তিৰীয় উপনিষদৰ 'ৱৰ্ণ স্বৰঃ মাত্ৰা বলম' (১—১) শাৰী দুটাই অতীত ভাৰতৰ অক্ষৰ বৰ্ণ, স্বৰ আৰু মাত্ৰাজ্ঞানৰ পৰিচয় প্ৰোজ্জ্বল কৰে। মহাকাব্য দুখনতো লিপি সম্পৰ্কীয় কথাৰ অভাৱ নাই।[১৭] খ্ৰীষ্ট জন্মৰ কেবা শতিকা পূৰ্বে ৰচনা কৰা বশিষ্ঠ ধৰ্ম সূত্ৰ (১৬. ১০. ১৪-১৫), বিষ্ণু-ধৰ্ম সূত্ৰ (৬-২৩), গৌতম-ধৰ্ম সূত্ৰ (১৩-৪) আদিতো ভাৰতীয় লেখন কলাৰ প্ৰমাণ আছে। প্ৰাতঃস্মৰণীয় সংস্কৃত বৈয়াকৰণিক পাৰ্ণিনিৰ ( খ্ৰীঃ পূঃ চতুৰ্থ শতিকা ) 'অষ্টাধ্যায়ী'ত লিপি, লিৱি, লিপিকাৰ ১৩, ২, ২১ ) প্ৰভৃতি শব্দৰ উপৰি 'যৱনানী' ( ৪. ১. ৪৯ ; =যৱনলিপ্যামিতি ৱক্তব্যম্, যৱনানীলিপি—পতঞ্জলিৰ ভাষ্য ) লিপিৰো উল্লেখ আছে।[১৮] মনুৱে

১৫ Taylor, I-The Alphabet, vol. 11. pp. 289

১৬ Gelb, I. J.-A Study of Writing (1962) pp. 201

১৭ Pandey, R. B.-Indian Palacography, pp. 10

১৮ পাণিনিক কোনো কোনোৱে খ্ৰীঃ পূঃ ৮ম শতিকাৰ লোক বুলিও কবলৈ বিচাৰে। সবিশেষ জানিবলৈ ড° বাসুদেৱ চৰণ আগ্ৰৱালৰ 'পাণিনিকালীন ভাৰতবৰ্ষ' পঢ়ক

তেওঁৰ সংহিতাত লেখন কলাৰ উল্লেখ কৰিবলৈ পাহৰা নাই ( মনু সংহিতা-৮. ১৬৮ )। খ্ৰীষ্ট জন্মৰ কেই শতিকামান পাছত ৰচনা কৰা নাৰদ আৰু বৃহস্পতিৰ স্মৃতিত, সংসাৰ কৰ্ম সুচাৰুৰূপে সম্পাদন কৰিবলৈ স্বয়ং ব্ৰহ্মাই লেখন কলাৰ সৃষ্টি কৰা বুলি লিখা হৈছে।[১৯]

বৌদ্ধ আৰু জৈন গ্ৰন্থ সমূহতো ভাৰতীয় লেখন কলাৰ কথা বিবৃত হৈছে। বৌদ্ধসকলৰ পৱিত্ৰ গ্ৰন্থ 'বিনয়পিটক'ৰ 'ভিক্খু পাচিত্তিয়'ত (২.২) লেখা আৰু লেখক শব্দ দুটি সংৰক্ষিত হৈছে। 'মহাবগ্গ'ত (১.৪৯) স্পষ্ট উল্লেখ আছে যে অতীজ ভাৰতৰ প্ৰাথমিক বিদ্যালয়ত ৰূপ, গণনা আৰু লেখ—এই তিনিওটা বিষয় অৱশ্য পঠনীয় আছিল। জাতক সাহিত্যতো ( কটাহক জাতক ) লিপি আৰু লেখা সঁজুলিৰ সন্ভেদ পাওঁ।[২০] বিখ্যাত জৈনগ্ৰন্থ 'পন্নবৰ্ণাসূত্ৰ'ত যি ওঠৰ প্ৰকাৰ লিপিৰ নাম আছে তাৰে ভিতৰত গ্ৰীক লিপি জৱ নালি বা জৱনালিয়ৰ উপৰি 'বস্‌ভী' ( নমো বস্‌ভীয়ে লিবিয়ে ) আৰু 'খৰোথী' লিপিৰ নামো পোৱা গৈছে। প্ৰথম নাইবা দ্বিতীয় শতিকামানত ৰচিত হোৱা ভগৱান বুদ্ধৰ জীৱনবৃত্ত 'ললিত বিস্তাৰ'ত চৌষষ্ঠি প্ৰকাৰ ভাৰতীয় আৰু বহিৰ্ভাৰতীয় লিপিৰ তালিকাভুক্ত কৰা হৈছে।[২১]

একাধিক গ্ৰীক লেখকৰ লেখাত ভাৰতীয় লেখন কলাৰ উল্লেখে ইয়াৰ প্ৰাচীনত্ব সূচনা কৰে। ভাৰতবাসীয়ে তুলাৰপৰা কাকত প্ৰস্তুত কৰাৰ সংবাদ মহাবীৰ আলেকজেণ্ডাৰৰ লগত সেনানীৰূপে ভাৰতভূমিত পদাৰ্পণ কৰা নিয়াৰ্কচে ( খ্ৰীঃ পূঃ ৩২৬ ) পৰিবেশন কৰিছে। পাটলিপুত্ৰত খ্ৰীঃ পূঃ ৩০৫ ৰ পৰা খ্ৰীঃ পূঃ ২৯৯ লৈ কটোৱা গ্ৰীক্ কটকী মেগষ্টনিচে তেওঁৰ বিখ্যাত ভ্ৰমণ-টোকা 'ইণ্ডিকা'ত জন্মকুণ্ডলী প্ৰস্তুত কৰাৰ প্ৰণালী আৰু আলিবাটৰ দূৰত্ব-জ্ঞাপক প্ৰস্তৰখণ্ড ব্যৱহাৰৰ স্পষ্ট উল্লেখ কৰিছে।[২২] আন এগৰাকী গ্ৰীক লেখক কিউ. কাৰ্টিয়াচেও বৃক্ষবিশেষৰ আন্তঃবল্কলখণ্ড লিখাৰ সঁজুলিৰূপে ব্যৱহাৰ কৰাৰ বৰ্ণনা দিছে।[২৩]

খ্ৰীঃ ৬৬৮ ত সংকলন কৰা চীনা বিশ্বকোষ 'ফা-ৱান-শু-লিন'ত স্বয়ং ব্ৰহ্মাই

১৯ নাৰদ স্মৃতি ৪.৭০ ; ব্যৱহাৰ নিৰ্ণয়—৮১ পিঠি।

২০ Bühler, G.—On the Origin of the Brahma Alphabet· pp. 3-35

২১ ললিত বিস্তাৰ, দশম অধ্যায়, ১২৫.১৯

২২ Indica of Megasthenes, 91, 125-26

২৩ Pandey, R. B.—Indian Palaeography, pp 7



উদ্ধাৰ কৰা ব্ৰাহ্মীলিপিৰ কাহিনী আছে।[২৪] আৰু আৰবী পণ্ডিত আল-বেৰুনীয়ে তেওঁৰ টোকাত ভাৰতীয় লিপিৰ প্ৰাচীনত্বৰ কথা লিপিবদ্ধ কৰিছে।[২৫]

অতীতক এৰি অশোকৰ সময়ৰ অনুশাসনসমূহলৈ লক্ষ্য কৰিলে আমি সিবোৰত দুইপ্ৰকাৰ ভিন্ন লিপিৰ প্ৰয়োগ দেখিবলৈ পাওঁ—খৰোষ্ঠী আৰু ব্ৰাহ্মী। মানসেহৰা ( হজাৰা জিলা, পাকিস্থান ) আৰু শাহবাজগড়ী (পেশোৱাৰ জিলা) এই অনুশাসন দুখনিত ব্যৱহৃত লিপিয়ে বৰ্তমানলৈ প্ৰাপ্ত খৰোষ্ঠী লিপিৰ প্ৰাচীনতম নিদৰ্শন। এইবিধ লিপিক গান্ধাৰ, ইণ্ডো-বেক্‌ট্ৰিয়ান, বেক্‌ট্ৰো-পালি, কাবুলী আদি ভিন্ন নামে জনা গলেও খৰোষ্ঠী নামটোহে অধিক পৰিচিত।[২৬]

অধ্যাপক সিলঁভা লেভীয়ে চীনদেশৰ 'কিয়া-লু-শ্বু্ত (ন) লে' প্ৰদেশত সমুৎপন্ন লিপিয়ে সংস্কৃতত 'খৰোষ্ঠ' ৰূপ লোৱা বুলি ভাবে যদিও[২৭] কোনো কোনোৱে জন্মদাতা 'খৰোষ্ঠ'ৰ (=গাধৰ ওঠ ) নামানুযায়ী আলোচিত লিপিয়ে 'খৰোষ্ঠী' নাম লয় বুলিও মন্তব্য দিয়ে। ভাৰতৰ উত্তৰ-পশ্চিম সীমান্তৰ অৰ্ধ-সভ্য খৰোষ্ঠ জাতিৰ লোকে ব্যৱহাৰ কৰা গুণেও আন কোনোৱে ইয়াক 'খৰোষ্ঠী' আখ্যা দিয়ে। আন কিছুমানৰ মতে আকৌ, ইৰাণী-ভাষাৰ 'খৰোষ্ঠ' বা 'খৰোপস্ত' (=গাধৰ ছাল ) শব্দৰ পৰাহে খৰোষ্ঠীৰ উদ্ভৱ।[২৮] হিব্ৰু ভাষাত 'খৰোশেথ' (khoroseth) শব্দই খোদাই বা লিখা বুজায়। ড° সুনিতীকুমাৰ চট্টোপাধ্যায়ে হিব্ৰু ভাষাৰ 'খৰোশেথ' শব্দই দেৱভাষাত 'খৰোষ্ঠী' নাম লোৱাৰ সন্দেহ কৰে। দুই এজন পণ্ডিতে আকৌ আৰ্মিক 'হৰুট্‌ঠা' ( =লিখা ) শব্দহে 'খৰোষ্ঠীৰ'ৰ প্ৰকৃত পিতৃ বুলিব খোজে।[২৯]

লিপিৰ নাম য'ৰ পৰাই নাহক লাগিলে, গান্ধাৰ আৰু উত্তৰ পঞ্জাৱত খৃঃ পূঃ চতুৰ্থ শতাব্দীৰে পৰা ইয়াৰ প্ৰয়োগ হোৱাতো হলে ঐতিহাসিক সত্য।

২৪ Babylonian and Oriental Records, 1,59

২৫ Sachau, Alberuni's India, 1, 171.

২৬ Das Gupta, C. D.—The Development of the Kharosthi Script (1958)

২৭ Waber. A.–Indiche Streifen, vol III pp 8

২৮ Pandey, R. B.–Indian Palaeography, pp. 52-58 ; ওঝা–ভাৰতীয় প্ৰাচীন লিপিমালা ; গুণাকৰ মূলে ভাৰতীয় লিপিয়োঁ কী কহানী (১৯৭৪), পিঠি–১৩৪-১৪১

২৯ পাণ্ডে–প্ৰাগুক্ত গ্ৰন্থ পিঠ ৫৩ ; গুৰুপিয়া কৌমুদী পিঠি–৬৮

কালক্ৰমত পূৰ্ব প্ৰচলিত স্থানত খৰোষ্ঠীৰ অপসাৰণ ঘটিলেও মধ্য এচিয়াৰ বিভিন্ন স্থানত বহুশতিকা জুৰি ইয়াৰ চলতি থকাৰ প্ৰমাণ বিভিন্ন স্থানত প্ৰাপ্ত শিলালেখ আৰু আন আন লেখাই আমাক দিয়ে।[৩০]

পুৰালিপিতত্ত্ববিদ্ বুহলাৰ, থমাচ, ড° টেলৰ প্ৰভৃতিয়ে আৰ্মেইক লিপিৰ লগত খৰোষ্ঠীৰ ৰক্ত সম্পৰ্ক বিচাৰি পাইছে। ড° টেলৰ আৰু মি. ই. থমাচে দেখুৱাইছে যে খৰোষ্ঠী ব (বেথ) ন (নান), ৰ (ৰেচ) আৰু ৱ—এই চাৰিটা বৰ্ণ আৰ্মেইক বৰ্ণমালাৰ পৰা ধাৰ কৰা। বুহলাৰে এই ঋণৰ সংখ্যা এডজনলৈ বৰ্ধিত কৰিছে।[৩১]

ব্ৰাহ্মীলিপিৰ দৰে খৰোষ্ঠীৰ প্ৰয়োগ সমগ্ৰ ভাৰত ভূমিত প্ৰাপ্ত লিপিমালাত হোৱাৰ প্ৰমাণ নাই। উত্তৰ-পশ্চিম ভাৰতত বিশেষকৈ গান্ধাৰ আৰু উত্তৰ পঞ্জাবৰ লিপি মালাতহে ইয়াৰ ব্যৱহাৰ আছে। অৱশ্যে তক্ষশিলাৰ পৰা চাৰ ই. কানিংহামে উদ্ধাৰ কৰা মূদ্ৰা বিশেষতো এই লিপি দেখিবলৈ পোৱা যায়।[৩২] সিদ্ধপুৰ শাসনৰ লেখক 'পড়' ই মূল পাঠৰ অন্তত 'লিপিকৰেণ' শব্দটো খৰোষ্ঠী লিপিত দিয়াতো মনকৰিবলগীয়া কথা।[৩৩] পঞ্জাৱ আৰু পশ্চিম এচিয়াৰ বিভিন্ন স্থানত প্ৰাপ্ত খৃঃ পূঃ চতুৰ্থ শতিকামানৰ মূদ্ৰাসমূহে স্পষ্টভাবে প্ৰমাণ কৰে যে ইণ্ডো-গ্ৰীচিয়ান নৃপতিমণ্ডলী খৰোষ্ঠীলিপি ব্যৱহাৰৰ পক্ষপাতী আছিল। শক আৰু কুষাণ বংশৰ কিছু অভিলেখতো ইয়াৰ প্ৰয়োগ হৈছে। এই লিপিত দীৰ্ঘস্বৰ পাবলৈ নাই। ই, উ, এ আৰু ও—এই হ্ৰস্বস্বৰ কেইটাহে এই লিপিত দেখিবলৈ পাওঁ। সোঁ হাতৰ পৰা বাওঁহাতলৈ লিখা এই লিপিৰ জন্মভূমি ভাৰতবৰ্ষই বুলি ক'বলৈ বিচৰা সকলৰ থিয়ৰি আজি অচল হ'ল যদিও খৰোষ্ঠী লিপিত ব্ৰাহ্মীৰ প্ৰভাৱ একেবাৰে নুই কৰিব নোৱাৰি। দৃষ্টান্ত স্বৰূপে খৰোষ্ঠী লিপি সাধাৰণতে সোঁহাতৰ পৰা বাওঁ হাতলৈ লিখা হলেও ব্ৰাহ্মী প্ৰভাৱান্বিত দুই এক খৰোষ্ঠী লিপিৰ অনুশাসন বাওঁহাতৰ পৰা সোঁহাতলৈকেও লিখা হৈছে। ব্ৰাহ্মীলিপিৰ প্ৰভাৱত বৃত্ত

৩০ Basham, A. L.–The Wonder that was India, pp 400

৩১ Buhler G.–Indian Studies, vol. III. pp 107

৩২ Cunninghum A–The Coins of Ancient India, pp 31

৩৩ Buhler G–Indian Studies. vol. III. pp 50 ; মূলে–ভাৰতীয় লিপিয়োঁ কী কহানী ; পিঠি–১৪২-৪৩



আৰু বিভিন্ন ৰেখাৰ সহায়ত এই লিপিয়েও হ্ৰস্ব-স্বৰ বুজাবলৈ ললে আৰু আৰ্মেইক ভাষাত নথকা ভ, ঘ আৰু ধ বৰ্ণও খৰোষ্ঠীত চল্তি হ'ল।[৩৪]

সম্ৰাট অশোকৰ মাত্ৰ দুখনত বিনে বাকীবোৰ অনুশাসনৰ লিপিক ব্ৰাহ্মী আখ্যা দিয়া হৈছে। ভাৰতীয় ধাৰণামতে এই লিপি ভাৰতৰ নিজস্ব সম্পত্তি আৰু ইয়াৰ সৃষ্টিকৰ্তা স্বয়ং ব্ৰহ্মা। চীনা বিশ্বকোষ 'ফা-বাণ-শু-লিন'ৰ মতেও ব্ৰহ্মাই (ফান্) জয়জয়তে এই লিপি ব্যৱহাৰ কৰা গুণে ইয়াৰ নাম ব্ৰহ্ম বা ব্ৰাহ্মী হ'লগৈ।[৩৫]

ব্ৰাহ্মীলিপিৰ উৎপত্তি আৰু বিকাশতো নানা মুনিৰ নানা মত। এদল লিপিতত্ত্ববিদে ইয়াক বহিৰ্ভাৰতৰ আমদানি বুলিব খোজে। তেওঁলোকৰ সিদ্ধান্তসমূহ এনে ধৰণৰ :

(ক) ড° আলফ্ৰেড ম্যুলৰে স্পষ্ট ভাবে নিৰ্দেশ দিয়ে যে আলেকজেণ্ডাৰৰ আক্ৰমণৰ সুফল ৰূপে ভাৰত বাসীয়ে গ্ৰীকৰ পৰা লেখন-কলা লাভ কৰে।[৩৬] প্ৰখ্যাত পুৰালিপিতত্ত্ববিদ জেমচ প্ৰিন্সেপ, এমিলি চেনৰ্ট [৩৭] প্ৰভৃতি পণ্ডিতেও এই মতৰ সপক্ষে অভিমত দিয়ে। ঐতিহাসিক দৃষ্টিকোণৰ পৰা এনে যুক্তি মানি লোৱা টান—কিয়নো আলেকজেণ্ডাৰৰ আক্ৰমণৰ পূৰ্বেই ভাৰত ভূমিত লেখন-কলা চল্তি থকাৰ পুৰাতাত্ত্বিক প্ৰমাণ আছে। (খ) চাৰ উইলিয়ম জোনচ্ [৩৮] এ. ৱেবৰ [৩৯] প্ৰভৃতি পণ্ডিতে ফিনিচীয় লিপিৰ পৰা ব্ৰহ্মীলিপিৰ বিকাশ হোৱা বুলিব খোজে। এই মতৰ প্ৰৱক্তা সকলক আকৌ তিনিটা ভাগত ভগাব পাৰি—(খ.১) এ. ৱেবৰে ব্ৰাহ্মী লিপিৰ লগত ভালেকেইটা ফিনিচীয় লিপিৰ সাদৃশ্য লক্ষ্য কৰি আগৰ বিধ আখৰ পাছৰ বিধ আখৰৰ প্ৰভাৱত গঢ়ি উঠা বুলি সিদ্ধান্তত উপনীত হয়। স্বনামধন্য পণ্ডিত আৰ. এন. কাষ্টেও প্ৰায় অনুৰূপ মন্তব্যকে আগ বঢ়ায়।[৪০] দাক্ষিণাত্যৰ লিপিমালাৰ

৩৪ ভোলানাথ তেৱাৰী–ভাষা বিজ্ঞান (অষ্টম সং) পিঠি–৪৮৬

৩৫ Babylonian and Oriental Records 1.59.

৩৬ Diringer. David.—The Alphabet, (2nd Rev. ed. 1953) pp 335

৩৭ Indian Antiquary, vol. xxxv. pp. 253.

৩৮ Taylor. I.—The Alphabet. vol. ii. pp 304

৩৯ Diringer. D.—The Alphabet. pp. 335

৪০ 'The resemblance of the Indian alphabet to those that have taken root in Western Asia, Africa and Europe, all of which are unquestionably of Phoençian Origin, is so striking that it is difficult to entertain the idea of a separate origin'—J.R.A.S. vol. xvi (New Series) 1884, pp 330.

বিশেষজ্ঞ এ. চি. বুৰ্ণেলে আনহাতে ফিনিচীয় আৰ্মেইক মূলৰ পৰা ভাৰতীয় লিপি বিকাশৰ ৰূপৰেখা অংকন কৰিছে।[৪১] পাছে ফিনিচীয় লিপিৰ লগত ব্ৰাহ্মীলিপিৰ সম্পূৰ্ণ মিল নথকাত উপৰি উক্ত সিদ্ধান্তক আজি বহুতে ভ্ৰান্তিমূলক বুলি গণ্য কৰে। পুৰালিপিতত্ত্ববিদ্ গৌৰীশংকৰ হীৰাচন্দ ওঝাই ফিনিচীয় 'গিমেল'ৰ লগত ব্ৰাহ্মীৰ 'জ' বৰ্ণৰহে সাদৃশ্য লক্ষ্য কৰিছে আৰু বাকী বৰ্ণমালাৰ কোনোধৰণৰ সাদৃশ্য নাই বুলি দৃঢ় অভিমত দিছে।[৪২] দুটা ভিন্ন লিপিৰ এটা বৰ্ণৰ মিল সম্পূৰ্ণ আকস্মিক হোৱাতো একো অস্বাভাৱিক নহয়।

(খ. ২) ড° আই. টেলৰে দক্ষিণ চেমিটিক লিপিৰ পৰা ব্ৰাহ্মী লিপিৰ বিকাশৰ যি ৰূপৰেখা টানিবলৈ যত্ন কৰিছিল,[৪৩] সেই প্ৰযত্ন পণ্ডিত মণ্ডলীৰ কোনো পধ্যেই আদৰণীয় নহ'ল। কিয়নো ড° টেলৰে চেমিটিক লিপিৰ যিবোৰ চিহ্ন ব্ৰাহ্মীয়ে ঋণ কৰা বুলি দেখুৱাইছে—সেই চিহ্নমালাৰ ধ্বনিৰ লগত ব্ৰাহ্মীলিপিৰ ধ্বনি সামঞ্জস্য সংৰক্ষিত হোৱা নাই। দৃষ্টান্ত স্বৰূপে, ব্ৰাহ্মী চ আৰু ক বৰ্ণ যেতিয়া চেমিটিক 'কাফ্' নাইবা ব্ৰাহ্মী জ আৰু ষ বৰ্ণ যেতিয়া চেমিটিক 'শ্বিন'ৰ পৰা বিকাশ হোৱা বুলি মন্তব্য দিয়ে, তেতিয়া দুয়োটা ভাষাৰ বৰ্ণৰ ধ্বনি বৈষম্যই তেনে মন্তব্য শিথিল কৰি পেলায়।[৪৪]

(গ. ৩) উত্তৰ চেমিটিক লিপিৰ পৰা ব্ৰাহ্মী লিপিৰ বিকাশৰ বিজ্ঞান-সন্মত সিদ্ধান্ত লয় জৰ্জ বুহলাৰে। তেওঁ মেয়াৱৰ ৰজা মেচাৰ প্ৰস্তৰ লিপি, চিঞ্জিৰিলি আৰু এচিৰিয়া সাম্ৰাজ্যৰ কিছু উৎকীৰ্ন লিপিৰে সৈতে ব্ৰাহ্মী লিপিৰ সাদৃশ্য লক্ষ্য কৰে।[৪৫] উত্তৰ চেমিটিক লিপিত খোদিত সেই শিলালেখসমূহৰ সময় খৃঃ পূঃ ৮৯০ ৰ পৰা খৃঃ পূঃ ৭৫০ বুলি পণ্ডিত মণ্ডলীৰ অভিমত। বৈদিক, উত্তৰ বৈদিক আৰু বৌদ্ধ জাতকৰ বিভিন্ন আখ্যানৰ আলমত বুহ্লাৰে অনুমান কৰে যে উপযুক্ত ঠাইসমূহৰ লগত ভাৰতবৰ্ষৰ ব্যৱসায় বানিজ্য কেবাশতিকা

৪১ Burnell. A. C.—Elements of South Indian Palaeography (2nd ed. 1968) pp. 9.

৪২ জি. এইচ. ওঝা—ভাৰতীয় প্ৰাচীন লিপিমালা, ( তৃতীয় সং ) পিঠি—১৮-১৯

৪৩ Taylor. I.—The Alphabet. vol. 11. pp. 304-323

৪৪ Buhler. G.—On the Origin of the Indian Brahma Alphabet. pp. 54 ;

৪৫. Buhler. G.—Indian Palaeography, Indian Studies : Past & Present. vol. 1 (1959).



পূৰ্বৰে পৰা ভালদৰে হৈছিল গুণে সেই ঠাইৰ লেখন-কলাই আহি ভাৰত ভূমিত পদাৰ্পণ কৰে।[৪৬]

ব্ৰাহ্মী লিপি সাধাৰণতে বাওঁ ফালৰ পৰা সোঁ ফাললৈ লিখা হয়। আনহাতে চেমিটিক লিপি লেখাৰ ৰীতি হ'ল সোঁ হাতৰ পৰা বাওঁ হাতলৈ। এই দৃষ্টি কোণৰ পৰা কানিংহাম প্ৰমুখ্যে এদল পণ্ডিতে বুহ্লাৰৰ মন্তব্য ভ্ৰান্ত বুলিবলৈ বিচৰাৰ লগে লগে তেওঁ ক'লে যে অশোকৰ অভিলেখ সমূহ সাধাৰণতে বাওঁহাতৰ পৰা সোঁহাতলৈ লেখা হলেও জোগড়, ঢৌলী আৰু দেহলী অনুশাসনৰ ভালেকেইটা আখৰ ওলোটাকৈ খোদিত কৰা হৈছে। মধ্যপ্ৰদেশৰ ইৰাণ নামে ঠাইত প্ৰাপ্ত মুদ্ৰা এটিৰ উপৰি সিংহলত পোৱা ব্ৰাহ্মীলিপিত খোদিত কেবাখনো অনুশাসনৰ লেখা সোঁহাতৰ পৰা বাওঁহাতলৈ ব্যাপ্ত। অন্ধ্ৰপ্ৰদেশৰ য়েৰগুৰী শৈললেখ খনি লেখা হৈছে 'লাংগল কৰ্ষণৱৎ' পদ্ধতিত।[৪৭] এইবোৰে বুহ্লাৰৰ মন্তব্যত শাণ দিয়ে।

(ঘ) এচাম পুৰালিপিতত্ত্ববিদে ব্ৰাহ্মী লিপিৰ জন্ম আৰু বিকাশ ভাৰতভূমিতে হোৱা বুলি ভাবে। এই ক্ষেত্ৰত জয় জয়তে জেনেৰেল কানিংহামৰ নাম স্মৰণীয়। ভাৰতীয় লিপিয়ে চিত্ৰলিপিত জন্মলাভ কৰি অনুক্ৰমে অক্ষৰলিপিলৈ উত্তৰণ কৰে। মানৱ দেহৰ অংগ-প্ৰত্যংগ বুজোৱা প্ৰতিটো চিত্ৰ বা ভাৱলিপিয়ে সময়ৰ অগ্ৰগতিত একোটাইত ব্ৰাহ্মী লিপিৰ জন্ম দিয়ে বুলি কানিংহামে কৰলৈ বিচাৰে।[৪৮] দৃষ্টান্ত স্বৰূপে, ব্ৰাহ্মী 'খ' আখৰ খনিত্ৰ বা কোদালৰ অনুকৰণত সৃষ্ট। একেদৰে 'য' অক্ষৰ যৱৰ পৰা, 'দ' দন্তৰ পৰা, 'ধ' ধনুৰ পৰা, 'প' পাণিৰ পৰা, 'ম' মুখৰ পৰা, 'ৱ' ৱীণাৰ পৰা, 'ন' নাসাৰ পৰা, 'হ' হস্তৰ পৰা, 'ল' লাংগলৰ পৰা আৰু 'শ' শ্ৰৱণৰ অনুকৰণত বিকশিত হোৱা। এই পদ্ধতি সম্পূৰ্ণ ভাৰতীয়।[৪৯] কল্পনা প্ৰসূত কানিংহামৰ সিদ্ধান্ত বুহ্লাৰে তীব্ৰ সমালোচনাৰে থকা-সৰকা কৰে।

আৰ. শৰ্মাশাস্ত্ৰীয়ে সংস্কৃত তান্ত্ৰিক সাহিত্যৰ সূত্ৰ ধৰি ভাৰতীয় ব্ৰহ্মীয়ে

৪৬ Dani. A. H.—Indian Palaeography (1963) pp. 8-9

৪৭ বুহলাৰৰ পাচত আৱিষ্কৃত এই শৈল শাসনৰ পাঠ 'ইণ্ডিয়ান হিষ্ট্ৰীকেল কোৱাৰ্টাৰলী'ৰ সপ্তম বৰ্ষত প্ৰকাশ পাইছে। ( পিঠি—৮১৭ )

৪৮ Cunninghum. A.—Coins of Ancient India. pp. 38

৪৯ Dutta. R. C.—Civilization in the Buddhist Age. pp. 113 ; Cunninghum. A.—Inscriptions of Asoka; pp 51-63

বিভিন্ন প্ৰতীকৰ দ্বাৰা বিকাশ-প্ৰাপ্ত হয় বুলি মন্তব্য কৰে। পূজাৰ কাৰণে পাতৰ ওপৰত বিভিন্ন আকাৰৰ সৰু-বস্তু বৃত্ত আৰু ত্ৰিভুজৰ মাজত অংকিত দেৱদেৱীৰ প্ৰতীকক 'দৱানাম্ নগৰম্' আখ্যা দিয়া হয়। [৫০] ভাৰতীয় লিপিয়ে এনে ৰহস্যজনক বিভিন্ন 'দেৱানাম নগৰম্' প্ৰতীকৰ পৰা উদ্ভুত বোলা কথাষাৰ যিকোনো যুক্তি নিষ্ঠ লোকেই মানিবলৈ টান পাব।

জন ডচনে ভাৰতীয় লিপিমালা গংগা উপত্যকাৰে কোনোবাখিনিত সৃষ্টি হোৱাৰ সম্ভাৱনা প্ৰকাশ কৰে। [৫১] এওঁৰ পৰৱৰ্তী লেখক জয় শ্বলে হিন্দু অক্ষৰ বৈদিক যুগতে উদ্ভৱ হোৱাৰ উল্লেখ কৰে। পণ্ডিত গৌৰীশংকৰ হিৰচন্দ ওঝাই দৃঢ়ভাৱে ঘোষোণা কৰে যে চিত্ৰলিপিৰ পৰা কালক্ৰমত ভাৰতীয় লিপিৰ উদ্ভৱ আৰু সময়ৰ অগ্ৰগতিত সি ধ্বনিতাত্ত্বিক বৈশিষ্ট্য সমূহ সংৰক্ষণ কৰিবলৈ সমৰ্থ হয়। ইয়াত কোনো বিদেশী লিপিৰ ছাঁ পৰা নাই। [৫২]

ব্ৰাহ্মীলিপিৰ জন্মদাতা আৰ্য নে দ্ৰাৱিড় সকল—এই লৈয়ো পণ্ডিত সকলৰ মাজত মতানৈক্য নথকা নহয়। এডোৱাৰ্ড থমাছে দ্ৰাৱিড় সকলক এই লিপিৰ সৃষ্টিকৰ্তাৰ আসনত জয় জয়তে বহুৱাবলৈ যত্ন কৰিছিল। আৰ্যসকলৰ পূৰ্বে দ্ৰাৱিড় সকল ভাৰত ভূমিত পদাৰ্পণ কৰা সূত্ৰৰ আলমতে এই নতুন সূত্ৰৰ উদ্ভাৱন কৰিছিল যদিও একাধিক কাৰণত এই সূত্ৰ মানিব নোৱাৰি। কিয়নো পুৰনি ব্ৰাহ্মীৰ অধিকাংশ নিদৰ্শনেই উত্তৰ ভাৰততহে পোৱা গৈছে—দাক্ষিণাত্যত নহয়। দাক্ষিণাত্যৰ আদিবাসী দ্ৰাবিড় সকল এই লিপিৰ আৱিষ্কাৰক হোৱাহলে দাক্ষিণাত্যতহে ইয়াৰ প্ৰাধান্য থাকিলেহেঁতেন। দ্বিতীয়তে দ্ৰাৱিড় ভাষা গোষ্ঠীৰ অন্তৰ্গত প্ৰাচীনতম ভাষা তালিকাত বিভিন্ন বৰ্গৰ প্ৰথম আৰু পঞ্চম বৰ্ণহে উচ্চাৰিত হয়—বাকীবোৰ নহয়। আনহাতে ব্ৰাহ্মীত বৰ্গৰ পাঁচোটা বৰ্ণৰেই শুদ্ধ উচ্চাৰণ হোৱাৰ প্ৰমাণ আছে। গতিকে ব্ৰাহ্মীলিপিৰ জনকৰ আসন দ্ৰাৱিড়সকলৰ প্ৰাপ্য নহয়।

ব্ৰাহ্মীলিপিৰ উৎপত্তিৰ আঁত বিচাৰি দেশ-বিদেশলৈ ধাপলি মেলাতকৈ সিন্ধুলিপিৰ ওচৰ চাপিলে সমস্যাৰ ভালেখিনি সমাধান হয় বুলি একাধিক ভাৰতীয় ঐতিহাসিকে ভাবে। সিন্ধুলিপি চিত্ৰলিপি, ভাৱলিপি আৰু অক্ষৰ লিপিৰ সমাহাৰ। গতিকে এইবিধ লিপিৰ পৰাই ব্ৰাহ্মীলিপিৰ জন্ম আৰু

৫০ Indian Antiquary, vol. xxxv, pp. 225

৫১ J.ARS (New Series) vol. xiii (1881) pp 112.

৫২ ওঝা—ভাৰতীয় প্ৰাচীন লিপিমালা, পিঠি—৩০



বিকাশ হয় বুলি লংডনে মন্তব্য দিয়ে। হাণ্টাৰে এই মন্তব্যক অধিক শক্তিশালী কৰাৰ প্ৰযত্ন চলায়। [৫৩] ভাৰতভূমিত জন্ম গ্ৰহণ কৰা প্ৰত্ন-ব্ৰাহ্মীৰ-পৰা সময়ৰ অগ্ৰগতিৰ লগে লগে বিকাশৰ স্তৰ অতিক্ৰম কৰি ব্ৰাহ্মীলিপিয়ে পৰিপূৰ্ণতা লাভ কৰে বুলি ভাষাচাৰ্য ড° সুনীতিকুমাৰ চট্টোপাধ্যায়[৫৪], ড° ৰাজবলী পাণ্ডে [৫৫] আৰু ড° দীনেশচন্দ্ৰ সৰকাৰে[৫৬] শেষ সিদ্ধান্তত উপনীত হৈছে। এই লিপিৰ নিটোল ৰূপদানৰ ক্ষেত্ৰত সংস্কৃত বৈয়াকৰণিক সকলৰ অৱদানৰ কথা কোনোপধ্যেই অস্বীকাৰ কৰিব নোৱাৰি। ধ্বনিবিজ্ঞানৰ দীৰ্ঘম্যাদী অনুশীলনৰ সুফল হ'ল ব্ৰাহ্মীলিপি। [৫৭]

খ্ৰ পূঃ তৃতীয় চতুৰ্থ শতাব্দীত বৌদ্ধধৰ্মৰ পৱিত্ৰ বাণীসমূহ লিপিবদ্ধ কৰিবলৈ ব্ৰাহ্মী লিপিৰ প্ৰথম প্ৰয়োগ হয়। আদিতে ই বৰ জনপ্ৰিয় নহলেও কালক্ৰমত এয়ে ভাৰতৰ একমাত্ৰ লিপিত পৰিণত হ'ল। [৫৮] সম্ৰাট অশোকে এই লিপিত তেওঁৰ অভিলেখ সমূহ খোদিত কৰাৰ পাছৰে পৰা ইয়াৰ মৰ্য্যদা বাঢ়িল আৰু ৰাষ্ট্ৰীয় ঐক্য সাধনৰ সেতু স্বৰূপ হ'ল। পৰৱৰ্তী নৃপতিমণ্ডলীয়ে এই লিপিত অভিলেখ সমূহ খোদিত কৰাতো এটা ৰীতিত পৰিণত হ'ল। পাছে সময়ৰ অগ্ৰগতিয়ে অশোক-কালীন 'ধম্মলিপি'ৰ চেহেৰা সলনি নকৰালৈ নেৰিলে।

৫৩ Landan–Mohenjodaro and the Indus Civilization, vol, II (ed-by Marshall), pp, 423 ; Hunter, G, R, –The Script of Harappa and Mohenjodaro and its Connection with other Scripts,

৫৪ Chatterjee, S, K, –Languages and Literatures of Modern India, (1965) pp, 65

৫৫ Pandey, R, B, –Indian Palaeography, pp. 50

৫৬ Sincer, D, C, –Inscriptions of Asoka, pp. 25

৫৭ 'Bold', simple, grand, complete the characters are easy to remember, facile to read and difficult to mistake, representing with absolute precision the graduated niceties of sound which the phonetic analysis of sanskrit grammarians had discovered in that marvellous idiom. None of the artificial alphabets which have been proposed by modern phonologists excel it in delicacy, ingenuity, exactitude and comprehensiveness," –Taylor, The Alphabet, vol, ii, pp, 289,

৫৮ Verena, T. P, –The Palaeography of Brahmi Script in Northern India (1971) pp 6-8

একো একোটা ৰাজফৈদৰ লিপিকাৰৰ হাততেই সুকীয়া সুকীয়া ৰূপ লোৱাৰ সুযোগ ল'লে। পৰৱৰ্তী কালৰ লিপিবিশাৰদসকলে সেই সুকীয়া ৰূপবোৰ লক্ষ্য কৰি ব্ৰাহ্মীলিপিক বিভিন্ন কাল্পনিক নামেৰে নামকৰণ কৰিলে। তলত এই বিষয়ে চমুকৈ আলোচনা কৰা হ'ল।

(ক) অশোক লিপি ঃ—সম্ৰাট অশোকৰ ( খৃঃ পূঃ ২৬৯—২৩২ ) অনুশাসন মালাত ব্যৱহৃত লিপিকে অশোক লিপি আখ্যা দিয়া হয়। এই যুগৰ ব্ৰাহ্মীত্ব অ, আ, ই, এ, উ, আৰু ও এইকেইটা স্বৰধ্বনি, অনুস্বাৰ, অনুনাসিক্য, অৰ্ধস্বৰ আৰু উষ্মধ্বনিৰে সৈতে তেত্ৰিশটা ব্যঞ্জনৰ প্ৰয়োগ দেখিবলৈ পাওঁ। ঈ, ঊ, ঐ আৰু ঔ—এইকেইটা স্বৰধ্বনিৰ আদিস্থানত প্ৰয়োগ অশোক লিপিত পাবলৈকে নাই। অশোকৰ পৌত্ৰ দেৱনাথ প্ৰিয় দশৰথৰ নাগাৰ্জুনী গুহা অনুশাসনলৈকে অশোক লিপিৰ স্টাইল অব্যাহত থাকে।[৫৯] এই সময়ছোৱাত আমি আৰু কেইখনমান শৈল-ব্ৰঞ্জ আৰু পাত্ৰলেখত অশোক লিপিৰ প্ৰয়োগ দেখিবলৈ পাওঁ। খৃঃ পূঃ তৃতীয় শতাব্দীৰ অধঃস্তৰৰ এই লেখ সমূহ হ'ল ঃ মহাস্থান শৈলশাসন[৬০], সোগৰ জঙ্গ অনুশাসন[৬১], পিপ্ৰৱা পাত্ৰ-লেখ[৬২] আৰু ৰামগড় গুহা অনুশাসন।[৬৩] অশোক লিপিৰ কোনো পৰিবৰ্তন আমি এই লেখমালাত দেখিবলৈ নাপাওঁ গুণেই ড° ঠাকুৰ প্ৰসাদ বৰ্মাই এই কালছোৱাত 'ট্ৰেনজিশ্বনেল পিৰিয়ড' আখ্যা দিছে।[৬৪]

(খ) শুংগকালীন ব্ৰাহ্মীলিপি ঃ—খৃঃ পূঃ দ্বিতীয় শতাব্দীৰ ব্ৰাহ্মী লিপিক কোনো কোনো লিপিতত্ত্ববিদে শুংগকালীন ব্ৰাহ্মী নাম দিছে। এই কালছোৱাত ভাৰত ভূমিত বৈদেশিক আক্ৰমণ চলে আৰু গ্ৰীকসকলৰ লেখন-কলাৰ আদৰ্শত ভাৰতীয় লিপিৰ ৰূপ পৰিবৰ্তনৰ যত্ন কৰা হয়। এই প্ৰযত্ন

---

৫৯ Upasak, C. S.—The History and Palaeography of Mauryan Brahmi Script, (1960)

৬০ Das Gupta, C. C.—Indian Culture, vol, III, pp. 206-8

৬১ Sircar, D. C.—Journal of the Asiatic Society (Letters) 1952, pp, 1-4

৬২ Sircar, D. C.—Slect Inscriptions, (1942) pp, 84

৬৩ Cunninghum, A.,—Inscriptions of Asoka, pp. 33

৬৪ Verena. T. P.—The Palaeography of Brahmi Script. pp, (23-4)



ঘাইকৈ চলে মুদ্ৰাপৃষ্ঠত। এনে মুদ্ৰা তক্ষশিলাৰ পৰা মধ্যপ্ৰদেশৰ ইৰাণ জিলালৈকে পোৱা গৈছে। গ্ৰীচৰ আৰ্হিত ভাৰতীয়লোকেও লিপি খোদিত কৰাৰ ক্ষেত্ৰত বিভিন্ন ধৰণৰ পৰীক্ষা-নিৰীক্ষা চলোৱা গুণে খৃঃ পূঃ দ্বিতীয় শতিকাটোক 'এজ অব এক্সপেৰিমেণ্ট' আখ্যা দিয়া হৈছে।[৬৫] নতুন পৰীক্ষাৰ নমুনা বিভিন্ন মুদ্ৰাৰ উপৰি হেলিওডৰাচৰ বেসনগৰ অনুশাসন আৰু ১৯৬৫ চনত হৰিয়াণাৰ অম্বালা জিলাত প্ৰাপ্ত 'বাৰাখড়ী' ( দ্বাদশাক্ষৰী ) লিপি খোদিত মৃন্ময় খেলনা বিশেষত সংৰক্ষিত হৈছে।[৬৬]

খৃঃ পূঃ দ্বিতীয় শতাব্দীত আৰম্ভ হোৱা লিপি-খোদনৰ পৰীক্ষাৰ ধাৰাটি খৃঃ পূঃ প্ৰথম শতিকাতো অব্যাহত থাকিল। মুদ্ৰাৰ উপৰি সাঁচী আৰু ভৰহুতৰ ৰেলিঙৰ বিভিন্ন স্থানত ৰাজকীয় লিপিকাৰৰ উপৰি ভিক্ষু আৰু উপাসকৰো হস্তাক্ষৰে শোভাবৰ্ধন কৰিলে। ভাৰতীয় লিপিৰ এই শতিকা কালক 'পিৰিয়ড অব ডিফুশ্বন' বোলা হৈছে।[৬৭]

(গ) কুষাণলিপি—খৃষ্টজন্মৰ পাচৰেপৰা কুষাণ বংশী নৃপতি মণ্ডলীৰ আন্দোলনত ভাৰতীয় ব্ৰাহ্মীলিপিৰ সঘন ৰূপান্তৰ ঘটে। নতুন ধৰণৰ লেখনিৰ প্ৰয়োগেই এই ৰূপান্তৰৰ কাৰণে ঘাইকৈ দায়ী। আখৰবোৰ অনুক্ৰমে অলংকৃত হবলৈ ধৰিলে আৰু স্থানীয় বৈশিষ্ট্যৰো প্ৰথম শিহৰণ তুলিলে।[৬৮] সাঁচী, মথুৰা, কৌশম্বী. সাৰনাথ আৰু শ্ৰাৱস্তীত স্থানীয় শৈলীয়ে মূৰ ডাঙি উঠাৰ প্ৰয়াস চলালেও উত্তৰ ভাৰতীয় লিপিত দুটা শৈলী অধিক স্পষ্ট ৰূপত ধৰা দিলে—পূৰ্বী আৰু পশ্চিমাশৈলী। কৌশম্বীৰ শৈললেখ সমূহে কুষাণ পূৰ্বী শৈলীৰ আৰু মথুৰাৰ শৈললেখ মালাই পশ্চিমা শৈলীৰ প্ৰতিনিধিত্ব কৰে।[৬৯] কেইটামান আখৰৰ [ম, হ আৰু স] গঢ়ৰ ভিন্নতাই পূৰ্বী আৰু পশ্চিমা শৈলীৰ মূল হেতু বুলি লিপিতত্ত্ববিদসকলৰ ধাৰণা। পশ্চিমা শৈলীৰ প্ৰতিনিধিত্ব কৰা মথুৰাৰ অনুশাসন সমূহক ড° টি. পি. বৰ্মাই 'অফিচিয়েল' আৰু

---

৬৫। Verma. T. P.—Development of Script in Ancient Kamrupa (1976) pp 10

৬৬। মুলে—ভাৰতীয় লিপিয়ো কী কহানী, পিঠি-৪৯

৬৭। Verma T. P.—The Palaeography of Brahmi Script. pp 55—81

৬৮। Dani. A. H.—India Palaeography (1963) pp 52-53

৬৯। Verma. T. P.—The Palaeography of Brahmi Script. pp 109-110

'প্ৰাইভেট'—এই দুটি উপশাখাত বিভক্ত কৰিছে। 'অফিচিয়েল' অনুশাসন সমূহত কুষাণ নৃপতি মণ্ডলীৰ নাম পোৱাৰ উপৰি ৰাজকীয় লিপিকাৰৰ নিপুন হাতৰ পৰশত সিবোৰে অধিক কলাত্মক ৰূপ পৰিগ্ৰহ কৰিছে। আনহাতে 'প্ৰাইভেট' অনুশাসন সমূহত বিভিন্ন হস্তাক্ষৰৰ বিতোপন চানেকি দেখিবলৈ পোৱা যায়।[১০]

অশোক লিপিৰপৰা কুষাণ লিপিৰ পাৰ্থক্য ভালেখিনি। যেনে—অশোক লিপিত শিৰোৰেখা নাই, কিন্তু কুষাণ লিপিত আমি জয় জয়তে শিৰোৰেখাৰ অৱস্থিতি লক্ষ্য কৰোঁ। পূৰ্বৰ বৰ্গক্ষেত্ৰাকাৰ লিপিয়ে কুষাণ যুগত ত্ৰিকোণাকাৰ ৰূপ লয়। অশোক লিপিত ব্যঞ্জনৰ লগত থকা স্বৰ-চিহ্ন আছিল পোন। কুষাণ কালত সি বক্ৰ ৰূপ ললে। ন, ণ, স, ম, ল আৰু স্য—এই আখৰ-কেইটাৰ তুলনামূলকভাৱে পৰিৱৰ্তন ঘটিল বেছি। সৌন্দৰ্য বৰ্ধনৰ কাৰণে শিৰোৰেখাত ওপৰফালি ৰেখাবো সংযোগ ঘটিল। কুষাণ যুগত একাধিক নতুন বৰ্ণৰ অৱস্থিতি আন এটি মনকৰিবলগীয়া কথা। 'সিদ্ধম্' শব্দ লেখিবলৈ হলত চিহ্নৰ প্ৰয়োগ হ'ল 'ঙ্গ' আৰু 'জ্ঞ'—এই যুক্তাক্ষৰ দুটি পোৱা গ'ল আৰু দুই এখন অনুশাসনত বৈদিক 'ল' নি বুজোৱা লিপিৰো প্ৰয়োগ ঘটিল।[১১] মথুৰাৰ 'প্ৰাইভেট' লেখত বিৰাম চিহ্নৰ ব্যৱহাৰ হৈছে।

(ঘ) গুপ্তলিপি—গুপ্তযুগ ভাৰতৰ ইতিহাসত এটি স্বৰ্ণোজ্জ্বল যুগ। এই সময়ৰ উত্তৰ ভাৰতৰ ব্ৰাহ্মী লিপিক (খৃঃ চতুৰ্থ শতিকা) গুপ্তলিপি আখ্যা দিয়া হৈছে। গুপ্ত যুগ সংস্কৃত ভাষা আৰু ব্ৰাহ্মণ্য অভিলেখকে পৰশি যায়। কলম আৰু চিয়াঁহীৰ ব্যৱহাৰে এই যুগীয় ব্ৰাহ্মীলিপিৰ ৰূপৰ পৰিবৰ্তন আনে। দন্তৰ শীৰ্ষবিন্দুত ত্ৰিকোণ অধিক স্পষ্ট হয়—ত্ৰিকোণী অক্ষৰে কেতিয়াবা চতুষ্কোণী ৰূপ লয় আৰু দন্তৰ ৰেখাৰ নিম্নাংশতো পাদচিহ্ন বা পুচ্ছৰেখাই ভুমুকি মাৰে। স্বৰমাত্ৰাৰ খোটা আৰু ক্ষীণ উভয়ৰূপে দৃশ্যমান হয়।

উত্তৰ ভাৰতৰ গুপ্ত লিপিৰ তিনিটা ভিন্ন শৈলী জৰ্জ বুহ্লাৰে লক্ষ্য কৰে—(১) পূৰ্বী শৈলী—ল, হ, ষ আৰু স—এই চাৰিটা আখৰৰ বৈশিষ্ট্য এই শৈলীৰ মূলভেটি।[১২] সমুদ্ৰগুপ্তৰ এলাহাবাদ স্তম্ভলিপি, দ্বিতীয় চন্দ্ৰগুপ্তৰ উদয়গিৰি গুহালিপি, প্ৰথম কুমাৰ গুপ্তৰ মানকুৱঁৰ লিপি, ভীমবৰ্মণৰ কোচাম মূৰ্তিলিপি,

১০। Ibid. pp 113

১১। মূলে–ভাৰতীয় লিপিয়োঁ কী কহানী, পিঠি ৫৮-৫৯

১২। Bühler. G.–Indian Palaeography. pp 46



স্কন্দগুপ্তৰ কহাম্ স্তম্ভলিপি প্ৰভৃতিত গুপ্তলিপিৰ পূৰ্বী শৈলীৰ নিদৰ্শন সংৰক্ষিত হৈছে। (২) পশ্চিমা শৈলী—বেকাঁ ঘুৰণীয়া শিৰ ইয়াৰ বৈশিষ্ট্য।[১৩] দ্বিতীয় চন্দ্ৰগুপ্তৰ মথুৰালিপি দ্বিতীয় চন্দ্ৰগুপ্তৰ চাঁচী অনুশাসন, স্কন্দগুপ্তৰ ভৈটাৰী স্তম্ভলিপি, বুধগুপ্তৰ ইৰাণ স্তম্ভলিপি, স্কন্দগুপ্তৰ ইন্দোৰ অভিলেখ প্ৰভৃতিত এই শৈলীৰ প্ৰয়োগ ঘটিছে। (৩) দক্ষিণী শৈলী—কৌণিক ৰূপাংকন ইয়াৰ বৈশিষ্ট্য। প্ৰথম কুমাৰগুপ্তৰ বিলসড স্তম্ভলিপি, বিশ্ববৰ্মণৰ গান্ধাৰ লিপি, স্কন্দগুপ্তৰ গীৰ্ণাৰ শৈল শাসন আদিত এই শৈলীৰ নমুনা সংৰক্ষিত হৈছে।[১৪] গুপ্তশৈলীত লিখা পুস্তকৰ পাণ্ডুলিপি ভাৰতৰ 'গিলগিট'ত (কাশ্মীৰ) পোৱাৰ উপৰি মধ্যএচিয়াৰ কাশগড়তো পোৱা গৈছে।

নদীৰ সোঁতৰ লেখীয়াকৈ ভাৰতৰ লিপিমালায়ো দ্ৰুত ৰূপান্তৰৰ সোত-ধাৰাত আগবাঢ়ে। খৃষ্টীয় সপ্তম শতাব্দীত উত্তৰ ভাৰতৰ ৰূপান্তৰিত লিপি-মালাক 'সিদ্ধমাতৃকা' নাম দিয়া হৈছে।[১৫] 'সিদ্ধমাতৃকা'ৰ প্ৰকৃত নাম 'সিদ্ধম লিপি'। এই লিপিত অভিলেখ বা পুস্তকাদি লিখোঁতে আৰম্ভণিতে 'ওঁ নমঃ সিদ্ধম্' লিখা হয়। সংস্কৃতৰ এই বাক্য জনসাধাৰণৰ মুখত 'অন-মসি-ধম' ৰূপে উচ্চাৰিত হৈ কালক্ৰমত 'সিদ্ধম্' শব্দৰ জন্ম হৈছে। আৰবৰ পণ্ডিত আলবেৰুণীয়ে কাশ্মীৰ, বাৰানসী আৰু মধ্যদেশত সিদ্ধমাতৃকা লিপিৰ আৰু মালৱাৰত নাগৰ লিপিৰ প্ৰচলনৰ সাক্ষ্য দিছে। জাপানৰ হোৰিয়ুজি বৌদ্ধ বিহাৰত সংৰক্ষিত তাল-পত্ৰত লিখা 'উষ্ণীষবিজয়ধাৰিণী' সিদ্ধমাতৃকা লিপিৰ পুৰণি নিদৰ্শন। ৫২০ খৃঃত মহাস্থৱিৰ বোধিধৰ্মই এই হস্তলিখিত পুথি ভাৰতৰপৰা চীনদেশলৈ নিয়ে। তাৰ পাছত ৬০৯ খৃঃত ই জাপান পায়গৈ। লিপিৰ শিৰোৰেখাৰ সোঁ অংশ কিছু তললৈ বেকাঁ হৈ শীৰ্ষস্থানত একোটাকৈ সূক্ষ্মকোণৰ সৃষ্টি কৰাগুণে ফ্লীটে এইবিধ লিপিক কুটিলাক্ষৰ বা কুটিল লিপি আখ্যা দিছিল। 'কুটিল লিপি'ৰ উল্লেখ অৱশ্যে পুৰণি কাকত-পত্ৰতো নথকা নহয়।[১৬] জৰ্জ বুহ্লাৰে 'শীৰ্ষকোণী' (একুট এংগেলড্) কুটিল লিপিৰ জন্ম পঞ্চম শতাব্দীতে বুলি দেখুৱালেও ড° দানীয়ে সেই মন্তব্য মানিবলৈ টান পায়।[১৭]

১৩। Ibid–Ibid.–pp 47

১৪। Banerji. R. D.–The Origin of the Bengali Script. (1919) pp 25

১৫। Agrawala. V. S.–Indian Systems of Writing. pp 13

১৬। Dani, A. H.–Indian Palaeography, pp 115; Neog. M.–Indian Systems of Writing, pp 18

১৭। Dani. A. H.–Op. Cit. pp 115

খৃষ্টীয় সপ্তম শতিকাত ভাৰতীয় লিপি মালাৰ যি প্ৰত্ন আঞ্চলিক ৰূপ প্ৰকট হয়, [৭৮] সিয়েই একাদশ-দ্বাদশ শতাব্দীত পৰিপূৰ্ণতা লাভ কৰে। কাৰিকৰী ব্যৱস্থাৰ উন্নতি সাধন, অধিক অলংকৰণৰ প্ৰতি মনযোগ আৰু সৰলভাৱে দ্ৰুতগতিত লিখাৰ হেপাহ—এই তিনিটা কাৰণতে ভাৰতৰ আঞ্চলিক লিপি সমূহে পৰিপূৰ্ণতা পায় বুলি ড° আহমদ হাছান দানীয়ে মত পোষণ কৰে।[৭৯]

হৰ্ষবৰ্ধনৰ ( খৃঃ ৬০৬—৪৭ ) মৃত্যুৰ পাছত উত্তৰ ভাৰতৰ লিপিমালাই বহল ভাবে তিনিটা আঞ্চলিক ৰূপ গ্ৰহণ কৰাৰ কথা ড° সুনীতি কুমাৰ চট্টোপাধ্যায়ে উল্লেখ কৰিছে। সেয়াহ'ল—শাৰদা বা উত্তৰ-পশ্চিমা, শ্ৰীহৰ্ষ বা দক্ষিণ পশ্চিমা আৰু পশ্চিম মধ্যমা আৰু কুটিল বা পূৰ্বী।[৮০]

শাৰদা কাশ্মীৰৰ আৰাধ্য দেবী গুণে কাশ্মীৰৰ পুৰণি নাম 'শাৰদা মণ্ডল'। শাৰদা মণ্ডলত বিকশিত লিপিয়েই শাৰদা। কালক্ৰমত ইয়াৰ প্ৰয়োগ কমি আহিলেও ইয়াৰ পৰাই নিম্নোক্ত লিপিমালা বিকশিতহ য়—(ক) টাকৰী—পঞ্জাৱ, জম্মু আৰু পাহাৰী প্ৰদেশত বহুল ভাবে কোনো ধৰণৰ গুৰুত্ব দিয়া প্ৰচলিত টাকৰী লিপি মহাজনী লিপিৰে প্ৰকাৰভেদ—য'ত স্বৰ মাত্ৰাৰ প্ৰতি নহয়। (খ) গুৰুমুখী—শিখসকলে তেওঁলোকৰ ধৰ্মগ্ৰন্থত ব্যৱহাৰ কৰা লিপিকে গুৰুমুখী আখ্যা দিয়া হৈছে। (গ) লংডা—এই লিপিও মহাজনী লিপিৰে প্ৰকাৰভেদ বুলিব পাৰি। এসময়ত এই লিপিত শিখধৰ্ম গ্ৰন্থাৱলী লেখিবলৈ লোৱা হৈছিল যদিও পঠনৰ অসুচলতা গুণে সেই ৰীতিৰ অৱসান ঘটিল। (ঘ) ডোগ্ৰী, মণ্ডেৱালী, কুল্লুই, জোনসাৰী, কোছী আৰু কষ্টৱাৰী লিপিৰো জন্ম পুৰণি শাৰদা লিপিৰ পৰাই।

গুজৰাট, ৰাজস্থান আৰু উত্তৰ প্ৰদেশ হৰ্ষলিপি বিকাশৰ থলি। পুৰণি নাগৰী লিপিৰ জন্ম হয় হৰ্যলিপিৰ পৰা।[৮১] গুজৰাটৰ নৃপতি তৃতীয় জয়ভট্টৰ ৭০৬ খৃঃত খোদিত অভিলেখৰ 'স্বহস্তো মম জয়ভট্টস্য'—আদি নাগৰীৰ প্ৰথম

৭৮। Ibid—pp 113—115

৭৯। Ibid—pp 113

৮০। Neog. M.—Indian System of Writing, pp 18 ; নাৰায়ণ দাস—বিশ্বলিপিৰ ভূমিকা (১৯৭৩) পিঠি ৪৪—৫০

৮১। নাগৰী লিপি বিকাশৰ বহল আলোচনা ড° ভোলানাথ তেৱাৰীৰ 'হিন্দী ভাষা' গ্ৰন্থৰ 'লিপি' অধ্যয়ত পাব। আৰ. শৰ্মা শাস্ত্ৰীৰ 'দ্য অৰিজিন অব দ্য দেৱনাগৰী এলফাবেট' (১৯৭৩) এই বিষয়ৰ আন এখনি পঠনীয় গ্ৰন্থ।



প্ৰকাশ। দাক্ষিণাত্যৰ ৰাষ্ট্ৰকূট বংশৰ নৃপতি দন্তিদূৰ্গ ( ৭৫৪ খৃঃ ) দ্বিতীয় গোবিন্দ ৰাজ (৭৮০ খৃঃ), তৃতীয় গোবিন্দ (৭৯৪ খৃঃ) প্ৰভৃতি ৰজাসকলৰ উপৰি কংকনৰ শিলাহৰ বংশৰ নৃপতি মণ্ডলীৰ অভিলেখবোৰতো আদি নাগৰীৰ চানেকী সংৰক্ষিত হৈছে। বৰ্তমানে এইটো এটা সৰ্বমান্য সিদ্ধান্তত পৰিণত হৈছে যে, নাগৰী লিপিয়ে প্ৰথমতে সুদূৰ অষ্টম শতাব্দীত দাক্ষিণাত্যত বিকাশ প্ৰাপ্ত হৈ দশম শতিকামানতহে উত্তৰ ভাৰতত ইয়াৰ জয়যাত্ৰা আৰম্ভ কৰে। বৰ্তমান দাক্ষিণাত্যৰ সংস্কৃত পুথি-পাঁজি লিখাৰ ক্ষেত্ৰত নাগৰীৰ প্ৰয়োগ পৰিহাৰ কৰিব পৰা নাই। উত্তৰ ভাৰতৰ দেৱনাগৰী লিপিয়ে দাক্ষিণাত্যত নন্দী নাগৰী নাম লোৱাটো আন এটা উল্লেখনীয় কথা।[৮২] দেৱনাগৰীৰ আৰু নন্দী নাগৰীৰ ভিতৰত পাৰ্থক্য কম, মাত্ৰ ৱ, ভ, শ, পদান্ত ম আৰু অনুস্বাৰৰ ক্ষেত্ৰতহে কিছু ভিন্নতা পৰিলক্ষিত হয়।[৮৩] পুৰণি নাগৰীৰপৰা গুজৰাটী, ৰাজস্থান, উত্তৰ প্ৰদেশ, মধ্য প্ৰদেশ আদিত প্ৰচলিত শিৰোৰেখাবিহীন মহাজনী লিপি, মহাৰাষ্ট্ৰৰ পুৰণি লিপি মোড়ী, আৰু কায়স্থ সম্প্ৰদায়ে বিশেষ ৰূপদিয়া বিহাৰৰ কৈথী লিপিৰ জন্ম হয়।

কুষাণ নৃপতিসকলৰ দিনতে ব্ৰাহ্মী লিপিৰ যি পূৰ্বী শৈলীয়ে আত্মপ্ৰকাশ কৰিছিল—সেই শৈলীয়ে গুপ্ত বা তৎপৰৱৰ্তী বিভিন্ন স্তৰ অতিক্ৰম কৰি আজি অসমীয়া, বঙলা, মৈথিলী, নেৱাৰী আৰু উৰীয়া লিপিৰ নামত আত্ম প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হৈছে।[৮৩] উপযুক্ত লিপিমালাৰ বিকাশৰ বুৰঞ্জী পাবলৈ হলে মন্দসোৰত পোৱা যশোবৰ্মনৰ শিলালেখ তিনিখন, বোধগয়াৰ মহানামনৰ শাসন দুখন, মৌখাৰীসকলৰ বিভিন অভিলেখ আৰু মুদ্ৰা, নেপালৰ অংশুবৰ্মনৰ অনুলেখ, বংগদেশৰ ধৰ্মপালৰ বোধগয়া মূৰ্তি লিপি আৰু খালিমপুৰ শাসন, দেৱপাল আৰু নাৰায়ণ পালৰ অভিলেখসমূহ আৰু পুৰণি অসমৰ সুৰেন্দ্ৰ বৰ্মাৰ উমাচল লিপি, ভূতিবৰ্মাৰ বৰগংগা শৈলশাসন, ভাস্কৰ বৰ্মাৰ ডুবি আৰু নিধানপুৰ তাম্ৰলিপি, হৰ্জৰ বৰ্মাৰ হায়ংথল আৰু পৰ্বতীয়া লিপি, বলবৰ্মাৰ উত্তৰ বৰবিল, নগাওঁ আৰু উলুবাৰী শাসন ; দেও পানীৰ হৰিহৰ মূৰ্তিলিপি, ৰত্নপাল, ইন্দ্ৰপাল. ধৰ্মপাল আৰু গোপালৰ বিভিন্ন তাম্ৰ

৮২। Agrawala. V. S.—The Devanagari Script in Indian Systems of Writing, pp 14—15

৮৩। Rao. K. V.—Indian Systems of Writing, pp 29

আৰু শৈললেখ আৰু উত্তৰ গুৱাহাটীৰ কানাই বৰশী বোৱা শৈললিপি আদি অধ্যয়ন কৰা আৱশ্যক।[৮৪]

দাক্ষিণাত্যৰ লিপি সমূহৰ ভিতৰত তামিল, মালায়লম, গ্ৰন্থ, তেলেগু আৰু কন্নাড় প্ৰধান। প্ৰাচীনতম তামিললিপি চেমিটিক উৎসৰ পৰা উদ্ভৱ হোৱা বুলি একাধিক পাশ্চাত্য পণ্ডিতেই সাব্যস্ত কৰিছিল যদিও[৮৫] বৰ্তমানে দক্ষিনাত্যৰ আটাইবোৰ লিপিৰে মূল ব্ৰাহ্মীলিপিৰ দক্ষিণী শৈলী বুলি স্বীকৃত হৈছে। সুদূৰ দক্ষিণৰ পাণ্ড্য-ৰাজ্যত তামিল ভাষা লিখিবলৈ ভট্টেলুত্তু লিপি ব্যৱহৃত হৈছিল। এই লিপি ব্ৰাহ্মীৰ দক্ষিণী শৈলীৰ পৰা বিকশিত।[৮৬] ভট্টেলুত্তু লিপিৰ গোলাকাৰ ৰূপ লক্ষণীয় কথা। এই লিপিত লিখা ভালেখিনি পুস্তক আছে যদিও শিলৰ ওপৰত ঘূৰণীয়াকৈ লিখা তেনেই অসুবিধা গুণে চোলৰাজ ৰাজবাজে এই লিপিৰ ঠাইত কোল—এলুত্তু লিপি প্ৰয়োগ কৰে। পল্লব নৃপতিসকলৰ দিনত এই লিপিৰ ভালেখিনি বিকাশ হোৱা গুণে কোনো কোনোৱে ইয়াক 'পল্লৱ-লিপিও' আখ্যা দিয়ে। বৰ্তমানৰ গ্ৰন্থ-তামিল-মালয়ালম-এই লিপিৰপৰাই বিকাশ প্ৰাপ্ত হয়।

ব্ৰাহ্মীলিপিৰ দক্ষিণী শৈলীৰ আন এটা শাখাৰপৰা তেলেগু আৰু কন্নড লিপিয়ে আত্ম প্ৰকাশ কৰে। চালুক্য নৃপতি মংগলেশৰ (খৃঃ ৫৯৮-৬১০) বাদামী বৈষ্ণৱী গুহাত কন্নাড লিপিৰ প্ৰাচীনতম নিদৰ্শন পোৱা গৈছে। কাকুস্থবৰ্মনৰ হলগিড লেখ কন্নাড লিপিৰ আন এটি নিদৰ্শন।[৮৭] বৰ্তমানৰ সিংহলী লিপিৰ জন্ম গ্ৰন্থলিপিৰপৰা। অসমৰ আহোমসকলে ব্যৱহাৰ কৰা লিপি ব্ৰাহ্মীৰ দক্ষিন শৈলীৰে প্ৰকাৰভেদ মাত্ৰ। 'টাইলিপি' নামেৰে অধিক পৰিচিত এই লিপি অসমৰ আহোম, খামতি, নৰা, টুকুং আদি ভাষাৰ মাজত প্ৰচলিত।

---

৮৪। Banerji. R. D.—The Origin of the Bengali Script (1919, 2nd ed. 1973—Nava Bharat Publishers, Cal-9); Buhler, G.—Indian Palaeography (1959); Chakravorty. S. N.—Development of Bengali Alphabet, in JRASB (Letters) 1938 pp 351—391; Neog. D—New Light on Asamiya Script (1964); Kataki. S—Purani Asamiya Lipi (1936); Verma. T. P.—Development of Script in Ancient Kamarupa (1976)

৮৫। Burnell, A. C.—Elements of South Indian Palaeography (Indian Edition 1968) Maxmuller. F—The Vedas. pp 122

৮৬। Meenakshisundaram. T. P.—Indian Systems of Writing. PP 23—27

৮৭। Roy. K. V.—Indian Systems of Writing, PP 29



ওপৰত ভাৰতীয় লিপি অধ্যয়নৰ যি চমু পৰিচয় দিয়া হ'ল—সি নিতান্তই টোকা গন্ধী। পাশ্চাত্য পুৰালিপিতত্ত্ববিদসকলে অষ্টাদশ শতাব্দীৰ অন্তিম দশকতে শুভাৰম্ভ কৰা ভাৰতীয় লিপি অধ্যয়নৰ ধাৰাটি উনবিংশ শতাব্দীত দেশী বিদেশী লিপিবিশাৰদ সকলৰ ঐকান্তিক প্ৰচেষ্টাত অধিক তেজী হৈ উঠে। বিংশ শতাব্দীতো সেই তেজ অকনো কমা নাই—বৰঞ্চ স্বাধীনোত্তৰ কালত তাৰ সম্প্ৰসাৰণহে ঘটিছে।

# অসমীয়া লিপিৰ চমু ইতিহাস

নবীনচন্দ্ৰ গোস্বামী

ভাৰতৰ সকলো অঞ্চলৰে আৰু ব্ৰহ্মদেশ আৰু দক্ষিণপূৱ এছিয়াৰ সকলো লিপিৰে উৎপত্তিস্থল ব্ৰাহ্মীলিপি। হিন্দুৰ কিম্বদন্তী মতে ব্ৰহ্ম অৰ্থাৎ বেদ সংৰক্ষণ কৰা লিপিৰ নাম ব্ৰাহ্মী লিপি। হাজাৰ বছৰে অজ্ঞাত হৈ পৰি থকাৰ শেষত এই লিপিৰ মান উলিয়ালে প্ৰিন্সেপ চাহাবে প্ৰায় আকস্মিক ভাৱে। তাৰ পাছত ফ্লীট, বাৰ্গেছ্ প্ৰভৃতি মনীষী সকলে লিপিৰ পাঠ উদ্ধাৰ কৰাত কৃতকাৰ্য হ'ল। এইসকলৰ ভিতৰত শ্ৰেষ্ঠ অনুসন্ধানকাৰীজন হল জৰ্জ বুহলাৰ। তেওঁ মধ্য এছিয়াৰ উত্তৰ ছেমিটিক লিপিৰ সাদৃশ্য দেখুৱাই সিদ্ধান্ত কৰিছিল যে ব্ৰাহ্মীৰ ২২টা আখৰ ছেমিটিক লিপিৰ লগত মিলে। তেওঁৰ অনুমান মতে খৃঃ পূঃ ৮০০ মানৰ আগত ভাৰতৰ সৈতে মধ্য-এছিয়াৰ বাণিজ্যিক চালচলন হৈছিল আৰু ভাৰতৰ সদাগৰসকলে মধ্যএছিয়াৰ পৰা এই আখৰ-বিলাক ভাৰতলৈ আনিছিল। ভাৰতৰ পণ্ডিতে সেই আখৰৰ ওপৰতে আশ্ৰয় কৰি ধ্বনিমূলক ভিত্তিত বৰ্ণমালা স্থিৰ কৰিলে। শ্ৰেষ্ঠ ধ্বনিবিজ্ঞানৰ সহায়ত কেইটামান সৰল আৰু বক্ৰৰেখাৰে ভাৰতীয় পণ্ডিতসকলে খৃঃ পূঃ ৮০০ৰ আগে পাছে এটা সৰ্বোৎকৃষ্ট লিপি নিৰ্মাণ কৰিলে যাৰ সমকক্ষ লিপি পৃথিৱীত আৱিষ্কৃত হোৱা নাই।

বুহ্লাৰৰ এই অভিমত অনেক পণ্ডিতে গ্ৰহণ কৰিবলৈ ইচ্ছা নকৰে। সিন্ধু উপত্যকাৰ সভ্যতাৰ কেন্দ্ৰ মহেঞ্জদাৰো, হৰপ্পা আদিত পোৰামাটিৰ ফলকত যি লিপি পোৱা গৈছে তাৰ লগত ব্ৰাহ্মীৰ সাদৃশ্য অনুমান কৰি পাওে প্ৰমুখ্যে পণ্ডিত সকলে প্ৰমাণ কৰিবৰ চেষ্টা কৰিছে যে ব্ৰাহ্মীৰ উৎপত্তি মহেঞ্জদাৰোৰ লিপিৰ পৰাও হোৱা সম্ভৱ। কিন্তু সিন্ধুলিপি সোঁহাতৰ পৰা লেখা, আৰু বাছামে ক'বৰ দৰে সিন্ধুৰ ২০০।২৫০ চিনৰ পৰা ব্ৰাহ্মীৰ ৪৬ টা লিপিৰ সাদৃশ্য দাঙি ধৰা কোনো অসম্ভৱ কথা নহয়। যেতিয়ালৈ সিন্ধুলিপিৰ পাঠ স্থিৰ নহয় তেতিয়ালৈকে এনেবিলাক অনুমান কল্পনাৰ কথাহে হৈ থাকিব। ব্ৰাহ্মীলিপিৰ বিশেষত্ব ধ্বনিৰ প্ৰতীকস্বৰূপে ইয়াত এটা ধ্বনিৰ কাৰণে একাধিক আখৰ নাই। এই ক্ষেত্ৰত ই ছেমিটিক আখৰতকৈ শ্ৰেষ্ঠ।



স্বৰ-ব্যঞ্জন ভেদ, ব্যঞ্জনধ্বনিৰ বৰ্গীকৰণ, অন্তঃস্থ বৰ্ণ, অনুনাসিক ধ্বনি ইত্যাদি বিভাজন অতি সূক্ষ্ম ধ্বনি-বিজ্ঞানৰ কথা। শ শ বছৰ চিন্তাৰ ফলতহে এনে বৰ্ণমালাৰ নিৰ্মাণ সম্ভৱ হ'ব পাৰে।

আন এটা মত হৈছে ব্ৰাহ্মীলিপি প্ৰথম দেখা যায় অশোকৰ লিপিত। চোহগউৰা আৰু পিপ্ৰাৱাৰ লিপি আগৰ দিনত অশোকৰ পূৰ্বৰ বুলি ধাৰণা কৰা হৈছিল। কিন্তু বৰ্তমান অশোকৰ পাছৰ বুলিহে স্থিৰ হৈছে। এজন পণ্ডিত ডঃ বৰ্মাই অনুমান কৰিছে যে ব্ৰাহ্মীলিপি অশোকৰ বহুপূৰ্বৰ পৰা প্ৰচলিত বুলি ভৱা নিৰৰ্থক। ইয়াৰ প্ৰতিদ্বন্দ্বী অন্যলিপি যদি ব্ৰাহ্মণসমাজত প্ৰচলিত আছিল তাৰ অস্তিত্বৰ চিন পোৱা নাযায়। ব্ৰাহ্মণসকলৰ ভিতৰত ৬৪ টা ধ্বনি প্ৰচলিত আছিল। তাৰ কাৰণে ৪৬টা বৰ্ণমাত্ৰ থকা অস্বাভাৱিক। গতিকে বৌদ্ধসকলে প্ৰাকৃত ভাষাত বৌদ্ধধৰ্ম প্ৰচাৰৰ কাৰণে ব্ৰাহ্মীলিপি উদ্ভাৱন কৰি লৈছিল। ইয়াৰ বিৰুদ্ধে কোৱা যায় যে প্ৰাকৃত আৰু পালিত যুগ্মস্বৰৰ প্ৰয়োজন নাই। কেৱল মানছেহৰা আৰু চাহবাজ গড়ীতহে শ-ষ-ৰ ব্যৱহাৰ আছে। তাকো নিয়মিত ভাৱে নহয়। ইফালে পালিত ল এটা বৰ্ণ আছে ব্ৰাহ্মীত নাই। গতিকে এই অভিমতো সিমান নিৰ্ভৰযোগ্য হ'ব নোৱাৰে। দেখা যায় ভাৰতত এটা আখৰে গঢ় সলাওঁতে শ শ বছৰ লাগে। যেনে খ, জ, শ, ন ইত্যাদি। বুদ্ধৰ পৰিনিৰ্বাণৰ দুশ বছৰৰ পাছতেই নতুনকৈ এটা লিপিমালা নিৰ্মাণ কৰি লোৱাটো সম্ভৱপৰ নহয়। বৌদ্ধ লিপিটোৰ নাম ব্ৰাহ্মীয়েই বা কিয় হ'ব লাগে তাৰো ব্যাখ্যা দিব নোৱাৰি।

বুহ্লাৰে স্বীকাৰ কৰিছে যে ভাৰতীয় বৰ্ণবালা এটা অতিমানৱীয় প্ৰতিভাৰ সৃষ্টি। ব্ৰহ্ম যেনে সনাতন, ব্ৰাহ্মী আখৰো তেনে সনাতন। সূক্ষ্ম ধ্বনিতত্ত্বৰ ওপৰত আবৃত কাৰণে তাৰ ব্যাখ্যা অসম্ভৱ। ছেমিটিক সাদৃশ্যৰ আখৰ হলেও ব্ৰাহ্মীলিপি ভাৰতীয় মনীষাৰ যুগজয়ী সৃষ্টি। অন্যান্য লিপি হয়তো ভাৰতবৰ্ষত আছিল, কিন্তু ব্ৰাহ্মীয়ে আটাইবোৰক নিশ্চিহ্ন কৰি পেলালে। কানিংহামে মন্তব্য কৰিছিল যে খ প্ৰমুখ্যে কিছু আখৰ চিত্ৰধৰ্মী হব পাৰে। প্ৰত্যেক আখৰৰ প্ৰাক্তন স্তৰ এটা থকাটো অসম্ভৱ নহয়। কিন্তু সেই বুলি আধুনিক সংস্কৃত শব্দৰ সহায়েৰে ব্ৰাহ্মীৰ বৰ্ণমালাৰ চিনধৰ্মী এটা ৰূপ অনুমানহে কৰি ল'ব পাৰি, প্ৰমাণেৰে স্থিৰ কৰিব নোৱাৰি। বেদ যেনেকৈ আৰ্যবিলাক ইৰাণ এৰি অহাৰ পাছত সিন্ধু তীৰৱৰ্তী অঞ্চলত সৃষ্টি হৈছিল, ব্ৰাহ্মীলিপিও

তেনেকৈ ভাৰততহে সৃষ্টি হৈছিল ; তাত ইৰাণী ধ্বনিৰ কাৰণে কোনো প্ৰতীক পোৱা নাযায়।

অশোকৰ পাছত তেওঁৰ নাতি দশৰথকে মূখ্য কৰি আনসকলৰ লিপিৰ আখৰ অশোকৰ ব্ৰাহ্মীত কৈ আগ বাঢ়িব পৰা নাছিল। মৌৰ্যবিলাকৰ পতনৰ পাছত সমগ্ৰ ভাৰতজোৰা ৰাজশক্তি নোহোৱা কাৰণে আখৰৰ সামান্য লৰচৰ হোৱা দেখা যায়। কিন্তু কুষাণসকলৰ ৰাজত্বকালত পাটলিপুত্ৰৰ পৰা মথুৰালৈ ৰাজধানী স্থানান্তৰিত হোৱাত পশ্চিমীয়া প্ৰভাৱ লিপিৰ ওপৰত পাৰিবলৈ আৰম্ভ কৰে। দানীয়ে কৈছে, ১ম শতিকাৰ পৰা বৰ্ণিকা বা লেখনীৰ পৰিবৰ্তে খাগৰিৰ ধাৰ থকা কলম ব্যৱহাৰ হবলৈ ধৰিছিল। এনে কলমৰ কাৰণেই দানীৰ মতে আখৰবোৰে লম্বৰেখাৰ ওপৰত গজালৰদৰে চিন বহিবলৈ ধৰিলে। কালক্ৰমত সি মাত্ৰালৈ পৰিণত হ'ল। লম্বৰেখাৰ তলত লেখাৰ লাহতে একোটা শুং লাগি গৈছিল। এই যুগৰ আখৰবোৰ মোটা, অসমান আৰু দেখাত আগঢ়ী আছিল। কুষাণসকলৰ পাছৰপৰা বিশেষকৈ গ্ৰীকসকলৰ দৰে মূদ্ৰাত আখৰ কাটিবলগীয়া হোৱাৰ কাৰণে আখৰবোৰ পৰস্পৰ দীঘলে বহলে সমান হবলগীয়া হৈছিল। ৰজাঘৰীয়া লিপিৰ বাদেও প্ৰজাৰ ব্যক্তিগত লিপিও ক্ৰমাৎ প্ৰচাৰ হবলৈধ ৰিলে আৰু অঞ্চলবিশেষে লিখন শৈলীও সামান্যভাৱে পৰিবৰ্তন হৈছিল। কুষাণ যুগতে প্ৰাচ্য অঞ্চলত বিশেষ ঠাচ লক্ষ্য কৰিব পাৰি। অনেক আখৰৰ মৌৰ্যযুগতকৈ পৃথক ৰূপ দেখা গৈছিল। যেনে—এ খ আদিত। খৰ সোফালৰ পাকটো বাওঁহাতলৈ ৰহিল। তাৰ ফলত ভৱিষ্যতে নাগৰী বা পূৰ্বী খৰ উদ্ভৱ হৈছিল। এৰ ত্ৰিকোণটো উলটি বহাৰ কাৰণে তাৰপৰা নাগৰীৰ একপ্ৰকাৰৰ আৰু পূৰ্বী অন্য প্ৰকাৰৰ এ উদ্ভৱ হব পৰা হ'ল। পূৰ্বত কৌশাম্বী অঞ্চলত যি শৈলী চলিছিল সি কালক্ৰমত পূৰ্বভাৰতৰ বিশিষ্ট ঠাঁচত পৰিণত হ'ল। মথুৰা আৰু সাঁচীত যি শ পোৱা যায়* কৌশাম্বীত আন এটা প্ৰকাৰ পোৱা গ'ল, সেইদৰে পশ্চিম য় পূৰবতকৈ সামান্য পৃথক। সেইদৰে স, ভ আদি আখৰতো সামান্য পাৰ্থক্য দেখিবলৈ পোৱা যায়। আখৰৰ মূৰত গোজৰ বা গজালৰ মূৰৰ দৰে যি আক পোৱা যায় সি ত্ৰিকোণ হৈ পৰিল। মধ্যভাৰতত চতুষ্কোণ শিৰত দি আখৰ লিখাৰ নিয়মো চলিছিল। কুষাণ যুগৰ আখৰৰ ঠগ গুপ্তযুগ

* প্ৰয়োজনীয় হৰফৰ টাইপ নথকাত আৰু ক্ষুদ্ৰাকৃতিৰ ব্লক কৰিব নোৱৰাত, এই প্ৰবন্ধত দিয়া তেনে হৰফৰ এখন শ্বাৰ্ট প্ৰবন্ধৰ শেহত সংলগ্ন কৰি দিয়া হৈছে। —সম্পাদক



প্ৰবেশ কৰোঁতে ভালেখিনি লৰচৰ হৈছিল। গুপ্তযুগৰ শিলৰফলি আৰু মূদ্ৰাত আখৰবোৰ প্ৰায়েই কুষাণযুগৰ নিচিনা আগঢ়ী আৰু থাউকাল। অ, ক, প, ত, ও, হৰ লম্বৰেখা অন্য আখৰৰ প্ৰায় দুগুণ। কিন্তু তামৰ ফলি আৰু তালপাতত লিখা আখৰবিলাক প্ৰায় সমানেই আছিল। গুপ্ত যুগ ৩৫০ পৰা ৫৫০ খৃঃ পৰ্যন্ত মোটামুটিকৈ ধৰা হয়। এই কালছোৱাৰ লিপিক বুহলাৰে প্ৰাচ্য, প্ৰতীচ্য, উদীচ্য, কাশ্মীৰী, দক্ষিণী, এনেভাৱে ভগাইছে। বুহলাৰে কৈছে প্ৰাচ্য-প্ৰতীচ্যৰ পাৰ্থক্য স ৰ ল হত দেখা যায়। তাৰ উপৰিও বানাৰ্জীয়ে য়ৰ কথাও যোগ দিছে। তেওঁলোকৰ মতে প্ৰাচ্য আখৰবোৰৰ ওপৰত গোজ বা গজালৰ দৰে চিন থাকে। প্ৰাচ্যৰ আখৰবোৰ সোঁফালৰ পৰা বাওঁ হাতলৈ ঢালখোৱা। আখৰৰ তলৰ অংশত দুটা ৰেখাৰ সংযোগত সূক্ষ্মকোণ একোটা ৰচনা হয়। প্ৰিন্সেপ আৰু ফ্লিটে এইবোৰ আখৰক কুটিল আখ্যা দিছে। কিন্তু বুহলাৰ, ফীয়েলহৰ্ণ আদি পণ্ডিতে এই নাম গ্ৰহণ নকৰি সিদ্ধমাতৃকা বা সূক্ষ্মকোণযুক্ত বুলি অভিহিত কৰিছে। এই বিলাক আখৰৰ পৰা নাগৰী, মৈথিলী, বঙালী, অসমীয়া, উড়িয়া লিপি উদ্ভৱ হৈছে। পূৰ্বী আৰু পশ্চিমী লিপিৰ পাৰ্থক্য মৌলিক নাছিল। মাত্ৰ কেইটামান আখৰতহে বিশেষত্ব ধৰা পৰিছে। কৌশাম্বীত যি পূৰ্বী লিপিৰ সংকেত পোৱা যায় তাৰেই পৰিণত অৱস্থা সিদ্ধমাতৃকা লিপি। পঞ্চম শতিকাত স্থান নিৰ্ণয় কৰা সুৰেন্দ্ৰ বৰ্মণৰ উমাচল লিপিত পূৰ্বী গুপ্তলিপিৰ চানেকী দেখা যায়। ই অসমীয়া আখৰৰ সংকেত কেইটামান আখৰৰ গঠনত দিছে। য়, ভ, স, ণ আখৰৰ পূৰ্বৰূপ ইয়াত দেখিবলৈ পোৱা হৈছে। ভূতিবৰ্মণৰ বৰগঙা লিপিতো একে বিধৰ আখৰ। দুয়োখনতে আকাৰৰ চিন বৰ্তমানৰ ৰেখা বা উকাৰৰ নিচিনা। ইকাৰ বাওঁফালে মাত্ৰাৰ ওপৰৰ ৰেখা ঔকাৰ সোঁফালৰ লম্বৰ তলৰপৰা সৰলভাৱে ওপৰলৈ উঠি গৈছে। পূৰ্বীৰীতিত য় আখৰ দ্বিকাণ্ডযুক্ত আৰু বাওঁফালে টোপোৰা থকা। এই কালতে দ্ৰুতভাৱে লিখনৰীতিৰ কাৰণে কৰ বাওঁফালে লম্বৰ পিঠিত টোপোৰা লাগিছে। নাগৰী আৰু পূৰ্বী শৈলীৰ ক-ৰ ইয়ে আদি ৰূপ। খ-ৰ পুৰ্বৰ সোঁফালে থকা তলৰ টোপা বাওঁফালে আহি গৈছিল। এই টোপা পাছলৈ ত্ৰিভুজৰ আকাৰ ধৰি মেল খাই অসমীয়া খ হয়গৈ। মৰ আকাৰ কুষাণ বা গুপ্তযুগৰ প্ৰথম অৱস্থাত মূদ্ৰা আৰু শিলালিপিত পোৱা ত্ৰিকোণটো গুচি বাওঁফালে সামান্য টোপোৰা লগা আধুনিক ম ৰ দৰে হৈ পৰিছিল। আৰু সৰো সেইদৰে বাওঁফালে গোজ

গোজ টোপোৰা লগ লাগি নাগৰী বা অসমীয়া আকাৰ আহি পৰিছিল। ডঃ বৰ্মাই সিদ্ধান্ত কৰিছে যে ভাস্কৰ বৰ্মাৰ ডুবি দানপত্ৰ নিধনপুৰ লিপিতকৈ পূৰ্বতে প্ৰচাৰ হৈছিল। তাৰ আখৰ পুৰণিকলীয়া আৰু ৫ম ষষ্ঠ শতিকাৰ লগতহে মিলে। ভূতিবৰ্মাৰ ৰাজত্বৰ অন্ততঃ ৫০ বছৰতকৈও আগৰ ভাস্কৰ বৰ্মাই এই দান পুনৰ প্ৰচাৰ কৰিছিল ঘোষ উপাধিকাৰী ব্ৰাহ্মণ দুজনৰ নাতি পৰিণতি সকলৰ কাৰণে। ডুবিৰ আখৰ বৰগঙ্গা লিপিৰ আখৰৰ সৈতেহে মিলে। বুহলাৰে চিনাক্ত কৰা পূৰ্বী পুৰণা হৰ সৈতে একেলগে পোৱা গৈছে। য বৰ্তমান কালৰ মৰ নিচিনা, সেইদৰে ধও প্ৰায় চতুষ্কোণী। একে ৰাজত্বকালতে দুয়োবিধৰ লিপিৰ কাৰণ এনে হ'ব পাৰে যে কামৰূপত পূৰ্বীলিপিৰ প্ৰচাৰ খৰটকীয়াকৈ হোৱা নাছিল। পুৰণি ৰীতি কিছুকাললৈ চলি আছিল আৰু নতুন পুৰণি দুইবিধ ৰীতি জনসাধাৰণৰ বোধগম্য আছিল। ৫ম শতিকাৰ পাছৰপৰা পূৰ্ব ভাৰতৰ লিপিত ব, ৱ আৰু স ৰৰ প্ৰয়োগত ভ্ৰম কৰা দেখা যায়। ব আখৰৰ সলনি ৱ হে ব্যৱহাৰ হৈছিল। নাগৰীত ত্ৰিকোণ বা টোপোৰাত এটা বিন্দু দি ৱ লিখা হৈছিল। সেয়েই আধুনিক নাগৰী ৱ। এই কালৰপৰাই লম্বৰেখা সদায় সোফালে। বৰ্তমানৰ টত বাওঁফালৰ লম্ব পূৰ্বতে অৰ্ধবৃত্তহে আছিল। ষোল শতিকাৰ পৰা পোন হৈছে। ৭ম শতিকা— এই শতিকাত গুপ্তযুগৰ পূৰ্বীলিপিয়ে যি গড় লৈছিল সি স্থায়ী হৈ ৰল। কাশীৰ পৰা পূবৰ দেশসমূহত, পূৰ্ববিহাৰ, গৌড়দেশ, উৰিষ্যা, কামৰূপ পূৰ্বীলিপিৰ দেশ। বিহাৰত ওৰ্জৰ প্ৰতীহাৰ সাম্ৰাজ্য বিস্তাৰ হোৱাৰ কাৰণে পূৰ্ববিহাৰে নাগৰী লিপি গ্ৰহণ কৰিলে। উৰিষ্যাই তেলেগুৰ প্ৰভাৱত পৰি আৰু লোহাৰ নৰণিৰে তাল পাতত লিখিব লগাৰ কাৰণে আখৰৰ ওপৰত মাত্ৰাৰ সলনি বৃত্তাকাৰ। শিৰোৰেখা লোৱাৰ কাৰণে আখৰ পৃথক হৈ পৰিল। কামৰূপ বঙ্গই খাগৰি, ঢেকীয়া ঠাৰিৰ কলম লোৱাৰ কাৰণে আৰু সাঁচীপাত-তুলাপাত ব্যৱহাৰ কৰাৰ কাৰণে আখৰৰ গড় আগৰ দৰেই প্ৰবৰ্ত্তাই আছিল। আলবেৰুণীয়ে উল্লেখ কৰা গৌড়ীৰীতি এইটোৱেই। নাগৰী বা তাৰ পূৰ্বৰ ব্ৰাহ্মলিপিৰ সৈতে সি পৃথক নহয়। বানাৰ্জীয়ে কৈছে—ছাহপুৰ লিপি আৰু······লিপিৰ দিন ধৰি অৰ্থাৎ ৬৭১ খৃঃ ৰ পৰাই পূৰ্বী শৈলী স্বতন্ত্ৰ হৈ ৰ'ল। ভাস্কৰ বৰ্মাৰ নিধনপুৰ লিপি ৬৭১ খৃঃ ৰ আগৰ। অন্ততঃ ৪০/৫০ বছৰৰ আগতে এই লিপি প্ৰচাৰ হৈছিল, গতিকে পূৰ্বী ৰীতি তেতিয়াৰ পৰাই আৰম্ভ হৈছিল। এই তিনিখন লিপিত একে আখৰেই দেখা যায়। আখৰৰ সোঁহাতৰ লম্বৰ



ওপৰত গোজৰ দৰে বা গজালৰ মূৰৰ দৰে অলংকাৰ, দেখাত ক্ষুদ্ৰ যেন এনে সংযোগ ৰেখা পাছলৈ পথালি ৰেখা হৈ মাত্ৰাত পৰিণত হ'ল, ঘৰ তিনিওডাল সৰলৰেখাতে এনে গোজ, আখৰৰ তল ভাগত আচোৰ বা বিন্দু, শোভাবৰ্দ্ধন কৰিবৰ বাবে এনে যত্ন কৰা হৈছিল।

৭ম শতিকাত আ, উ স্বৰচিহ্ন বহুৱাৰ সুস্থিৰ নিয়ম নাছিল। অৰ সোঁফালে তলত কমাৰ দৰে বক্ৰৰেখা দি আ কৰা হৈছিল। কুষাণ-যুগৰপৰা প্ৰৱৰ্তিত নিয়মেৰে আখৰৰ ওপৰত সোফালে ঢাল খোৱা ৰেখাৰ আকৃতিৰ ৰেখা, মাত্ৰাৰ পৰা সোঁফালে তললৈ নামি অহা গোজ আকাৰৰ চিন। ই স্বৰ আছিল। কিন্তু স্বৰটোৰ চিন বাওঁফালে মাত্ৰাৰ ওপৰত বেকা ৰেখা। উকাৰ বুজাবৰ কাৰণে তিনিটা নিয়ম, আখৰৰ তলত সংক্ষেপ উ বহুৱাই, আখৰৰ তলত অৰ্ধবৃত্ত বাওঁ-ফালে টানি নি নাইবা সোঁফালে লম্বৰপৰা সমান্তৰালকৈ ওপৰলৈকে সৰল ৰেখা এডাল লগাই দি উকাৰ বুজোৱা হৈছিল। কোনো আখৰত সোঁফালৰ লম্ব তললৈ কিছুদূৰ নমাই দিও উকাৰ বুজোৱা হৈছিল। যেনে (টু), (ঘু) নিধন পুৰ লিপিত সৰ্বপ্ৰথম আধুনিক নাগৰী, বন্দনা। অসমীয়া কৰ সাক্ষাৎ পোৱা হৈছে। ব্ৰাহ্মীৰ যোগ চিনৰদৰে ক টো দ্ৰুতভাৱে লিখোতে এইৰূপ হৈছিল। অসমীয়া বুলি চিনাক্ত কৰিবপৰা আন কেইটা আখৰ খ, গ, চ, ন, শ, থ, ষ, স, ল। নিধনপুৰত পোৱা ট এটা গোজ যুক্ত অৰ্ধবৃত্ত C। কিন্তু পাছলৈ এই ট পৰিত্যাগ কৰি বিভিন্নৰূপৰ ট ৰ ব্যৱহাৰ হৈছিল। ইয়াৰ লও প্ৰায় অসমীয়া হৈ পৰিছে। আকছাছ লিপিত যেনে শ আছে নিধনপুৰত তাৰ পৰিবৰ্তে মাজত মাটিৰ সলনি পথালি ৰেখাৰে কটা শ পোৱা যায়। জ, ন, ষ, ভ, প, ল, হ এই কেইটা ব্ৰাহ্মী আগৰৰ পাছলৈ অনেক ৰূপান্তৰ ঘটিছিল। নিধনপুৰত য আৰু সৰ আধুনিক আৰু পুৰণি দুয়োবিধ আখৰৰ ব্যৱহাৰ দেখা যায়। হ আৰু দ ৰ গড় প্ৰায় একেই, গতিকে পাছলৈ হ ৰ কাৰণে অন্য বিধান কৰিব লগা হল। দ্বিকান্ত আৰু পাক থকা থৰ সলনি কেতিয়াবা বাওঁফালে পেট ওলোমণ য ব্যৱহাৰ হৈছিল। আকছাছ লিপিত দুইবিধৰ যৰ প্ৰয়োগ আছে। ৮ম শতিকা—এই শতিকাত প্ৰচাৰ হোৱা কোনো লিপি অসমত পোৱা নাযায়। কিন্তু এই শতিকাৰ শেহ ভাগত প্ৰচাৰ হোৱা ধৰ্মপালৰ খালিমপুৰ লিপিত পূৰ্বী শৈলীৰ ভাল চানেকী আছে। কিছুমান আখৰৰ পৰিবৰ্তনৰ ৰীতি ৭ম শতিকাৰপৰা ক্ৰমাৎ আধুনিক নাগৰী আৰু অসমীয়া অৱস্থালৈ ৰূপান্তৰ হোৱা ভালদৰে লক্ষ্য কৰা যায়। অ, আ স্বৰ এটা অৰ্ধবৃত্ত দি

সোঁফালৰ লম্বত ছুটি ৰেখাৰে সংযোগ কৰি আধুনিক অসমীয়া অৱস্থালৈ অনা হৈছে আৰু আকাৰৰ চিন সুস্থিৰ সমান্তৰাল এডাল দণ্ড সোঁ-হাতে দি বুজোৱা হৈছে। ক, খ, ঘ, চ, ধ আখৰৰ তলত সূক্ষ্মকোণ বহি পূৰ্বী লিপিৰ স্বকীয়তা ওলাই পৰিছে। খ আৰু গ ৰ পাৰ্থক্য পশ্চিমীয়া লিপিৰ লগত লক্ষ্য কৰা যায়। পশ্চিমীয়া লিপিত বাওঁফালৰ ওপৰৰ ৰেখা সৰল হৈ নাগৰী খ গ হ'ল আৰু বক্ৰ হোৱাৰ ফলত অসমীয়া লিপি হ'ল। মৌৰ্যযুগৰ জৰ E পোন প্ৰথমে এই শতিকাতে আকাৰ পৰিবৰ্তন হৈ আধুনিক অসমীয়া জৰ ফালে ঢাল ললে। ওপৰৰ ৰেখা সংযোগকাৰী মধ্যমৰেখা সোঁফালে ভিৰ লোৱা আৰু নিম্নৰেখা এটা অৰ্ধবৃত্ত মূৰ্ধণ্য টই নিধনপুৰৰ ৰূপ এৰি এটা স্থিৰ আকাৰ ধাৰণ কৰিলে, হৰ বাওঁহাতৰ কোণ গুচি অৰ্ধবৃত্ত হ'ল আৰু তলত দুটা ছুটি আক লাগিল। এই আকাৰ স্থানীয় হৈ ৰল। খৰ ৰূপ আধুনিক নাগৰী বা অসমীয়াৰ নিচিনা হ'ল খ। য়ই গুপ্তযুগৰ ঠগ এৰি আধুনিক আকাৰ ললে। কোনো কোনো পৰবৰ্তী লিপিত পূৰ্বৰ জ, ন আদিৰ পুনৰ ব্যৱহাৰ অষ্টম শতিকাৰ পাছতো দেখা গৈছিল।

৯ম শতিকা—হৰ্জৰবৰ্মা আৰু বনমালদেৱৰ লিপিত আখৰ বিলাকৰ আধুনিক অৱস্থালৈ অগ্ৰসৰ হোৱা আকৃতি দেখা গৈছে স্বৰ চিহ্ন এতিয়াও সুস্থিৰ হোৱা নাই আৰু আকাৰ কেতিয়াবা সোঁহাতে ৰেফৰ আকৃতিৰ ছুটি ৰেখাৰে, সোঁফালে নমা অৰ্দ্ধদণ্ডৰে আৰু সাধাৰণতে সোঁফালে পূৰা সমান্তৰাল দণ্ডৰে বুজোৱা হৈছিল জা, দা, দা,। ইকাৰৰ কাৰণে কিঞ্চিৎ বক্ৰ ৰেখাৰে বাওভাগ আগুৰি মাত্ৰাৰ ওপৰলৈকে নিয়া হৈছিল আধুনিক নাগৰি আৰু অসমীয়া ই চিন ইয়াৰ পৰাই উদ্ভৱ হয়, তি আৰু দীৰ্ঘ ঈকাৰ সোঁফালে মাত্ৰাৰ ওপৰৰ পৰা বক্ৰৰেখা যুক্ত দণ্ড দি ৰচনা কৰা হয়। ই স্বৰ দুটা বিন্দুৰ তলত আধুনিক তৰ দৰে ৰেখা দি লিখা হৈছিল। এৰ ত্ৰিভুজ সমকোণ যুক্ত হৈছিল, পাছত তাৰ ওপৰভাগৰ দীৰ্ঘৰেখা ছিন্ন হৈ আধুনিক অৱস্থালৈ আহিল আৰু একাৰ বাওহাতে উলটি বহ কমাৰ দৰে মাত্ৰাৰ সৈতে লগ লাগিছিল কে, গে। গক ঠিয় কৈ বহালেই আধুনিক একাৰ হয়। নাগৰীৰ সৈতে স্বৰ চিহ্ন বহুৱাৰ পাৰ্থক্য ৯ম শতিকাৰ হয়ুংখাল আৰু পৰ্বতীয়া লিপিৰ কালৰ পৰা আৰম্ভ হৈছে। ভাস্কৰবৰ্মাৰ লিপিত যি দৰে স্বৰ চিহ্ন এ, ঐ, ও, ঔ বহুৱা হৈছিল তাৰ লগত নৱম শতিকাৰ সাদৃশ্য দেখা নাযায়। একাৰ আৰু আকাৰ যোগ দি ওকাৰ, একাৰৰপৰা আতৰত টিকনি দি ঐকাৰ। একাৰৰ লগত



আকাৰ আৰু তাৰ ওপৰত টিকনি দি ঔকাৰ চিন দিয়া এইবিলাক নাগৰীতকৈ বিলক্ষণ। নাগৰীত একাৰ আখৰৰ ওপৰত বাওঁফালে নহয়। উল্লিখিত লিপি বিলাকত একাৰ মাত্ৰাৰ সমান ৰেখাত বহিলেও আখৰৰ সোঁহাতে আকাৰ বুজোৱা লম্ব ৰেখাৰ ওপৰত টিকনি দি ঐ আৰু ঔ ৰচনা কৰা হৈছিল। এইটো আধুনিক প্ৰণালী, ই নাগৰীতকৈ ভিন্ন প্ৰকাৰৰ। নাগৰীত পুৰণা ৰীতিয়েই চলি থাকিল। নৱম শতিকাৰ লিপি কেইখনত ৱ, চ, ধ তিনিটা আখৰৰ আকাৰ একেই, কেতিয়াবা লম্বৰ বাওঁফালে অৰ্দ্ধচন্দ্ৰৰ দৰে, জ— আখৰৰ বহুদিনৰ পাছত ভিন্নৰূপ হল আৰু নৱম শতিকাৰ আখৰটো প্ৰায় অসমীয়া গঢ়ত উঠিছে, পূৰ্ব ভাৰতৰ কোনো কোনো লিপিত সোঁফালৰ নামি অহা ৰেখাডাল ওপৰমুৱা হৈ বৈ যোৱা দেখা যায়। দন্ত্য-নৰ সোঁফালে লম্ব-ৰেখা কেতিয়াবা নোহোৱাকৈ থাকে। তাৰ বাওঁফালৰ টোপোৰাৰপৰা এডাল থিয় ৰেখা নামি গৈছে জ, তৰ লগত পাৰ্থক্য কেৱল শূণ্যগৰ্ভ টোপোৰাটোতহে থাকে। প, ভ, ম, যৰ পাৰ্থক্য স্পষ্ট, পৰ বাওঁহাতৰ ঠিয় ৰেখাই এতিয়াও ভাজ লোৱা নাই আৰু নাগৰীৰ প আকাৰতে আছে। ভৰ বাওঁহাতৰ ত্ৰিভুজ আকাৰটো মুকলি হৈ তললৈ এটা থিয় ৰেখা লাগিছে। মৰ বাওহাতে এটা সৰু পাক আৰু তলত সুক্ষ্ম কোণ আৰু য়ৰ পেটটো বাওঁফালে বাহিৰলৈ ওলাই গৈছে। দন্ত্য আৰু মূৰ্দ্ধন্য ষ আধুনিক গঢ়ত উঠিছে কিন্তু তালব্য শৰ তিনিটা আকৃতি দেখা যায়। প্ৰথম দুটা স্থায়ী নহল, তৃতীয়টো আধুনিক যুগলৈকে চলি আছিল। হ আখৰৰ তলত দুদাল ছুটি ৰেখাৰ সলনি এডালহে আছিল। দৰ সৈতে তাৰ আকাৰ একেই থাকিল। পোন্ধৰ, ষোল্ল শতিকাৰ আহোম যুগৰ লিপিত আধুনিক ছাপাৰ পোৱা গৈছে কিন্তু হাতে লিখা পুথিত হে অধিক পৰিমাণে পোৱা যায়। সম্ভৱতঃ শ নৱম শতিকাৰ পৰাই ঃ ৰ লিখাত ব্যৱহাৰ হৈছিল, দুইটা বিন্দু একেশাৰীতে পাতি সৰলখোৰ লগত ক্ষুদ্ৰ বক্ৰৰেখাৰ সংযোগ কৰিলেই শ হৈ পৰে। ১০ম শতিকা— পূৰ্বভাৰতৰ দশম শতিকাৰ লিপিৰ সংখ্যা কম। সেইবিলাকত আখৰৰ বিশেষ সাল সলনি ঘটা নাই। আখৰৰ ওপৰত মাত্ৰাৰ তলত শূণ্যগৰ্ভ ত্ৰিকোণ আৰু ৰেখ অন্তত গোজ বা চেৰিফ থাকেই, কামৰূপ-অসমত যি আখৰৰ গঢ় সেইটো নাগৰীৰ দৰে। স্বৰবৰ্ণ অত দুটা বক্ৰৰেখা নাই। মাত্ৰাৰ তলৰ বাওঁহাতৰ পোণ ৰেখাৰ পৰা এডাল অৰ্ধবৃত্ত এটা ছুটি সংযোগ ৰেখাৰে সোঁহাতৰ লম্বত লাগিছে আৰু সংযোগস্থলত এটা সূক্ষ্মকোণ হৈছে। ই আধুনিক

অসমীয়া অৰ ওচৰ। ই স্বৰ দুই প্ৰকাৰৰ আৰু উ আধুনিক ডৰ দৰে। উকাৰৰ চিন কৰ মাজত কিন্তু অন্য আখৰৰ তলত ভগ্ন ৱ বা পঠালি বক্ৰ ৰেখাৰে বুজোৱা হয় আৰু দীৰ্ঘ উকাৰৰ টোপাটো বাওঁফালে। ভগ্ন ৱ বা উকাৰৰ চিন স্বৰূপে এই কালৰ পৰা ওঠৰ শতিকালৈ পোৱা যায়। ক আৰু খৰ ত্ৰিকোণ প্ৰকট কিন্তু খৰ ত্ৰিকোণ বন্ধ অৱস্থাতে আছে আৰু শিৰোৰেখা ডাল বক্ৰৰেখালৈ ৰূপান্তৰ হোৱা নাই। সেইদৰে গৰ শিৰোৰেখাও। এইটো নাগৰীৰ প্ৰভাৱ। ক্ষৰ পৰিষ্কাৰ ৰূপ হোৱা নাই প্ৰায় স্কৰ নিচিনা। শৰ আগত অনুস্বাৰৰ সলনি ঙ দেখা যায়। এইটো প্ৰমাদ। মূৰ্দ্ধণ্য ঠৰ আকাৰ মৌৰ্যযুগৰ দৰেই আছে, কেৱল মাত্ৰাৰ তলত গোজৰ পৰা ওলোমা। থৰ আকাৰো প্ৰাচীন ধৰণৰ, বৃত্তৰ মাজত থকা ফুটটো ওপৰলৈ গৈ বৃত্তটো মুকলি কৰি দিয়া নাই। পূব ভাৰতৰ অন্য লিপিত কিন্তু এই আখৰটো বৰ্ত্তমানৰ ঘৰ দৰে। ভৱিষ্যতে বাওঁহাতৰ ওপৰৰ বক্ৰৰেখাডাল ঘূৰি বহিব। ব, ধ, আৰু চ দেখাত প্ৰায় একে। দন্ত্যধৰ প্ৰাণচিহ্ন এতিয়াও অস্থিৰ। মাত্ৰ ত্ৰিকোণৰ কোণটো মুকলি। দন্ত্য থৰ ক্ষেত্ৰত মৌৰ্য আহিঁয়েই অব্যাহত আছে, কিন্তু বঙ্গদেশৰ লিপিত ঘ পোৱা যায়। দন্ত্য ন আৰু য, সৰ আকৃতি সম্পূৰ্ণ আধুনিক প্ৰকাৰৰ। ওৰ্পৰৰ মাত্ৰাই আখৰৰ ওপৰভাগ সামৰি লৈছে ন, স। মূৰ্দ্ধণ্য বাওঁহাতৰ বক্ৰৰেখাই তলৰ সীমা পাইছে। তালব্য শৰ তিনিটা আকৃতি দেখা যায়। পূৰ্বভাৰতৰ অন্য লিপিত অধিক পৰিমাণে পোৱা যায়, এইটোৱেই নাগৰী আখৰটোৰ পূৰ্বৰূপ। আহোমযুগৰ লিপিত তিনিওবিধৰ শ আছে আৰু শ ৰূপটো ঃৰ উত্তৰ হৈছে। ৰৰ ৰূপ নাগৰী আৰু তাত হ্ৰস্ব দীৰ্ঘ উকাৰ আখৰৰ যোগৰ পৰা দিয়া হৈছে। দন্ত্য দ আৰু হৰ আকাৰ একেই। হৰ তলত দুটা খুটি আছে। এটা পাকেৰে হৰ ওপৰভাগ আৰু তলত আন এটা পাকেৰে ইটো ভাগ লিখা হৈছিল। পুথিবোৰত যেনে হ পোৱা যায় সেইটো হৰপৰা উৎপন্ন হৈছে বুলি অনুমান কৰিবপৰা যায়। নাগৰী হৰ লগত ইয়াতে পাৰ্থক্য ঘটিছে। ১১শ শতিকা—ৰত্নপাল আৰু ইন্দ্ৰপালৰ লিপিকেইখনৰ পৰা এইকালৰ বৰ্ণমালাৰ পৰিষ্কাৰ চানেকী পোৱা যায়। এই সময়ত অ স্বৰে প্ৰায় আধুনিক গঢ় লৈছে। নাগৰীৰ দৰে বক্ৰৰেখা দুডাল নহয় এডাল আৰু সি বাওঁফালৰ মাত্ৰাৰপৰা ওলোৱা পোণ বা বেকাৰেখা এটাৰ পৰা বাহিৰ হৈ আন এডাল তললৈ নামি যোৱা ৰেখাৰ সহায়ত সুক্ষ্ম-কোণ কৰি লম্বত মিলিত হৈছে। আৰু কেতিয়াবা এটা আচোৰ বা চেৰিফ



সোঁহাতলৈ ওলাই গৈছে। অসমৰ লিপিত পোৱা ইস্বৰ ভুবনেশ্বৰ আৰু দেওপাৰা লিপিত পোৱা ইৰ সৈতে পৃথক। ইকাৰৰ ক্ষেত্ৰত দেখা যায় যে ভুৱনেশ্বৰ লিপিত আখৰৰ বাওঁফালে মাত্ৰাৰ ওপৰৰ পৰা নামি অহা অৰ্ধবৃত্ত এটাই ইক্ৰাৰ হৈছে কিন্তু অসমৰ আৰু দেওপাৰাৰ লিপিত আধুনিক নাগৰী বা অসমীয়া ইকাৰ আছে। উস্বৰ মূৰ্দ্ধণ্য ড ৰ দৰে। মূৰ্দ্ধণ্য ড আনপ্ৰকাৰে লিখাৰ কাৰণে ড ৰ তলে বা ওপৰে ৰেখা নাই। দীৰ্ঘ উকাৰ বাওহাতে এটা পাক দি সোঁহাতলৈ টনা হয়। হ্ৰস্ব উকাৰ সাধাৰণতে সোফালৰ পৰা আখৰৰ তলেদি টনা হয়। এই শতিকাতে এ স্বৰ নাগৰী আৰু অসমীয়াত পৃথক হৈছে যদিও মূল আছিল ব্ৰাহ্মীৰ ত্ৰিভুজ। ত্ৰিভুজটো ওপৰত কাটি এটা সামান্য হাকোটা লগালে অসমীয়া এ হল কিন্তু নাগৰীৰ বন্ধ ত্ৰিভুজৰ তলত বাওঁহাতে এডাল শুং লাগিল। অসমৰ লিপিত একাৰৰ চিন আখৰৰ বাওঁমূৰে মাত্ৰাৰ লগতে মূৰত টোপোৰা লগা ৰেখা। পূৰ্বভাৰতৰ অন্য ঠাইৰ লিপিত কিন্তু ইকাৰ সংক্ষেপ হলেও একাৰ বাওঁহাতে আখৰৰ অসমীয়ালৈকে নামি গৈছে। ওকাৰ, ঔকাৰ আৰু ঐকাৰ একাৰ আকাৰৰ সংযোগত আৰু একাৰত হোৱা নাগৰীতকৈ ভিন্ন।

ব্যঞ্জনবৰ্ণত নাগৰীলিপিৰ সৈতে পূৰ্বীলিপিৰ পাৰ্থক্য মাত্ৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰাৰ ক্ষেত্ৰত। নাগৰী খ আৰু গত মাত্ৰা ত্যাগ কৰা নাই, পূৰ্বী-লিপিত মাত্ৰা বক্ৰৰেখাত পৰিণত হৈছে। নাগৰীত বাওঁহাতৰ গোজটো সৰলভাৱে নামি আহি তলত ত্ৰিকোণৰ গাত লাগিছে। পূৰ্বীলিপিত সোঁহা-তৰ ত্ৰিকোণ মেল খাই এডাল বেকাৰেখা লৈ তললৈ নামি গোজত অস্ত হৈছে। গ ও সেইদৰে বেকাৰেখা লৈ তললৈ নামি এটা ক্ষুদ্ৰ গোজত অস্ত হৈছেগৈ। খৰ আয়তন অন্য আখৰতকৈ ডাঙৰ। অসমৰ লিপিত সোঁহাতৰ ত্ৰিকোণটো ওপৰলৈ উঠি গৈছে। কিন্তু এইটো মধ্যবৰ্তী ৰূপহে। জৰ ক্ষেত্ৰত কামৰূপৰ লিপি অন্য লিপিতকৈ আগবঢ়া। লাঠিকটা জ এঘাৰ শতিকাতে ব্যক্ত হৈছে অন্য ঠাইত নহয়। মূৰ্দ্ধণ্য ঠ চেপেটা বৃত্তৰ দৰেই আছে। এতিয়ালৈকে ওপৰে বা তলে শুং লগা নাই। মূৰ্দ্ধণ্য ণৰো তলৰ সৰলৰেখা বাওঁহাতলৈ ঘূৰা নাই। ণৰ আকাৰ সামন্য ডাঙৰ আৰু বাওঁহাতে বেকাঁ ৰেখাডাল নামি তল চুইছেগৈ। দন্ত্য তও পূৰ্বৰ ৰূপতে আছে নাগৰী বা অসমীয়া আকাৰ ধাৰণ কৰা নাই। কিন্তু দেওপাৰা লিপিত প্ৰায় আধুনিক ৰূপটো ওলাইছে। ৰত্নপালৰ লিপিত ইয়াৰ পৰিবৰ্ত্তন হোৱা নাই। কিছুমান

ব্যঞ্জন আখৰৰ গঢ় ইমান একেৰাগী যে ভ্ৰমহোৱাৰ সম্ভাৱনা, ধ, ব, ৰ আনকি চ বো গঢ় একেই। সেই কাৰণে নাগৰীত চৰ কাৰণে এটা বিশেষ ৰেখাৰ প্ৰয়োজন হল। দেওপাৰা লিপিত ৰ ৰ কাৰণে মাজৰ খালি ঠাইকণ পূৰাই দিয়া হৈছিল। সেইদৰে প আৰু য ৰ পাৰ্থক্য নাই। যৰ পাৰ্থক্য বুজাবলৈ তলপেটটো বঢ়াই দিয়া হৈছিল। কিন্তু সকলো ক্ষেত্ৰতে নহয়। শৰ দুটা আকৃতি সমানে ব্যৱহৃত। হৰো দুটা আকৃতি। দেওপাৰা লিপিত পাছৰটো পোৱা যায়। তাৰ ওপৰ ভাগৰ দুটা বেকা ৰেখা একে লগ হলে আধুনিক হ পোৱা যায়। ক্ষৰ ৰূপ স্থিৰ হোৱা নাই ক্ক, ক্ষ পোৱা গৈছে, কিন্তু শেহত ক্ষ ৰূপহে স্থিৰ হৈছে আৰু আধুনিক ক্ষ ইয়াৰ পৰাই হোৱা। সংযুক্ত বৰ্ণবিলাকৰ প্ৰত্যেকটোৱেই স্পষ্ট ভাৱে থাকিও মাত্ৰ ঞ আৰু থৰ কাৰণে সংক্ষিপ্ত আকাৰ ব্যৱহাৰ হৈছে। যৰ লগত তও যোগ হোৱা দেখা যায়। মুঠতে কব পাৰি যে পূৰ্বী লিপিয়ে এতিয়া নাগৰীৰ প্ৰভাৱৰ পৰা মুক্ত হোৱা নাই যদিও অ, ক, খ, জ, ন, ম, লৰ গঢ় স্থায়ী হৈ ৰৈছে। বানাৰ্জীয়ে কৈছে যে ঋ, ঋ, চ, ছ, ট, ণ, ড, শ আৰু হৰ আধুনিক ৰূপ মুছলমান আক্ৰমণৰ পাছত স্থিৰ হৈছে। এই আষাৰ কথা কামৰূপ অসমৰ লিপি পৰীক্ষা কৰি কব পৰা নহয়। মুছলমানৰ প্ৰভাৱ অসমত পৰা নাই আৰু ১৭।১৮ শতিকা পৰ্যন্ত অসমৰ লিপি প্ৰচাৰ হৈ আছিল। দ্বাদশ শতিকাৰ পৰা স্বাভাৱিক গতিৰে আখৰৰ ৰূপৰ গঢ় পৰিবৰ্ত্তনৰ মাজেদি চলি আহিছিল। কিছুমান ৰূপত নাগৰী আনকি ব্ৰাহ্মীৰ গঢ় চিনিব পৰি। যেনে—ক্ৰত, চৰ বৃত্তটো এতিয়াও বাওঁহাতে থাকিব পাৰে। যেনে—অঞ্চল পুথিত পোৱা অ নাগৰীৰ দৰে।

১২ শতিকা—নাগৰী আখৰৰ প্ৰভাৱৰ তাৰতম্য আৰু সংযোগৰেখা দিয়াৰ ঠাচ অনুসৰি এই শতিকাৰ লিপিৰ ভিতৰত পাৰ্থক্য বিচাৰ কৰিব পৰা যায়। ধৰ্মপালৰ লিপিত ৰেখাবিলাক ছুটি, কমৌলী লিপিৰ সংযোগ-ৰেখাই মুক্মকোণ এৰাই যাবৰ চেষ্টা কৰি এটা খৰ পাক দি লম্বত যুক্ত হোৱাৰ কাৰণে এটা বিশেষ গঢ় লৈছে, বল্লভ দেশৰ লিপিৰ অ স্বৰৰ যোগ ৰেখাডাল নাগৰীৰ আহিঁত সৰলভাৱে লম্বত লগ লাগিছে। বঙ্গদেশৰ সেনবিলাকৰ লিপিৰ অৰ তলত এটা কোণ যুক্ত সোঁফালে তললৈ হাল লোৱা ৰেখাই সংযোগ ৰেখা হৈছে। কমৌলী লিপিত প্ৰত্যেক আখৰৰ শিৰোভাগত শূন্যগৰ্ভ ত্ৰিকোণটো ইমান উৎকট যে সৰ ক্ষেত্ৰত সি প্ৰায় মূৰ্দ্ধণ্য ষত পৰিণত হৈছেগৈ। কমৌলী লিপিত



আকাৰডাল শাখাযুক্ত দণ্ড আনত নহয়, আধুনিক আকাৰৰ নিচিনা। কমৌলীৰ লগত আন লিপিৰ পাৰ্থক্য ই স্বৰৰ গঠনত। সাধাৰণতে দুটা ভাজৰ তলত দুটা বিন্দু বহুৱাই ই স্বৰ লিখা হয়। কিন্তু কমৌলীত ভাজ লোৱা ৰেখাডাল দুডাল ছুটি সৰল ৰেখাই বিন্দু দুটাত লগাই দিছে। বুহলাৰে ইয়াক দক্ষিণভাৰতৰ লিপিৰ প্ৰভাৱ বুলি সিদ্ধান্ত কৰিছে। বল্লভদেৱৰ লিপিত পোৱা ই বল্লালসেন আৰু বল্লভদেৱৰ লিপিবিলাকতো আছে। এইটোৰ পৰাই দুটা বিন্দু এটা হৈ আৰু তলৰ বেকা আচোৰটো লগ লাগি আধুনিক ই উৎপন্ন হৈছে। কমৌলীৰ উ স্বৰৰ ওপৰত মাত্ৰা নাই, তাৰ সলনি এটা গোজ হে আছে আৰু তলৰ পাকটো ছুটি। আখৰত তিনিপ্ৰকাৰ উকাৰ দিয়া হয়, তলত বক্ৰ ৰেখা দি অৰ্ধ বা পূৰ্ণ ত্ৰিকোণ দি, নাইবা মাজত বিশেষকৈ ৰত বা অলপ তলত বক্ৰৰেখা দি। এই প্ৰথা আধুনিক যুগলৈকে চলি আহিছে, সংস্কৃত আৰু অসমীয়া হাতে লিখা পুথিত ত্ৰিকোণৰ উকাৰ যথেষ্ট পোৱা যায়। একাৰৰ ৰূপ আৰু এস্বৰ একাদশ শতিকাতে স্থিৰ হৈছে। বল্লভদেৱৰ লিপিত আধুনিক ে, ৈ পোৱা যায়। এইটো নাগৰীৰ পৰা পৃথক ৰীতি। ঋ স্বৰ বিৰল। কমৌলীৰ ঋ আধুনিক ঝ ৰ দৰে, পাছলৈ বাওহাতে মূৰত হাকোটা লাগিছে। ঋ কাৰৰ লৰচৰ হোৱা নাই। তলত সোফালে মেলখোৱা কোণ ঋকাৰৰ চিন। কেতিয়াবা দীৰ্ঘ উকাৰ আৰু ঋকাৰ একে যেনেই দেখি। নাগৰী আৰু অসমীয়া ক একেই। অসমত সম্পূৰ্ণ ত্ৰিকোণ আৰু গাঠিলগা হাকোটা এতিয়াও ফুটি উঠা নাই। খৰ আকাৰ নাগৰীতকৈ ভিন্ন কিন্তু বল্লভদেৱৰ লিপিৰ খৰ ত্ৰিকোণটো ওপৰলৈ উঠিছে। গৰ ওপৰত সৰলৰেখাৰ মাত্ৰা নাই, ঘৰ ওপৰৰ বাওহাতৰ ত্ৰিকোণযুক্ত চেৰিফ আতৰ হলেই অসমীয়া ঘ হৈ পৰে, চ নাগৰীৰ দৰে, ছৰ মাজত শুং ডাল নাই। জৰ ক্ষেত্ৰত কমৌলীত পূৰা নাগৰী জ আৰু বল্লভদেৱত একাদশ শতিকাৰ জৰ পুনৰাগমণ হৈছে। কমৌলীৰ ঝ আচহুৱা ধৰণৰ সম্ভৱ সোঁফালৰ আঁক ডাল প্ৰাণ চিহ্ন। নাগৰী জ গত লগ লাগিছে। ৰ, ঝ, উ যুক্ত কত মৌৰ্য কৰ অৱশেষ লক্ষ্য কৰা যায়। সি পৰৱৰ্তী যুগতো প্ৰচলিত। ক্ষৰ কাৰণে নু ৰূপেই সিদ্ধ হৈছে। ভৱিষ্যতে ক্ষ তাৰপৰাই উৎপন্ন হব। মূৰ্দ্ধন্য ট, ঠ, ড, ণত আগৰ ৰূপেই চলি আহিছে। কমৌলী লিপিৰ টৰ সম্বন্ধে বুহলাৰে কয় যে সোফালে দীঘল দণ্ডডাল নেপালী গোজ। সেই ৰূপ পাছতে অচল হল। ঠ প্ৰায় পূৰ্ব ৰূপতে আছে ওপৰে বা তলে ৰেখা

স্থায়ী ভাৱে যুক্ত হোৱা নাই, কিন্তু বৃত্তটো চেপেটা হৈছে। ধৰ্মপাল আৰু জয়পালৰ লিপিৰ দন্ত্য ত নাগৰী। কিন্তু কমৌলী আৰু বল্লভদেৱৰ লিপিত দেওপাৰা লিপিৰ দৰে ত পোৱা গৈছে। তাৰ তলৰ পাকটো ঘোৰ খাই বাওঁহাতৰ ওপৰলৈ উঠা নাই। যকাৰ যুক্ত হলে পাকটো যকাৰতে মিলি যায়। প আৰু য আকাৰত একে। পাৰ্থক্যৰ কাৰণে যৰ তলপেটটো বঢ়াই দিয়া হয়। বল্লভদেৱৰ লিপিত ভই সম্পূৰ্ণ আধুনিক গঢ় লৈছে আৰু শূণ্যগৰ্ভ কোণৰ তলভাগ ঘুৰি বাওহাতলৈ পাক লৈছে। এই ৰূপ স্থায়ী হল। পৰ নাগৰী আকাৰ ত্যাগ কৰিবলৈ আৰু দুটা শতিকা লাগিছিল। লিপি-বোৰত ল আৰু নৰ পাৰ্থক্য দেখুৱাবৰ কাৰণে লৰ তলত একোটা ফুট দিয়া হৈছিল। বিশেষকৈ যেতিয়া লৰ দুটাপাক একেটা যেন হয়। ১২শ তিকাত গাঠি লগা শ পোৱা নাযায় কিন্তু সি অপ্ৰচলিত হৈ পৰা নাছিল। পাছলৈ তাৰ পুনৰাগমন হয়। দেওপাৰা লিপিত যি হ দেখা যায় অসমৰ লিপিত তাক লগ পোৱা নাযায়। সেন ৰজাবিলাকৰ লিপিতো সি অপ্ৰ-চলিত। তাৰ সলনি দুটা ঠেং থকা হলে ব্যাপক ভাৱে আছে। ইয়াৰ পৰাই অসমীয়া পুথিৰ হ উৎপন্ন হৈছে। হটো দুপাকত লেখাত এনে গঢ়ৰ উদ্ভৱ হৈছে। ব্ৰ, ব, ধ দেখাত একেই। ধৰ কাৰণে ওপৰত এডাল ৰেখা এই সময়তে যোগ হৈছিল য। ১৩ শ শতিকা—এই শতিকাত কাণাই বৰশীবোৱা শিলালিপিৰ বাহিৰে অন্য লেখা আৱিষ্কাৰ হোৱা নাই। পৰ্বতৰ শিলৰ গাত কটাৰ কাৰণে আখৰৰ গঢ় মসৃণ নহয়। ইয়াত থকা উকাৰ ডাঙৰ বিন্দুৰ দৰে ত্ৰিকোণাকাৰ বা বক্ৰৰেখাৰ কমাৰ নিচিনা নহয় ৰত দীৰ্ঘ উকাৰ আধুনিক গঢ়ৰ দৰে। আকাৰ বল্লভদেৱৰ লিপিৰ দৰে শাখাযুক্ত দণ্ড, একাৰ মাত্ৰাৰ লগত বাওফালে গুটি থকা বা বাওফালে আখৰটো সামৰি থকা অৰ্দ্ধবৃত্ত। দ্বাদশ শতিকাতে ধৰ ত্ৰিকোণ ওপৰফালে মুকলি হৈ এডাল হেলনীয়া ৰেখা লৈছিল। এতিয়াও তেনেই, আধুনিক ধৰ কাৰণে হাকোটাৰ আকাৰ ললেই হয়। এই লিপিতে ক্ষই প্ৰায় আধুনিক অং স্থাত আহি পৰিছে, দ্বাদশ শতি-কালৈকে ই ন্ধ আকাৰত বদ্ধ আছিল এতিয়া ৰূপত উপস্থিত হৈছে। 'বৰ্ত্তমানৰ ক্ষৰ ই পূৰ্বৰ ৰূপ, নাগৰীৰ লগত তাৰ মিল নাই। লিপিখন বিশেষ সাৱধানে খোদিত নহয়। এৰি যোৱা য় তলত দিয়া হৈছে। ত্যৰ যকাৰ অলপ আচহুৱা।

১৪ শতিকা—পূৰ্বভাৰতৰ অন্য ঠাইত এই শতিকাৰ লিখা দুষ্প্ৰাপ্য কাৰণ



অসমৰ বাহিৰে অন্য দেশত মুছলমান আসনত অধিষ্ঠিত। সধয়াপুৰীৰ ১৩৯২ আৰু ১৪০১ খৃঃৰ যি দুখন ফলি পোৱা গৈছে প্ৰখ্যাত লিপিবিদ দুজনে দুষ্পাঠ্য বোলাত তাৰ পাঠ সন্দেহৰ অতীত নহয়। ১৩২৯ খৃঃৰ ৰাউতকুছি লিপিৰ যি পৃষ্ঠা পোৱা গৈছে তাৰ আখৰ সম্পূৰ্ণ আধুনিক। এই লিপিখন কোনো দানপত্ৰ নহয়, গ্ৰহীতাই নিজৰ প্ৰশস্তিবচন বুলি সৎশূদ্ৰ অথচ আৰ্য পুৰুষোত্তম দাস নামৰ ৰজাই দানকৰা বুলি কৈছে। সৎশূদ্ৰ শব্দটো অসমত প্ৰচলিত নহয় আৰু গ্ৰহীতাই দাতাক সৎশূদ্ৰ বুলি .....বোলাও আচৰিত। নিষ্কৰ ভূমি দাগ কৰিলে সাধাৰণতে বিষয়া আৰু গ্ৰামপ্ৰমুখ সকলক সম্বোধন কৰি কৰ কাটলৰ পৰা অব্যাহতি ঘোষণা কৰা নিয়ম। এইটো দাতাৰ কৰ্ত্তব্য, গ্ৰহীতাৰ নহয়। ভূশৰমাৰ্তন্ত শব্দটো যদি বাওফালৰপৰা নপঢ়ি সোফালৰপৰা পঢ়া হয় ( তেনে দৃষ্টান্ত আছে ) তেতিয়া ১৫৯০ খৃষ্টাব্দ হয় আৰু লিপিৰ লেখা সেই সময়ৰ উপযোগী হয়। শ, প, দ আদিয়ে পোন্ধৰ শতিকাৰ আগতে তেনেগঢ় লোৱা নাছিল। ইয়াৰ ) যকাৰডাল ছাপাৰ আখৰৰ য়কাৰৰ দৰে। দৰাচলতে সি য়ৰ সোঁফালৰ অৰ্দ্ধাংশ। কিন্তু পৃথকে থকাৰ চিন আধুনিক যুগতহে হৈছে। লিপিৰ বা তথ্যৰ ইতিহাসত এই লিপিৰ স্থান থাকিব নোৱাৰে। ১৫ শতিকা—পোন্ধৰ শতিকাত শিলা আৰু তাম্ৰলিপি অসমত পোৱা গৈছে। তাৰ বাহিৰেও বঙ্গদেশত শ্ৰীকৃষ্ণ কীৰ্ত্তন, বোধিচৰ্যাৱতাৰ, ধৰ্মৰত্ন, শূদ্ৰপদ্ধতি আৰু নেপালত চৰ্য্যাপদৰ পুথি পোৱা হৈছে। এইবিলাকত বঙ্গ অসমৰ লিপিৰ সম্পূৰ্ণ চানেকী অনেক আছে। তাৰ ভিতৰত চৰ্যাপদৰ আখৰ অন্যবিলাকতকৈ প্ৰাচীন আৰু তাৰ অনেক আখৰৰ লগত দ্বাদশ শতিকাৰ আখৰৰ মিল আছে। জ, ট, ঠ, য় পূৰ্বৰ ৰূপতে আছে। ক্ষ, দত নাগৰীৰ ৰূপ দেখা যায়। ডৰ বাওঁহাতৰ পাক পূৰা আছে কিন্তু তৰ আকাৰ দ্বাদশ শতিকাৰ দৰেই। চ চেপেটা বৃত্তৰ দৰে, সি বাওঁফালে হেলনীয়া। ছ কিন্তু নাগৰীৰ দৰে। চৰ্যাপদৰ ই লক্ষ্য কৰিব লগীয়া।: ই আধুনিক নাগৰী বা অসমীয়া আখৰৰ পূৰ্বাৱস্থা বুলি থিৰ কৰিব পাৰি। ব আৰু ৰ ৰ ৰূপ একেই হয়। ল আৰু নৰো পাৰ্থক্য চকুত নপৰে, কিন্তু মূৰ্দ্ধণ্য ণৰ আকাৰ আগৰ ৰূপতেই আছে, মাত্ৰা নাই আৰু মাজত ভাজ এটা থকা ল। প আৰু শৰ গঢ় আধুনিক অসমীয়াৰ দৰে, নাগৰীৰপৰা ভিন্ন। ট আৰু দৰ আখৰ একেটাই। দন্ত্য থৰ ওপৰত হাকোটা গাতে লাগি থকা খ, ষ্ট, ঙ্ক, ষ, ষ্ল। হৰ ৰূপ ক্ষ নাগৰীৰ দৰে। মাজে মাজে নাগৰীৰ ওকাৰ আছে কিন্তু ঐকাৰ অসমীয়া ধৰণৰ।

বঙালী অসমীয়া আখৰত লিখা সংস্কৃত পুথি শূদ্র পদ্ধতি ( ১৩৪৫ খৃঃ ), বোধিচৰ্য্যাৱতাৰ ( ১৪৩৬ খৃঃ ) আৰু ধৰ্মৰত্ন ( ১৪৯৫ খৃঃ ) পোৱা গৈছে। এই বিলাকত আখৰ কোণযুক্ত আধুনিক চ জ টও এই বিলাকত পোৱা যায়। চৰ্য্যাপদত ও, উৰ পাৰ্থক্য নাই। ট ঢ ৰো নাই। কিন্তু এইবিলাকত মাত্ৰাৰ ওপৰত টিকনি দি বুজোৱা আছে। ৱ, ব, আৰু বৰ পাৰ্থক্য নাই। ধৰ্মৰত্ন আৰু শূদ্ৰপদ্ধতিত আধুনিক হই দেখা দিছে।

শ্ৰীকৃষ্ণ কীৰ্ত্তনৰ লিখাৰ তাৰিখ নাই। পুথিখন খণ্ডিত কাৰণে কোন সময়ৰ লিখা আখৰৰ গঢ় চাইহে নিৰূপণ কৰিব পাৰি। ৰাখালদাস বানাৰ্জ্জীয়ে চৈদ্ধ শতিকাৰ বুলি অনুমান কৰিছে। পুথিখনত তিনিবিধৰ হাতৰ লিখা আছে। লিপিৰ বিশেষত্ব হল লিখকে পাৰ্যমাণে আখৰৰ কোণবোৰ পৰিত্যাগ কৰিবৰ চেষ্টা কৰিছে আৰু ফলত অৰ সংযোগ ৰেখাডাল খৰ পাক লৈ লম্বত লাগিছে। ক, ব, ৰ, থ, য আদি কোণযুক্ত আখৰবিলাকৰ বাওঁফালৰ অংশটো ত্ৰিকোণাকাৰ নহৈ বৃত্তাকাৰ আৰু তাৰ তলৰ ৰেখাডাল শুং এডালৰদৰে সোঁফালে বাঢ়ি গৈছে। লম্বডাল পাছত লগাই দিয়া। কেতিয়াবা সিও সৰল নহৈ বক্ৰভাজ লয়। শোভাৰ কাৰণে কৰ ওপৰ ভাগত, অন্যৰ তলত শুং লগোৱা হৈছে। ইয়াৰ জ দ্বাদশ শতিকাৰ জৰ দৰে। ৱ ৰ ব্যৱহাৰ নাই কিন্তু সকলো ঠাইতে ৰ পেটকটা অসমীয়াৰ ৰ। প আখৰত নাগৰীৰ প্ৰভাব দেখা যায়। তাৰ বাওঁ অংশটো সোঁ ফালৰ লম্বত নালাগি ওপৰৰ মাত্ৰাত লাগিছে—মূৰ্দ্ধণ্য ণৰে বেকা ৰেখাত দুটা পাক, লৰ দুটা পাক নহৈ এটা আৰু সি তললৈ দো-খোৱা।

নীলাচল লিপিৰ যি ছবি দিয়া গৈছে তাৰ সৈতে পাঠৰ সামান্য লৰ-চৰ দেখা যায়। যেনে ১ পৃষ্ঠাৰ ৫ শাৰীত পাঠগ্ৰামাদি হব লাগিছিল, ২য় পৃষ্ঠাৰ বাটীৰ ঠাইত বাট্যঃ দিয়া হৈছে। ঘ পৃষ্ঠাত সাগৰ শব্দ পৰি গৈছে। অন্যান্য ঠাইতো শব্দ পোনাই দিয়া হৈছে যেনে—মাধৱৰ ঠাইত মাধৰ। সাংকেতিক শব্দবিলাকৰ কথা বাদ দিলেও গোটেই কথাখিনি দুৰ্বোধ্য হৈ আছে। যিবিলাক ঠাই আৰু নদী, জুৰি আদিৰ নাম আছে সেইবিলাক চিনাক্ত কৰিব নোৱাৰিলে লিপিকাৰ মৰ্ম বুজি পোৱা টান। ক্ষুদ্ৰ ৰাণীৰ ৰাজ্যেই কামৰূপেশ্বৰ, পৰমমাহেশ্বৰ, পৰমভট্টাৰক আদি উপাধি গ্ৰহণ কৰাটো বিশ্বাসনীয় কথা নহয়। গুৰুচৰিতৰ প্ৰবাদৰ হেৰেমদ ৰজাই নতুনকৈ বৈষ্ণৱধৰ্ম লব খুজিছিল। তেনে ৰজাই এনে খাটি হিন্দু ৰজাৰ উপাধি লোৱা সম্ভৱ নহয়। বঙ্গাল-পদাতীনাং কথাষাৰে গোটেই লিপিৰ কাল নিৰূপণত বাধা স্বৰূপ হৈ পৰিছে। ৰভিয়াৰ ওচৰত বা পাণ্ডুৰ ওচৰত বঙ্গাল সৈন্যৰ চাউনি থকা প্ৰামাণ্য কথা নহয়। ডঃ সৰকাৰৰ সিদ্ধান্ত যে আখৰবোৰ ১৫ শতিকাৰ। এই কথা সাধাৰণভাৱে গ্ৰহণীয়, কাৰণ পোন্ধৰ শতিকাৰ প, ধ, দ, ম, ণ আদিৰ লগত এই লিপিৰ আখৰ মিলে। কিন্তু চ, জ, ট, ঠ, ও পুৰণি ধৰণৰ একাদশ দ্বাদশ শতিকাৰ। ই আখৰটো দ্বাদশ শতিকাত আকাৰত প্ৰসিদ্ধ। ইয়াৰ পৰাই অসমীয়া বঙ্গালী ই উৎপন্ন হৈছে পোন্ধৰ শতিকাৰ পৰা। উমানন্দত পোৱা এচটা শিলৰ আখৰে তাৰ অপ্ৰমাণ কৰিব নোৱাৰে। শ্ৰীকৃষ্ণ কীৰ্ত্তনত ৱ আছে কিন্তু ইয়াৰ ৰ, ব আৰু ধ একাকাৰ হৈ পৰা কাৰণে পান্তৰী পান্তৰী দুয়োটা পাঠ দিয়া সম্ভৱ। লিপিৰ প্ৰথম শাৰীত কিন্তু দুটা ফুট থকা ৰ আছে।—ষ্ট, =ষ্ট অন্য লিপিৰ দৰে ইয়াতো পোৱা যায়। প আখৰটো আধুনিক কিন্তু শ, ন আগৰ ৰূপত। অৰ লম্বৰ তলত ত্ৰিকোণ আৰু শাখাযুক্ত আকাৰ। ১৫ শতিকাৰ উকাৰৰ ক্ষেত্ৰত ত্ৰিকোণৰ ব্যৱহাৰ আৰু য কাৰৰ আধুনিক ৰূপ পৰিষ্কাৰ। হৰ ক্ষেত্ৰত দেখা যায় যে ওপৰৰ ভাজটো বাওঁহাতৰ মাত্ৰাৰ তলৰ সৰলৰেখাৰ মূৰৰপৰা বহাত সামান্য ভিন্ন হৈছে। অনুস্বাৰ আধুনিক ং আৰু ० দুয়ো প্ৰকাৰৰ। ক্ষৰ ৰূপ আধুনিক হোৱা নাই।



১৬—১৯ শতিকা—১৬ শতিকাৰপৰা নাগৰী আৰু পূৰ্বী লিপিৰ মাজত বৰ্তমান পাৰ্থক্য দেখিবলৈ পোৱা যায়। সেইবিলাকে স্থায়ী হৈছে, তেতিয়াৰ পৰা ই স্বৰ বিপৰীতমুখী হল, ক, খ, গ, ঘ, ঙ, চ, থ, ন, ল, স, ষ, ৰ বাহিৰে বাকীবিলাক ব্যঞ্জন আখৰ নাগৰীতকৈ পৃথক হল। পোন্ধৰ শতিকাৰ নিশ্চিত প্ৰমাণ থকা কেইবাখন পুথি বঙ্গদেশত পোৱা গৈছে। কিন্তু অসমত যোল্ল শতিকাৰ প্ৰমাণ থকা পুথিও দেখা নাযায়। দক্ষিণপাট সত্ৰত শংকৰদেৱৰ স্বহস্ত লিখিত বুলি সংস্কৃত ভাগৱত থকাৰ কথা প্ৰসিদ্ধ, কিন্তু তাৰ পাছৰ অৱস্থা আৰু আখৰ চাই নিশ্চয় কৰিব নোৱাৰি। অলপতে ডঃ প্ৰসাদৰ বৃহৎ গ্ৰন্থত শংকৰদেৱৰ স্বহস্ত লিখিত বুলি দশমৰ আৰু গুণমালাৰ দুটা পাতৰ ছবি দিয়া হৈছে। কিন্তু দৰাচলতে পাতটো দশমৰ নহয়, মাধৱদেৱৰ ভক্তিৰত্নাৱলীৰহে আৰু গুণমালাত শঙ্কৰৰ সংকৰ বানান কৰিছে। নিজৰ নামটো এইদৰে লিখিছিল বুলি বিশ্বাস কৰাই টান। দৈত্যাৰিৰ আখ্যানমতে মাধৱদেৱে মুৰাৰি কোচক জ, যৰ ভ্ৰম কৰাত ভৎ‍ৰ্সনা কৰিছে। বুজা যায় বৰ্ণাশুদ্ধিৰ

প্ৰতি তীক্ষ্ণ দৃষ্টি আছিল। বহুলা আতাৰ বৰ্ণাশুদ্ধি থকা ৰত্নাৱলীৰ পৰিবৰ্তে কেশৱ আতাই শুদ্ধ পুথি দিছিল।

ষোল্ল শতিকাৰ আখৰ বুলি লিপিৰ আখৰহে সাব্যস্ত কৰিব পাৰি। লিপিত অসমীয়া বৈশিষ্ট্যৰ আৰু ৱ পৰিস্কাৰ ভাৱে প্ৰৱৰ্তিত হৈছে। কোনো পুথিত ৱ বৰ দৰেও লিখা হৈছে, মৈথিলী ভাষাতো ৱ ব বুলি লিখা হয়। পূৰ্ব ভাৰতৰ ৰ ব প্ৰচলনেই পুৰণি ৰীতি, বঙ্গদেশৰ বিশ্বৰূপসেনৰ লিপিত ৰ ব স্বৰূপে প্ৰথম ব্যৱহাৰ হয় কিন্তু শ্ৰীকৃষ্ণ কীৰ্ত্তনত ৰ আৰু চৰ্যাপদত ব হে ৰ বুলি ব্যৱহাৰ হৈছে। লিপিত আৰু হাতে লিখা পুথিত ই স্বৰ ঙা আকাৰত লিখা হৈছে। ইয়াৰ উৎপত্তিৰ ব্যাখ্যা দিব নোৱাৰি। কিজানি কমৌলী আৰু বল্লভদেৱৰ লিপিৰ ইৰ পৰা এনে ৰূপৰ আবিৰ্ভাৱ হৈছিল। অসমীয়া অ স্বৰ প্ৰায় নাগৰীৰ দৰে সংস্কৃত, অসমীয়া, উভয়বিধৰ পুথিত পোৱা যায়। পুথিৰ আখৰৰ ওপৰত ত্ৰিকোণ আৰু তলত আচোৰ আৰু বিন্দু দি শোভাশালী কৰা হৈছিল। চিত্ৰ পুথিবোৰৰ আখৰবোৰো চিত্ৰৰ দৰেই। পুথিৰ অ, ই, জ, ন, শ, হ বৰ্তমান আখৰতকৈ বেলেগ ঠাচ আৰু আকৃতিৰ, জৰ হাকোটা তললৈ নমা নাই, ণৰ বৃত্তৰেখাত দুটা পাক শ তিনি প্ৰকাৰৰ কিন্তু অধিক প্ৰিয় আৰু হ, ছ, বা ৰূপৰ। তাৰ বাহিৰেও উৰ টিকনি নাই বৰং তলত বা ওপৰত বক্ৰৰেখা। কেতিয়াবা দুয়োটা ৰেখা একেলগে ব্যৱহাৰ কৰা হৈছে। ঠৰ ওপৰত টিকনি নাই তলতহে আছে। ...চিহ্ন এ ঐ ও ঔ নাগৰীতকৈ ভিন্ন। কিন্তু নাগৰীত ওকাৰ দীৰ্ঘ ইকাৰ একে ঠাচৰে। অসমীয়া বঙ্গালীত ও ঔ এ ঐ কাৰ বিন্যাস কৰা আৰু ইকাৰৰ ক্ষেত্ৰত নাগৰী পূৰ্বী দুইবিধতে ব্যঞ্জনৰ পাছফালে বিন্যাস কৰাটো এটা অনুচিত প্ৰথা বুলি ধৰিব পাৰি। ү কাৰ এটা স্বতন্ত্ৰ চিন নহয়। ই য়ৰ একাংশহে, পুথিত ү কাৰ ৰূপে ব্যৱহাৰ প্ৰসিদ্ধ ৰীতি নহয়। পুথিৰ ঋ স্বৰ ৰী আকাৰত পদপুথিত পোৱা যায়, ই ধ্বনিদ্যোতক ঋৰ বিশুদ্ধ উচ্চাৰণ পূৰ্বভাৰতত নাছিল। ৰি বুলিহে তাক উচ্চাৰণ কৰা হৈছিল। ঋকাৰ ওপৰলৈ মুখ কৰিও বহুৱা হৈছিল ৎ, ঝ' হ্ৰাৰ উকাৰ চাৰি প্ৰকাৰে বহুৱা হৈছিল। চৰ-ৰূপ স্থিৰ নহয়। ঞ্চত সি পূৰ্বৰ ঐতিহ্য প্ৰমাণ কৰিছে। সাধাৰণতে অৰ্ধচন্দ্ৰাকৃতি ৰূপতহে তাক পোৱা যায়। ৱ ৰ লগত ৰ স য় লগলাগিলে ওপৰত আনকি সংস্কৃত পুথিতো চন্দ্ৰবিন্দু এটা বহুওৱা নিয়ম আছিল। তাৰ উচ্চাৰণ অনুনাসিকনে কি বুজা নাযায়। অসমীয়া পদ পুথিত ৱ, য়, অ সমাক্ষৰ স্বৰূপে ব্যৱহাৰ হৈছে।



লিপিকাৰৰ অজ্ঞতাৰ কাৰণেও সি হব পাৰে আৰু প্ৰকৃততে ধ্বনিৰ দ্যোতক ভালকৈ ধৰিব পাৰি। লিপিৰ আখৰত সৰল ৰেখা আৰু ত্ৰিকোণৰ প্ৰতি আগ্ৰহ দেখা যায় কিন্তু হাতেলিখা পুথিত শোভাবৰ্দ্ধণৰ কাৰণে বক্ৰৰেখা আৰু অলংকাৰ ৰেখা বিলাক সমৃদ্ধ হৈ পৰিছে। একোটা ধ্বনিৰ প্ৰতীকে আন এটা ধ্বনিৰ দ্যোতক হলে দোষাবহ হয়। ভাৰতীয় লিপিৰ এইটো বিশেষত্ব। আন এটা বৈশিষ্ট হৈছে অল্পপ্ৰাণ আৰু মহাপ্ৰাণ বৰ্ণলৈ। মহাপ্ৰাণ বৰ্ণত অল্পপ্ৰাণৰ সৈতে সাদৃশ্য আৰু পাৰ্থক্য দুয়োটাই স্পৃষ্ট থাকিব লাগে, যেনে চ, ছ, ট, ঠ, ত, থ, ত। কিন্তু কিছুমান জোৰাত আপাততঃ এনে স্বাক্ষৰ নাই। ক, খ, জ, ঝ ত। কিন্তু বিশ্লেষণ কৰিলে এই বিলাকতো সাদৃশ্য ওলাই পৰে। অসমীয়া আৰু নাগৰী আখৰত কিছুমান প্ৰাচীনতৰ পৰিচয় ৰৈ গৈছে। ক্ৰ, ত্ৰ, ক্ত ৰ তিৰ্যক ৰূপত মৌৰ্য আখৰৰ সংকেত ধৰা পৰে। ঞ্চত চৰ পূৰ্বৰ ৰূপটো ৰৈ গৈছে। পুথিৰ ভই পূৰ্বৰ ভৰ চিন দেখুৱাইছে। পুথিৰ কৃ, কুত পূৰ্বৰ অৱস্থা ধৰা যায়। পুথিৰ ক্যত হাকোটা য় কাৰৰ পাছতহে বহুৱা হয়। তিৰ্যক ৰূপ নিৰ্মাণ হয় দ্বাদশ শতিকাৰ পাছৰপৰা। দেখা যায় তিৰ্যক ৰূপত ঙ্গ, ঈ আৰু পুথিৰ হুৰ গঠন প্ৰণালী একেই। নাগৰীতো উ আৰু ওৰ ভ্ৰান্তি-জনক সাদৃশ্য বিদেশী আৰু শিকাৰুৰ কাৰণে ইয়াতে জটিলতা আহি পৰে। পুথিৰ ও আৰু তু সেইদৰেই একেটা আকাৰৰ। ভাষাৰ প্ৰচাৰ প্ৰসাৰৰ ক্ষেত্ৰত ইয়াক এটা অন্তৰায় বুলি কব পাৰি। ষোল্ল শতিকাৰ পৰা মাত্ৰাৰ ওপৰত টিকনি দি ই, উ, ট, ঠ আদিৰ নতুন ৰূপ গৃহীত হৈছে। ট, ঠ ৰ ক্ষেত্ৰত তেনে প্ৰয়োজন নাছিল। ক্ষৰ নতুন ৰূপত ক+ষৰ যোগটো ধৰা নপৰে, ক্ষৰ ক্ষেত্ৰতো তেনেই হৈছে।

বঙ্গদেশৰ পণ্ডিতসকলে বঙলা আখৰেই চলে বুলি প্ৰচাৰ কৰি আছে। ৰাখালদাস বানাৰ্জীয়ে প্ৰমত্ত সিংহৰ লিপিত বঙ্গলা আখৰৰে পৰিচয় পাইছে। (এই লিপিৰ প্ৰাচ্য শাসনাৱলীত আবৃত পাঠতসামান্য ক্ৰটী আছে)। প্ৰকৃত-পক্ষত মিথিলাৰ পৰা শদিয়া পয্যন্ত যিটো লিপি তাকেই পূৰ্বী লিপি বোলে আৰু অসমীয়া, বঙ্গালী, মৈথিলী লিপিৰ সিয়েই আধাৰ। উনৈশ শতিকাত ছপাৰ কাৰণে আখৰ প্ৰস্তুত কৰোতে অসমৰ পুথিত পোৱা আখৰ যেনে—অ, ই, উ, চ, জ, ট, ঠ, ন, শ, হ আদিৰ আখৰ কটা হলে অসমীয়া লিপি বুলি ঘোষণা কৰিবৰ আশা থাকিলহেতেন। বঙ্গদেশৰ পণ্ডিতৰ অনুগামী হৈ বানানবোৰ সংস্কৃত সম কৰোতে ধ্বনিগত প্ৰতীকৰ

প্ৰতি আওকাণ কৰা হ'ল। জি, জত, জহ্ন বানান উচ্চাৰণ ভিত্তিত কৰা। পণ্ডিতৰ হাতত পৰি ৰাণীৰ অনাৱশ্যক ভাৱে মূৰ্দ্ধণ্য ণৰ আগমন হ'ল। তিনিটা স ৰ ঠাইত এটা স ব্যৱহাৰকৰা ব্যাকৰণ বিৰুদ্ধ হলেও ধ্বনিগত ভিত্তিত অৱস্থিত আছিল। ভাষাৰ প্ৰসাৰৰ পৰিপ্ৰেক্ষাত এই কথাত গভীৰ চিন্তাৰ প্ৰয়োজন আছে। কিছুদিনৰপৰা অসমীয়া বৰ্ণমালাৰ অসমৰ্থতা আৰু ভাষাৰ জটিলতাৰ বিৰুদ্ধে আন্দোলন চলি আহিছে। তেনে আন্দোলন অন্য দেশৰ ভিতৰত হোৱা নাই। অথচ বৰ্ণমালাৰ তেনে দোষ তাৰতম্য ভাৱে আন ভাষাতো নোহোৱা নহয়। এই সন্দৰ্ভত স্মৰণ কৰিব পাৰি যে মৌৰ্য যুগৰপৰা যি বৰ্ণমালা চলি আহিছে, যবন শক হূনৰপৰা ইংৰাজলৈকে ধৰি নানা ধ্বনিৰ তৰঙ্গৰ আঘাতত সি একেদৰেই আছে, আনকি দ্ৰাবিড় ৰ লৰ কাৰণেও নতুন প্ৰতীক নোলাল। সংস্কৃতৰ দিনতে আই, আউ, ইৰাণী $S^z$ $Z^z$ ৰ ধ্বনিপ্ৰতীক উপেক্ষা কৰা হৈছিল। মুছলমান যুগৰ ক, খ, গ, জৰ ধ্বনিপ্ৰতীক নাই। ইংৰাজী f, Y, Z, ৰ ধ্বনি প্ৰতীকো নাই। অসমীয়া চ, ট, ত বৰ্গ আৰু উষ্মবৰ্ণৰ আহুকাল আছেই। তাৰ উপৰিও তিৰ্বতবৰ্মী গোষ্ঠীৰ ৰুদ্ধউচ্চাৰণৰ কোনো সাংকেতিক ব্যৱস্থা নাই। এক এক ভাষাৰ ধ্বনি যথোচিত ভাৱে অন্য ভাষাৰ প্ৰতীকেৰে ব্যক্ত কৰিব নোৱাৰি, ইংৰাজী f. th ৰ ত, থ উচ্চাৰণ ঠিক নহয়। এনে অৱস্থাত নতুন উপায় উদ্ভাৱন কৰা হয়, যেনে Z ৰ কাৰণে জ আৰু কঠোৰ এ ৰ কাৰণে ্য। চীন, ৰুছ, আৰু জাৰ্মান ভাষাত আধুনিক যুগত বৰ্ণ সংস্কাৰ কৰা হৈছে। বিশেষকৈ অসমীয়া ভাষাত য'ত ভাষাটো এটা দীপৰ দৰে অৱস্থিত তাত সংস্কাৰৰ প্ৰয়োজন নুই বুলিব নোৱাৰি।

এনে পৰিপ্ৰেক্ষাত আখৰৰ তিৰ্যকৰূপ হ্ৰাস, বাহুল্য ৰেখা বৰ্জন, সমান ৰূপ সকলো অৱস্থাত একক ধ্বনিৰ একক ৰূপ, সাদৃশ্যৰ কাৰণে ভ্ৰমৰ নিৰাকৰণ আদি বিবেচনা কৰিব পাৰি। চ ধ ৰ দুটা ৰূপ। উকাৰৰ তিনি প্ৰকাৰৰ চিন। ইকাৰ, ওকাৰ, একাৰ, উকাৰ, ঐকাৰৰ বিচিত্ৰ বিন্যাস সংস্কাৰ কৰিব পাৰিলে সৰলতাৰ ফালে আগবাঢ়িব পাৰি আৰু প্ৰচাৰ প্ৰসাৰৰ ক্ষেত্ৰ সহজ কৰিব পাৰি। এই ক্ষেত্ৰত ৰোমান আখৰ অতি সুবিধাজনক। যুগ্ম ধ্বনিবিলাকৰ প্ৰত্যেক আখৰ চিনাক্ত কৰিব পাৰিলে ভাল, ঙ্গ, ন্থ, ক্ষ, ন্ধ আদিত এনে চিনাকি হবৰ সুবিধা নাই। তাতকৈ মধ্য যুগৰ প্ৰচলিত যুগ্ম ব্যঞ্জন সহজ আৰু দেখাত সুদৃশ্যও নহয়। ঋৰ মধ্য যুগত ষ্ৰ ৰূপ উচ্চাৰণ



অনুযায়ী গতিকে সহজ অন্য যুগ্ম ধ্বনিতো মধ্য যুগত সৰলতা আছিল। এনে বৰ্ণ সংস্কাৰ বৈপ্লৱিক বোধ হলেও বৃহত্তৰ উদেশ্যত গ্ৰহণ কৰিবপৰা যায়।

প্ৰবন্ধত ব্যৱহৃত প্ৰাচীন হৰফসমূহ

# পাঠ-সমীক্ষা-পৰিচয়

নগেন শইকীয়া

পাঠ-সমীক্ষা বিষয়টি এটি নতুন বিষয়। দৰাচলতে পাঠ-সমীক্ষা হ'ল—প্ৰাচীন পুথিৰ প্ৰকৃত পাঠ-নিৰ্ণয়ৰ এটি বিজ্ঞান। ইংৰাজী Textual Criticism শব্দৰ সলনি এই শব্দটি গ্ৰহণ কৰা হৈছে। ই প্ৰকৃততে কেবাটাও বিজ্ঞানৰ সমষ্টি। Pa aeography বা লিপি বিজ্ঞান, যাৰ দ্বাৰা আখৰৰ গঢ়ৰ ভিত্তিত সময় নিৰূপণৰ যত্ন কৰা হয়, Manuscriptology বা পাণ্ডুলিপি-তত্ত্ব, যাৰ অৰ্থ পুথি লিখা আৰু সংৰক্ষণ সম্পৰ্কীয় জ্ঞান, Autiquarian Science অৰ্থাৎ পুৰাতত্ত্ব-বিজ্ঞান, যাৰ অৰ্থই ব্যাপকভাৱে সকলো দিশৰ প্ৰাচীন ইতিহাস নিৰ্ণয়ৰ কথা সামৰে আৰু Epigraphy অৰ্থাৎ পাঠোদ্ধাৰ-বিজ্ঞান, যাৰ দ্বাৰা পাঠত থকা ত্ৰুটি-বিচ্যুতি তাৰ ব্যাকৰণ, ছন্দ, অলঙ্কাৰ, শব্দৰ প্ৰয়োগ আদিৰ তপৰত ভিত্তি কৰি আঁতৰাই সম্ভাব্য শুদ্ধ পাঠ নিৰ্ণয়ৰ যত্ন কৰা হয়—এই আটাইকেইটাৰ সমন্বয়ত পাঠ-সমীক্ষাৰ সূত্ৰই প্ৰতিষ্ঠা লাভ কৰিছে। এই বিভাগ কেইটাৰ প্ৰতিটো বিভাগেই একোটি স্বয়ংসম্পূৰ্ণ, জটিল আৰু বহল বিভাগ।

পাঠ-সমীক্ষা-পদ্ধতি প্ৰয়োগৰ প্ৰয়োজনীয়তা কি—এই প্ৰশ্নটো সহজেই মনলৈ আহে। এখন পুৰণি পুথি যেতিয়া সম্পাদনা কৰাৰ প্ৰয়োজন হয়, তেতিয়াই সেই পুথিৰ পাঠৰ প্ৰকৃততা নিৰ্ণয়ৰ প্ৰশ্ন উঠে। গৃহীত পুথিখনি মূল লেখকৰ হেৰোৱা বা নোপোৱা পাণ্ডুলিপিৰ কিমান ওচৰচপা সেই সম্পৰ্কে বিচাৰ কৰিবলৈ যাওঁতে পোৱা প্ৰতিলিপি সমূহৰ প্ৰতিলিপি কৰণৰ কাল আৰু স্থান নিৰ্ণয় কৰাটো প্ৰয়োজনীয় হৈ পৰে ; প্ৰয়োজন হয় পুথিৰ ভাষা, বিষয় আৰু ৰচনাশৈলীৰ যথাযোগ্যতা নিৰ্ণয় কৰা। তাকে কৰিবলৈ যি ভাষাৰ পুথি পোৱা গৈছে, সেই ভাষাৰ লিপিৰ গঢ় বিভিন্ন সময়ত কেনেভাৱে পৰিবৰ্তিত হৈছে, গৃহীত পুথিৰ আখৰৰ গঢ়ে পুথিৰ লিপি কোন সময়ৰ গঢ়ৰ বুলি প্ৰতিপন্ন কৰে বিচাৰ কৰি চাব লাগিব। Palaeography বা লিপি বিজ্ঞানৰ জ্ঞান নাথাকিলে—এই কাৰ্য সম্পাদন কৰা সম্ভৱ নহয়। অসমীয়া পুৰণি পুথিৰ লিপি নিৰ্ণয়ৰ বেলাও আমাৰ ভাষাৰ লিপিৰ বিৱৰ্তিত ৰূপৰ পৰিচয় থাকিব



লাগিব। অসমীয়া লিপিয়ে দ্বাদশ শতিকা মানৰ পৰা লাভ কৰা গঢ়ৰ তিনিটা ঠাল দেখা গৈছে ঃ গড়গঞা, কাইথেলী বা লহকৰী আৰু বামুণীয়া লিপি। পুথি এখন চালেই গম পোৱা যায়—সেই পুথিৰ লিপি কোন গঢ়ৰ। প্ৰসংগতঃ ক'ব পাৰি,– গড়গঞা আখৰ গোট গোট, সহজ ; কাইথেলী লিপি ( কামৰূপত লহকৰী বুলি কোৱা হয় ) ঢৌ খেলোৱা আৰু বামুণীয়া লিপি কিছু নাগৰীৰ লগত মিলিলেও লতীয়া পাক থকা—লিপি-বিজ্ঞানৰ লগত আন কেইটামান কথাও জড়িত। যেনে ঃ পুথি লিখোঁতে থাকি যোৱা শব্দ দাঁতিত লিখি দিয়াৰ প্ৰথা। আমাৰ অনেক পুথিত থাকি যোৱা শব্দটোৰ পোনে পোনে পৃষ্ঠাৰ সমীপবৰ্তী মাৰ্জিনত লিখি দিয়া হয়। কেতিয়াবা তাৰ দাঁতিত শাৰীৰ নম্বৰ দিয়া হয়। কেতিয়াবা হংসপাদ বা কাকপাদ চিহ্ন দি লিখা হয়।

দ্বিতীয় প্ৰয়োজনীয় কথা হ'ল—পাণ্ডুলিপিতত্ত্ব সম্পৰ্কে জ্ঞান। যি কেইখন পুথি পোৱা হৈছে—সেই পুথি কেইখনৰ পাণ্ডুলিপিৰ সঁজুলি, সঁজুলি প্ৰস্তুত-কৰণ আৰু ব্যৱহাৰৰ বিষয়ে জানিলেহে পুথিখনৰ স্থান আৰু কাল নিৰ্ণয়ৰ সুবিধা হয়। অসমত সচৰাচৰ দুবিধ বস্তুৰ ব্যৱহাৰ পোৱা গৈছে—সাঁচিপাত আৰু তুলাপাত। সাঁচিপাত পুথিৰ বাবে প্ৰস্তুত কৰা পদ্ধতি আৰু ৰং প্ৰস্তুত কৰাৰ পদ্ধতি যিদৰে জনা দৰকাৰ হৈ পৰে, তেনেকৈ তুলাপাত কাপ-মৈলাম, প্ৰস্তুত কৰা আৰু তুলাপাতত লিখিবৰ বাবে বা আঁকিবৰ বাবে ব্যৱহাৰ কৰা কাপ-মৈলাম-ৰং প্ৰস্তুত কৰাৰ পদ্ধতি জনাৰ দৰকাৰ হয়। এইটো অৱশ্যে ঠিক যে আমাৰ ইয়াত পোৱা দ্বিতীয় বিধৰ বয়স আগৰ বিধতকৈ কম। যদিও "চিত্ৰভাগৱত" তুলাপাতত অংকিত আৰু যদিও তাক ১৩৬১ শক বুলি পিছত কোনোবাই বিসদৃশ আখৰেৰে লিখা আছে, তথাপি এই পুথি যে পিছৰ কালত প্ৰস্তুত কৰা সেই সিদ্ধান্তলৈ অহাত সঁজুলি সমূহেই বৰঙণি যোগাইছে।

এই পাণ্ডুলিপি-তত্ত্বই পাণ্ডুলিপি সংৰক্ষণ-পদ্ধতিকো সামৰিছে। কিছুমান পুথিৰ পাত অনেক দিনৰ পিছতো যথাযথ ভাৱে থাকে, কিছুমানৰ পাত পোকে নষ্ট কৰে। ইয়াৰ কাৰণ অনেক হ'ব পাৰে। পুথিত ব্যৱহাৰ কৰা ৰং আৰু সামগ্ৰীৰ পৰিবৰ্তনো তাৰ কাৰণ হ'ব পাৰে বা পুথি উপযুক্ত ভাৱে সংৰক্ষণ নকৰাৰ ফলতো হ'ব পাৰে। যদি ৰং আৰু সঁজুলিৰ ব্যৱহাৰ তাৰ কাৰণ বুলি প্ৰমাণিত হয়, তেনেহলে এই পৰিবৰ্তনৰ সময় আৰু কাৰণ নিৰ্ণয়েও পুথিৰ সময় আৰু স্থান নিৰ্ণয়ত সহায় কৰিব পাৰে। আমাৰ

সাঁচিপতীয়া পুথিৰ অস্পষ্ট আখৰ স্পষ্ট কৰিবলৈ মিঠাতেল বা পানী ব্যৱহাৰ কৰা হয়।

পুৰাতত্ত্ব বিজ্ঞানে পুথি বা শিলালিপি বা তাম্ৰলিপিৰ সময় আৰু স্থান নিৰ্ণয়ত যিদৰে সহায় কৰে, তেনেদৰেই সহায় কৰে তাৰ ভিতৰৰ বিষয়বস্তু নিৰ্ণয়তো। এই বিজ্ঞানে সামগ্ৰিক ইতিহাস সামৰি লৈছে। পুথিত উল্লেখ থকা—মূলতো হ'ব পাৰে, প্ৰক্ষিপ্তিৰশতো হ'ব পাৰে, কোনো শব্দ, কোনো বিষয়. আন কোনো প্ৰকাৰৰ উল্লিখনে—পুথিৰ আৰু গ্ৰন্থকাৰৰ বিষয়ে নতুন তথ্যপাতিৰ ইংগিত বহন কৰিব পাৰে। পুৰনি পুথি এখনত প্ৰসংগত পোৱা নৃত্য, গীত, কোনো আচাৰ-অনুষ্ঠান, কোনো ঘটনা বা ব্যৱহাৰ্য বস্তুৰ উল্লিখনে সেই বিষয়ৰ মূল্যবান ইতিহাসৰ দুৱাৰ মুকলি কৰি দিব পাৰে।

পাঠোদ্ধাৰ বিজ্ঞান প্ৰধানকৈ ভাষাৰ ওপৰত প্ৰতিষ্ঠিত। লেখকে ব্যৱহাৰ কৰা ভাষা বা ব্যাকৰণৰ বিশিষ্টতা, তেওঁৰ ছন্দসৰ্জ্জা, ৰচনা-নৈপুন্য আদিৰ লগত নিমিলা তেনে কোনো বিষয়ৰ প্ৰয়োগ পালে তাৰ শুদ্ধ পাঠ নিৰ্ণয়ৰ বেলা এই পদ্ধতি প্ৰয়োগ কৰিবলগীয়া হয়। আমাৰ ভাষাৰ পুথি সম্পাদনা কৰোঁতে তৎসম, তদ্ভৱ আৰু দেশীয় শব্দৰ জ্ঞানৰ উপৰিও ছন্দ আৰু অলংকাৰ শাস্ত্ৰৰ জ্ঞান অপৰিহাৰ্য হৈ পৰে। এই সকলোবোৰ পদ্ধতি কেৱল যান্ত্ৰিক অনুকৰণ কৰি ভাল ফল পাব পাৰি বুলি আশা কৰিব নোৱাৰি। সম্পাদকে নিজৰ জ্ঞান, বুদ্ধি আৰু বিচাৰক্ষমতা প্ৰয়োগ কৰাৰ ওপৰতহে একোখন পুথিৰ গ্ৰহণীয় পাঠ পোৱা যাব পাৰে।

পাঠ-সমীক্ষা পদ্ধতিৰ প্ৰয়োগ কোন কোন ক্ষেত্ৰত প্ৰযোজ্য? যিবোৰ পুথি মূল-গ্ৰন্থকাৰৰ মূল প্ৰতিলিপি বুলি সঠিকভাৱে চিহ্নিত হৈছে—সিবোৰ গ্ৰন্থৰ টীকা-ভাষ্য দান কৰাৰহে প্ৰয়োজন বেছি। কিন্তু তেনে পুথিৰ মাজৰ কথাতো লেখকৰ নিজৰ বিষয়ে বা অন্য বিষয়ে থকা উল্লিখন আন কোনো পুথিৰ বা লেখকৰ ক্ষেত্ৰত বা সেই লেখকৰে অন্য ৰচনাৰ ক্ষেত্ৰত উপসাক্ষ্য স্বৰূপে ( Testimonium ) ব্যৱহৃত হ'ব পাৰে। তেনে পুথিত ব্যৱহৃত শব্দ বা বাক্যাংশৰ বা আন কিবা ত্ৰুটি চকুত পৰিলে, তাৰ শুদ্ধতা নিৰ্ণয় কৰাৰ প্ৰয়োজনো অৱশ্যে থাকিব। কিন্তু প্ৰধানকৈ যিবোৰ লিপিৰ মূল পাণ্ডুলিপি হেৰাই গৈছে, পোৱা গৈছে কেৱল তাৰ প্ৰতিলিপি, তেনে পুথিৰ ক্ষেত্ৰত পাঠৰ শুদ্ধতা আৰু প্ৰকৃততা নিৰ্ণয়ৰ প্ৰয়োজনীয়তা হ'ল অধিক। বিশেষকৈ জনপ্ৰিয় হৈ উঠা গ্ৰন্থ বিভিন্ন স্থানত, বিভিন্ন সময়ত, বিভিন্ন লোকে প্ৰতিলিপি কৰি



লয়। এনেভাৱে স্থান, কাল আৰু পাত্ৰৰ বিভিন্নতাই গ্ৰন্থৰ ভিতৰত অবাঞ্ছনীয় ভাৱে শব্দ বা বিষয়ৰ পৰিৱৰ্তন, পৰিবৰ্ধন, সংক্ষেপকৰণ, বিস্তৃতিকৰণ আদি ত্ৰুটি ঘটাব পাৰে। গতিকে তেনে ক্ষেত্ৰত প্ৰকৃত পাঠ উদ্ধাৰ কৰাৰ প্ৰয়োজনীতা অধিক হৈ পৰে। লগতে শুদ্ধ পাঠ নিৰ্ণয় কৰা কাৰ্যও অনেক পৰিমাণে জটিল হৈ পৰে। উদাহৰণ স্বৰূপে—আমাৰ কীৰ্তন আৰু নামঘোষা-লৈকে আঙুলিয়াব পাৰি। এই গ্ৰন্থ অসমৰ ইমূৰৰ পৰা সিমূৰলৈকে প্ৰচলিত। এই গ্ৰন্থ বিভিন্ন সময়ত বিভিন্ন স্থানত বিভিন্ন লোকে প্ৰতিলিপি কৰি লৈছে। ফলত ইখন গ্ৰন্থৰ লগত সিখন গ্ৰন্থৰ ঠায়ে ঠায়ে বৰ্ণ বা শব্দ বা স্তৱকৰ অমিল ধৰা পৰিছে। দেখাত সৰু হ'লেও এনেবোৰ অমিল বৰ ডাঙৰ কথা। আমি যিহেতু শংকৰদেৱে নিজৰ হাতেৰে লিখা মূল পুথিৰ অধ্যায়বোৰ পোৱা নাই, গতিকে আমি বিভিন্ন স্থানত পোৱা পুথিৰ পাঠ বিচাৰ বিশ্লেষণ কৰি অন্ততঃ আদি গ্ৰন্থখনৰ ওচৰচপা এটা পাঠ প্ৰস্তুত কৰি ল'ব লাগিব। তাকে কৰিবলৈ যাওঁতে শংকৰদেৱৰ ব্যাকৰণ, ছন্দসৰ্জ্জা, তেওঁৰ দৰ্শন, তেওঁৰ ৰচনাৰীতি, আদিৰ লগত পৰিচয় হোৱা, তেওঁৰ বিষয়ে লিখা বা তেওঁৰ ৰচনাৰ লগত সম্পৰ্ক থকা অন্যান্য পুথিৰ পৰা উপসাক্ষ্য গ্ৰহণ কৰিব লাগিব। কিন্তু তাকে কৰিবলৈ যাওঁতেও আমি এখন প্ৰাপ্ত পুথিক ভেটি কৰিব লাগিব। কোনখনক কৰিম? পাঠ সমীক্ষাৰ নিৰ্দেশ হ'ল—যিখন পুথিৰ পাঠ কম আৰু যিখন পুথি সংৰক্ষণশীলতাৰ পৰিচায়ক। ইয়াকে কোৱা হয় Textus Simplicitor অৰ্থাৎ নিৰলংকৃত, বাকী বিলাকক কোৱা হ'ব—Textus Ornation বা অলংকৃত পাঠ। সাধাৰণ সম্পাদনাত এখন পুথি থাকে ; কিন্তু পাঠ-সমীক্ষাত সেই পুথিৰ প্ৰাপ্ত সকলো বা যিমান সম্ভৱ সিমান পুথি থাকে। এখন পুথিক ভিত্তি কৰিয়েই তাৰ পাঠ-সমীক্ষা কৰিব লগা কেতিয়াবা হ'ব পাৰে। তেনে পাঠক কোৱা হয়—Codex Unicus অৰ্থাৎ Single Text অৰ্থাৎ একমাত্ৰ পাঠ। তেনে ক্ষেত্ৰত সেই পুথিৰ intrinsic অৰ্থাৎ অন্তৰংগ আৰু extrinsic অৰ্থাৎ বহিৰংগ প্ৰমাণৰ ওপৰত ভিত্তি কৰি সম্পাদনা কৰিব লাগে। শিলালিপি বা আম্ৰলিপিৰ ক্ষেত্ৰত ইয়াকে কৰাৰ বাহিৰে উপায় নাই।

বহিৰংগ সাক্ষ্য বুলিলে—পুথি বা 'লেখ'ৰ আকাৰ, সংৰক্ষণৰ স্থান বা পোৱাৰ স্থান, পৃষ্ঠা সংখ্যা, বিষয়, আখৰৰ গঢ়, ব্যাকৰণগত বৈশিষ্ট্য, বয়স আদিৰ বিচাৰ পৰে। অন্তৰংগ সাক্ষ্য বুলিলে—পুথিৰ ভিতৰৰ বিষয়বস্তুত

থকা চন-তাৰিখ, ঘটনাৰ উল্লেখ বা বিবৰণ, একে ধৰণৰ অন্যান্য পুথি বা সমলৰ লগত থকা সাদৃশ্য-বৈসাদৃশ্য, ঐতিহাসিক তথ্য পাতি বা ঘটনাৰ লগত থকা সম্পৰ্ক, অন্যান্য উপসাক্ষ্য আদিৰ বিচাৰ পৰে। এই কামেই হ'ল অতিশয় জটিল। ধৰা যাওক—আমাৰ গুৰুচৰিতসমূহৰ ওপৰত ভৰ দি চৰিত-বৰ্নিত ঘটনাৰ শুদ্ধতা নিৰূপন কৰিব লাগে। তেনে ক্ষেত্ৰত প্ৰাপ্ত চৰিত সমূহৰ বিষয়ৰ লগত সংগতি ৰাখি গুৰু সকলৰ ৰচনাৱলী, সমকালীন অন্যান্য লেখকৰ ৰচনাৱলী, ঐতিহাসিক বিৱৰণ আদিৰ ওপৰত ভৰ কৰিব লাগিব। কেৱল এখন পুথিৰ কথাৰ ওপৰত ভৰ দি সিদ্ধান্ত ল'লে নচলিব। সাক্ষ্য, উপসাক্ষ্যৰ দ্বাৰা যদি প্ৰমাণিত হয় যিটো পাঠ পোৱা হৈছে সি corrupt বা বিকৃত পাঠ, তেনেহলে তেনেপাঠ সংশোধন কৰিব লাগিব। তাকে কৰোঁতে লেখক আৰু লেখাৰ ভাবাৰ্থ, প্ৰসংগ, ষ্টাইল, ছন্দস্পন্দ আৰু ছন্দবন্ধৰ বৈশিষ্ট্য আদিৰ প্ৰতি সতৰ্ক চকু ৰাখিব লাগিব।

পাঠ-সমীক্ষাৰ প্ৰধান লক্ষ্যই হ'ল—যথাসম্ভৱ শুদ্ধ পাঠ নিৰ্ণয় কৰা। পুথিতনো অশুদ্ধ পাঠ কেনেকৈ লিপিবদ্ধ হয়—তাৰ প্ৰধান কাৰণ আগতে কৈ অহা হৈছে—অৰ্থাৎ পুথিৰ প্ৰতিলিপি কাৰকৰ হাতত পৰি পাঠৰ প্ৰমাদ ঘটে। এনে প্ৰমান সমূহ ঘটাৰ দুটা কাৰণ নিৰ্ণয় কৰিব পাৰি—visual error অৰ্থাৎ ক'ব পাৰি দৃষ্টি-দোষ আৰু psychological error অৰ্থাৎ মনস্তাত্বিক দোষ। প্ৰথম বিধৰ দোষ কৰে অৰ্থ নুবুজাকৈ প্ৰতিলিপি কৰা মানুহে। আমাৰ অসমত এনে প্ৰতিলিপি কাৰকো আছিল—যি সকল সম্পূৰ্ণ অশিক্ষিত আছিল। তেওঁলোকে পুথিৰ আখৰ চাই তেনে আৰ্হিৰে আখৰৰ শাৰীবোৰ আঁকি গৈছিল। তেনেলোকক বোলা হৈছিল 'খনিকৰ'। আমাৰ পুথিৰ শেষত সদায় লিখা থাকে—"যথাদৃষ্টং তথা লিখিতং লিখকে নাস্তি দোষণম্। ভীম-শ্চাপি ৰণে ভংগে—মুনিনাঞ্চ মতিভ্ৰমঃ॥" গতিকে লিপিকাৰে যি দেখে তাকেই লিখে বা আঁকে। এনেভাৱে প্ৰতিলিপি কৰোঁতে আখৰ বা শব্দ বা কেতিয়াবা শাৰীপৰ্যন্ত বাদ পৰি যাব পাৰে। দ্বিতীয়বিধ লিপিকাৰ হ'ল—অৰ্থ বুজিবলৈ যত্ন কৰি প্ৰতিলিপি কৰা লোক। অৰ্থ বিচাৰি কপি কৰিবলৈ গৈ এনেলোকে কেতিয়াবা নিজৰ অজ্ঞতাবশতঃ শব্দৰ অৰ্থ বিচাৰি নাপাই পুথি শুধৰাবলৈ যত্ন কৰে। ফলত পাঠ-বিকৃতি corruption ঘটে। আন এটা কাৰণ হ'ল—আখৰৰ গঢ়ৰ পৰিবৰ্তন ধৰিব নোৱাৰাৰ ফলত কৰা ভুল। তদুপৰি গদ্য পাঠৰ বেলা বহু সময়ত একে লেঠাৰিয়ে কথা লিখা থাকে।



ফলত শব্দ ভাঙিব নোৱাৰি ভুল কৰাৰ সম্ভাৱনাও আছে। গতিকে দেখা গ'ল—ভুলকৈ দেখা ( wrong vision ), ভুলকৈ পঢ়া ( wrong reading ) আৰু সংশোধন কৰাৰ (amendation) প্ৰবৃত্তিৰ পৰা পাঠৰ বিকৃতি ঘটে। আৰু দুটা কাৰণত পাঠৰ বিকৃতি ঘটে। এনে বিকৃতিক প্ৰক্ষিপ্ত ( Interpollating ) বোলাহে যুগুত। এটা হ'ল—উদ্দেশ্য প্ৰণোদিত হৈ পাঠৰ সাল-সলনি ঘটোৱা বা পাঠৰ মাজত লিপিকাৰে নিজে ৰচনা কৰি কথা সুমাই দিয়াৰ পৰা বিকৃতি ঘটে। সাম্প্ৰদায়িক কাৰণত এনে কৰাৰ উদাহৰণো আছে। আৰু দ্বিতীয়টো হ'ল—আঞ্চলিক বিশেষত্বৰ প্ৰভাৱ লিপিকাৰৰ যোগে সোমাই মূল পাঠৰ বিকৃতি ঘটায়। [ প্ৰসংগক্ৰমে উল্লেখযোগ্য—লিপিকাৰ শব্দৰ প্ৰতিশব্দ স্বৰূপে—কায়স্থ, কৰণ, কাৰণিক, কাকতি, ধৰ্মলেখি, শাসনিক, শাসয়িতা, লেখয়িতা, লিখক আদি শব্দ পোৱা যায়। বৰং-বৰণ সনা আৰু অকাঁ লোকক অসমত খনিকৰ বোলা হয়। ] দেখা গ'ল যে লিপিকাৰৰ ওপৰত পুথিৰ বিকাৰ ঘটাৰ সম্ভাৱনা বেছি। গতিকে লিপিকাৰ হ'ব লাগিব—সাৱধান, কামৰ প্ৰতি বিশ্বস্ত আৰু বুদ্ধিমান কিন্তু সাধু। অনেকে বুদ্ধিমান লিপিকাৰতকৈ অজ্ঞ লিপিকাৰক হে বেছি ভাল বুলি ভাবে। কাৰণ এনে লোকে কৰা ভুল সহজে ধৰিব পাৰি আৰু এনে লোকে প্ৰণোদিত হৈ প্ৰমাদ নঘটায়।

সাধাৰণ ভাবে—এই কথা সহজবোধ্য যে আমাৰ অনেক গ্ৰন্থৰ সম্পাদকে পুথি-সম্পাদন কৰোঁতে নিজৰ এই গধুৰ দায়িত্বৰ প্ৰতি অকনো সচেতনতা অনুভৱ নকৰে। অনেক ক্ষেত্ৰত সেই বাবে 'সম্পাদক' শব্দটোৰ অপপ্ৰয়োগ ঘটি আহিছে। বৰং এনে অনেক তথাকথিত সম্পাদকক—হয় সাধাৰণ সংগ্ৰাহক বা সংগ্ৰথক বুলিহে ক'ব পাৰি, আনকি সংকলক বোলাও টান হৈ পৰে।

পুৰণি পুথিসমূহৰ প্ৰতিলিপিকৰণৰ ওপৰত ভিত্তি কৰি ইয়াক পাঁচোটা ভাগত ভগাব পাৰিঃ (১) লেখকে নিজা হাতেৰে লিখা পুথি—Autograph; (২) লেখকে নিজে আগত থাকি প্ৰতিলিপি কৰোৱা পুথি—Authorised or Protected Text ; (৩) সাধাৰণ ভাৱে প্ৰতিলিপি হৈ হৈ বংশ বৃদ্ধি হোৱা পুথি—Transmitted Text ; (৪) বংশ বৃদ্ধি হৈ কোনোবা লিপিকাৰৰ হাতত পৰি এক হোৱা পুথি—Conflated Text বা Crossed Text আৰু (৫) মূল পুথি নোপোৱাত কোনোবা লিপিকাৰে মনেৰে সুঁৱৰি কৰা প্ৰতিলিপি—Redaction ( পুনৰ্লেখিত পাঠ )।

এজন সম্পাদকে সম্পাদনা কৰিবলৈ কেইবাটাও স্তৰ পাৰ হ'ব লাগিব। তেওঁ পাৰিলে মূল পাণ্ডুলিপি ( Extant Ms )ৰ ওপৰত নিৰ্ভৰ কৰিব। আৰু মূল পুথি নাথাকিলে অনুমান-সিদ্ধ ( Non-extant Mss ) পাঠৰ ওপৰত নিৰ্ভৰ কৰিব। তাৰ পিছত তেওঁ প্ৰাপ্ত পুথিসমূহৰ পুৰ্ণমূল্যায়ণ (Resention ) কাৰ্য কৰিব। তৃতীয় স্তৰত তেওঁ, সংশোধন কাৰ্য কৰিব। কিন্তু ইয়াতে সন্তুষ্ট নাথাকি সৰ্বশেষ স্তৰত তেওঁ ভাষা-ছন্দ, ষ্টাইল আদি চাই প্ৰাপ্ত পাঠৰ ভুল-শুদ্ধ নিৰ্ণয় কৰি লেখকে কোন কোন উৎসৰ পৰা বিষয় গ্ৰহণ কৰিছে, তাৰ ব্যাখ্যা সহ নিজৰ সিদ্ধান্ত প্ৰকাশ কৰিব। এই পঞ্চম স্তৰৰ কাৰ্যক বোলা হয় Higher Criticism অৰ্থাৎ অধি-সমীক্ষা।

এই স্তৰ সমূহ পাৰ হবলৈ তেওঁ গ্ৰহণ কৰিব লাগিব বিজ্ঞান সন্মত পদ্ধতি। সম্পাদকৰ প্ৰথম কাম হব বিভিন্ন পাঠান্তৰ ( variant reading ) সংগ্ৰহ কৰা। ইয়াক কোৱা হয় পাঠ-আবিষ্কাৰ ( Heuristics )। প্ৰাপ্ত পাঠান্তৰ সমূহৰ পাঠ-পুনৰ্গঠন বা পাঠ-পুনমূৰ্ল্যায়ন Resention )ৰ বাবে তেওঁ পাঠ collate কৰিব অৰ্থাৎ পাঠ-সমুচ্ছয় প্ৰস্তুত কৰিব। তাৰ বাবে তেওঁ চাৰি কোণীয়াকৈ ঘৰ ঘৰ কৰি পাঠ-সমুচ্ছয় প্ৰ-পত্ৰ ( Collation Seat) প্ৰস্তুত কৰি বাওঁহাতে গ্ৰন্থৰ নাম, পৃষ্ঠাৰ ক্ৰমাংক তাৰ পিছত standard প্ৰতিলিপিৰ এটা শ্লোকৰ প্ৰথম শাৰী লিখিব। এই শাৰীটোক কোৱা হয় Master line বা নিয়ন্ত্ৰক-পংক্তি। তাৰ পিছত প্ৰতিটো আখৰ এটা এটা ঘৰত লিখি যাব। এনে ভাৱে পাঠ সমুচ্চয় প্ৰস্তুত কৰাৰ পিছত প্ৰতিটো বৰ্ণই তেওঁৰ বাবে স্পষ্ট হৈ পৰিব। প্ৰশ্ন হ'ব—তেওঁ প্ৰাপ্ত পুথিৰ কোনটো প্ৰতিলিপিক ভিত্তি কৰিব ? কোৱা হয় জটিল পাঠেই হ'ল—ইয়াৰ বাবে সৰ্বোৎকৃষ্ট পাঠ ( Difficult reading is the correct reading. S. M. K )। সেইবাবে কোৱা হয়—Lactio difficilior—prefer the harder reading. অন্যহাতে এনে পাঠেই হয় নিৰলংকৃত পাঠ। নিৰলংকৃত পাঠেই মূলৰ ওচৰ-চপা হোৱাৰ সম্ভাৱনা সৰ্বাধিক। আৰু এটা কথা মন কৰিবলগীয়া—যি বিকৃতি বা পুথিৰ প্ৰতিলিপিৰ সংখ্যা লানি লগাকৈ সৰহ সংখ্যক পোৱা যায় তেনে পুথিৰ প্ৰক্ষিপ্তি প্ৰথমাৱস্থাতেই ঘটাৰ সম্ভাৱনা থাকে। callation seat ৰ সহায়ত এনে পাঠান্তৰ চিনাক্ত কৰা আৰু চিহ্নিত কৰা সহজ হৈ পৰে। তদুপৰি তাৰ দ্বাৰা একোখন পুথিৰ বংশলতা (geneology) প্ৰস্তুত কৰা সম্ভৱ হয়। ইয়াক pedigree বা Stemma condicum বা geneologial tree



অৰ্থাৎ বংশ-বৃক্ষ বোলা হয়। বংশলতা সদায় তলৰ পৰাই নিৰ্নীত হয়। এখন পুথিৰ পাঠান্তৰ থকা কেইবাটাও প্ৰতিলিপি কেইবাখনো স্থানত পোৱা হ'ল। সেই প্ৰতিলিপি সমূহ হয়তো বেলেগ বেলেগ ঠাইত একোটা বেলেগ গোটৰ প্ৰভাৱত হোৱা প্ৰতিলিপি। গতিকে প্ৰথমে প্ৰাপ্ত পুথিসমূহৰ গোষ্ঠী বিভাজন ( grouping ) কৰি প্ৰতিটো গোষ্ঠী তাৰ পূৰ্বতম কোন গোষ্ঠীৰ পৰা আহিছে তাৰ নিৰ্ণয় কৰি গৈ থাকিব লাগিব। উদাহৰণ স্বৰূপে—মহাভাৰতৰ আমি উড়ীয়া, বঙালী, অসমীয়া, মৈথিলী আদি ঠাইৰ প্ৰতিলিপি পালোঁ। আকৌ ধৰা যাওক—দেৱনাগৰী লিপ্যন্তৰ পুথি শাৰদা লিপিৰ মহাভাৰত পালো। আমি প্ৰথম ভাগক যদি উত্তৰ-মধ্য ভাগত ধৰো, ২য় ভাগক উত্তৰ পশ্চিম ভাগত ধৰিম। এই দুয়োটা বিভাগ আকৌ উত্তৰ ভাৰতীয় গোষ্ঠীসম্ভূত। আনহাতে দক্ষিণ ভাৰতীয় গোষ্ঠী এটাও পালোঁ। এই দুয়োটা গোষ্ঠী যৰপৰা ওলাইছে সেই মহাভাৰত খনকে আমি কল্পিত আদি মহাভাৰত বুলি ( U R Mahabharata ) ধৰিলো। যিহেতু মহাভাৰতৰ মূল পাণ্ডুলিপি ক'তো নাই, গতিকে উত্তৰ আৰু দক্ষিণ ভাৰতৰ সংস্কৰণবোৰ জন্মলাভ কৰা এখন মহাভাৰত থাকিব বুলি ধৰি লোৱা হ'ল। কিন্তু এই গ্ৰন্থখনো দৰাচলতে নাই। পাঠ সমীক্ষাৰ কাম হব প্ৰাপ্ত পুথিৰ ভিতৰত আটাইতকৈ প্ৰাচীন বুলি প্ৰমাণিত নিৰলংকৃত গ্ৰন্থৰ ভিত্তি কৰি বাকী পাঠ সমূহৰ সহায় লৈ UR Mahabharata পাঠৰ পুনৰ্গঠন বা পুনৰ্নিৰ্মান ( Resention ) কৰা। তাকে কৰোতে বংশ লতাৰ তলৰ পুথিবোৰৰ বিশ্লেষণ কৰি যিবোৰ সন্দেহজনক—একাষৰীয়াকৈ ৰাখিব লাগিল ; কিছুমান হয়তো বৰ্জন কৰিব লগীয়া হ'ব পাৰে ( doubtful acceptance) আৰু কিছু সংখ্যক প্ৰাথমিক পুণৰ্গঠন কৰিব লাগিব। গতিকে আৰ্হি পাঠ অৰ্থাৎ exempler প্ৰস্তুত কৰালৈকে তেওঁ দুটা স্তৰ পাৰ হ'ব লাগিব। Edito princeps অৰ্থাৎ প্ৰাথমিক সংস্কৰণ প্ৰস্তুতকৰণ আৰু Emedatio অৰ্থাৎ সংশোধন পৰ্ব। তেওঁৰ Collation seatয়েই ক'ব—কোনবোৰ গ্ৰন্থত অপপাঠ ( Mis reading ) আছে ; কোন কোন গ্ৰন্থত পাঠান্তৰ ঘটিছে (Variant reading ) ; কোনখন গ্ৰন্থৰ পাঠ মিশ্ৰিত ( conflated ) ; কোন কেইখন পৰম্পৰায়ত (Transmitted Text)। ইয়াৰ ওপৰত ভিত্তি কৰি সমীক্ষাত্মক পুনৰ্গঠিত পাঠ ( critical resention ) প্ৰস্তুত কৰি ল'ব লাগিব।

বংশলতাৰ প্ৰস্তুতি এই ক্ষেত্ৰত সেই বাবেই সমধিক গুৰুত্বপূৰ্ণ হৈ পৰে।

ইয়াৰ সহায়তেই সমীক্ষকে গ্ৰন্থৰ বিভিন্ন পাঠান্তৰ পাৰ হৈ উপ আদিৰূপ (Sub Archetype) আৰু শেষত আদিৰূপৰ (Archetype) সম্ভাৱনা প্ৰস্তুত কৰে। এই ৰূপটোকে UR বুলি কোৱা হৈছে। অৰ্থাৎ ইয়েই হ'ল গ্ৰন্থখনৰ বিভিন্ন প্ৰতিলিপিৰ কল্পিত জনক গ্ৰন্থ।

এই ৰূপটোৰ প্ৰাথমিক সংস্কৰণ নিৰ্মান কৰাৰ পিছত তেওঁ সংশোধনৰ কাম হাতত ল'ব। সংশোধন কৰা হয় সাক্ষ্য (Known evidence) আৰু উপসাক্ষ্যৰ (Testimonia) ওপৰত ভিত্তি কৰি। কোৱা হয়—কোনো লেখকেই অকলশৰীয়া ভাৱে বিচ্ছিন্ন নহয়। কাৰণ—লেখকৰ সেই গ্ৰন্থ কোনোবাই পঢ়িছে, কোনোবাই প্ৰতিলিপি কৰিছে, কোনোবাই তাৰ সাৰাংশ লিখিছে, কোনোবাই redaction কৰিছে, কোনোবাই Parody কৰিছে, কোনোবাই অনুকৰণ কৰিছে, কোনোবাই টীকা লিখিছে বা কোনোবাই তাৰ কিছু কথা ধাৰ কৰিছে। এইবিলাক হ'ল উপসাক্ষ্য। এই উপসাক্ষ্য থকা গ্ৰন্থৰ তাৰিখ যদি সমীক্ষা কৰিবকৈ লোৱা প্ৰাপ্ত পুথিত কৈ আগৰ হয়, তেনে ক্ষেত্ৰত উপ-সাক্ষ্যৰ মূল্য বাঢ়ি যায়। গ্ৰন্থখনৰ কোনো অংশ পিছত কোনোবাই আন গ্ৰন্থত সংকলন কৰিবও পাৰে। তেনে সংকলনো ভাল উপসাক্ষ্য হ'ব পাৰে। উপসাক্ষ্য বহন কৰিব পৰা এই কেইটা আধাৰ আছে—(১) সংকলন গ্ৰন্থ, (২) অনুবাদ গ্ৰন্থ, (৩) উদ্ধৃতি (৪) উল্লিখন বা প্ৰসংগ, (৫) অনুকৰণ (৬) পাৰ্শ্বভ্যুদয় (সেই গ্ৰন্থৰ একোটা পংক্তিলৈ নিজে এটা বা দুটা ৰচনা কৰা: মেঘদূতৰপৰা লোৱাৰ উদাহৰণ আছে) (৭) সাৰ-সংগ্ৰহ [(Epitome) ক্ষেমেন্দ্ৰৰ ভাৰত মঞ্জৰী], (৮) ছাঁ লোৱা, (৯) পুৰণি টীকাকাৰসকলৰ টীকা-ভাষ্য। সংশোধনৰ সময়ত প্ৰশ্ন হব—এই লিপিটো গ্ৰন্থকাৰে কৰা-নে মূল গ্ৰন্থৰ ওচৰ চপাকৈ কোনোবাই কৰা? গতিকে ইয়াত সম্ভাৱনাৰ প্ৰশ্ন জড়িত। অন্তৰংগ আৰু বহিৰংগ সম্ভাৱনৰ (Intrinsic and Extrinsic Probability) ভিত্তিত ইয়াৰ উত্তৰ বিচাৰিব লাগিব। সাক্ষৰ দ্বাৰা যদি প্ৰমাণিত হয়—যিটো পাঠ পোৱা হ'ল সি প্ৰমাদ যুক্ত, তেতিয়া তেনে পাঠ সংশোধন কৰিব লাগিব। কিন্তু সংশোধন কৰিলেও পোৱা পাঠৰ ৰূপ তাত ৰাখিব লাগিব। সংশোধনৰ প্ৰশ্ন তেতিয়াহে আহিব—যেতিয়া সকলো প্ৰকাৰৰ পৰীক্ষা-নিৰীক্ষা কৰিও শুদ্ধ ফল পোৱা নাযায়।

সংশোধনৰ দুটা ধাৰা আছে: (১) সংৰক্ষণশীল ধাৰা আৰু (২) সংশোধনবাদী ধাৰা; প্ৰথমটো ধাৰাৰ সমৰ্থক সকলে—পাঠ সংশোধন কৰাটো



সমৰ্থন নকৰে; বৰং পাঠ একে ৰাখি তাৰ ভাষ্য দিয়াতো উচিত বুলি ভাৱে। দ্বিতীয়টো ধাৰাৰ সমৰ্থক সকলে সংশোধন কাৰ্যত অধিক গুৰুত্ব দিয়ে। কিন্তু এনেভাৱে খৰখেদাকৈ জধে-মধে সংশোধন কৰাটোয়ে অবৈজ্ঞানিক কথা—সেই বিষয়ে সন্দেহ নাই। S. M. Kartreএই কৈছে—"All the trustworthy witnesses to a text must be heard and heard continuously before a verdict is given." যত লেখকৰ ভাষা, বিষয়বস্তু, ভাবাদৰ্শ, ছন্দসজ্জা, ৰচনাশৈলী, শব্দচয়ন আৰু ব্যাকৰণ—এই আটাইবোৰে সমৰ্থন কৰে যে—পুথিত পোৱা কোনোবা এটা শব্দ বা বাক্যাংশ—লেখকৰ এই বৈশিষ্ট বোৰৰ বিৰুদ্ধে যায়, বৰং তাৰ ঠাইতে লেখকে ব্যবহাৰ কৰা বা কৰিব পৰা আন এটা শব্দহে প্ৰযোজ্য, তেনে ক্ষেত্ৰতেই সংশোধন গ্ৰহণীয়। অৱশ্যে লিপিকাৰৰ প্ৰমাদ-জনিত ত্ৰুটি অন্য পাঠৰ লগত তুলনামূলক বিচাৰ কৰি সংশোধন কৰাত বাধা কম। তদুপৰি য'ত Prakritism পৰিলক্ষিত হয়, যেনে 'স'ৰ ঠাইত 'হ'—তেনে ভ্ৰান্তি সংশোধন কৰাত বাধা নাই। বংশবৃক্ষ নিৰ্ণয় কৰি লোৱা পদ্ধতিয়ে যিহেতু ক্ৰমাৎ পুথিৰ প্ৰথমৰ সংস্কৰণৰ ওচৰ চাপি যোৱাত সহায় কৰে, সেইবাবে এই পদ্ধতিয়েই সৰ্বোৎকৃষ্ট বুলি ভবা হয়। কাৰণ, প্ৰাপ্ত পুথিসমূহত দেখা পোৱা ভ্ৰান্তি তাৰ উৎস পুথিৰ পাঠৰ সহায়ত সহজে ধৰিবপৰা হয়। সেইবাবে পাঠ-সমীক্ষাত Collation Seatৰ ব্যৱহাৰো অতি আৱশ্যকীয় হৈ পৰে।

ভাৰতবৰ্ষত পাঠ-সমীক্ষাৰ প্ৰচলন হোৱা বেছি দিন হোৱা নাই। ভাণ্ডাৰকাৰৰ মহাভাৰতৰ সম্পাদনা এই ক্ষেত্ৰত শীৰ্ষস্থানীয় আদৰ্শ। এই ক্ষেত্ৰতো মহাভাৰতৰ প্ৰাপ্ত সংৰক্ষণসমূহৰ বংশবৃক্ষ প্ৰস্তুত কৰি এই গ্ৰন্থৰ এটি আহি পাঠ যুগুত কৰি, পাঠান্তৰৰ ত্ৰুটি বিচ্যুতিৰ ব্যাখ্যা সহ সম্পাদনা কাৰ্য কৰা হৈছে। এই কাৰ্যৰ সকলো দিশ অৱশ্যেই এজন ব্যক্তিৰ দ্বাৰা সম্পন্ন কৰি উলিওৱা সম্ভৱ নহয়। পাঠ-সমীক্ষাত অনেক পৰিভাষাৰ প্ৰয়োগ কৰিছে। ইবিলাকৰ জ্ঞানো সমীক্ষকৰ বাবে অতিশয় প্ৰয়োজনীয়। এই পৰিভাষাবোৰ দৰাচলতে পাঠ-সমীক্ষাৰ কাৰিকৰী পৰিভাষাত (Technical term) পৰিণত হৈছে। আমি আলোচনাত সেই পৰিভাষাসমূহ ব্যৱহাৰ কৰিছোঁ। তাৰ ইংৰাজী পৰিভাষাৰ অসমীয়া প্ৰতিশব্দ দিবলৈ যত্ন কৰা হৈছে। এই ক্ষেত্ৰত ১৯৭৬ চনৰ অক্টোবৰ মাহত গুৱাহাটী বিশ্ববিদ্যালয়ত ড° মহেশ্বৰ নেওগৰ পৰিচালনাত হোৱা 'আলোচনা সত্ৰ'ত আলোচনা-বিলোচনাৰ অন্তত

নিৰ্মান কৰি উলিৱা পৰিভাষাসমূহ ব্যৱহাৰ কৰাৰ উপৰিও কেইটিমান শব্দৰ পৰিভাষা ব্যক্তিগত ভাবে ব্যৱহাৰ কৰিছোঁ। এনেভাৱে নিজে ব্যৱহাৰ কৰা পৰিভাষাৰ উদাহৰণস্বৰূপে Palaeography ৰ সলনি লিপি-বিজ্ঞান, Manuscriptology ৰ সলনি পাণ্ডুলিপিতত্ত্ব, Antiquarian Science ৰ সলনি পুৰাতত্ত্ব-বিজ্ঞান, Epigraphyৰ সলনি পাঠোদ্ধাৰ বিজ্ঞান আদি শব্দ লৈ আঙুলিয়াব পাৰি। যদি এই শব্দবোৰৰ প্ৰয়োগ আগৰ পৰা হৈছে তেনেহলে সি মোৰ অজ্ঞাত। অৱশ্যেই এনে পৰিভাষা সমূহেও amendation বিচাৰিব পাৰে।

ভাৰতবৰ্ষত পাঠ-সমীক্ষা-সম্পৰ্কে আলোচনা কৰি গৈছে ড° এছ. এম. কাত্ৰে'ই। তেখেতৰ Introduction to Indian Textual Criticism য়েই হ'ল এই বিষয়ৰ একমাত্ৰ পুথি। অৱশ্যে পাঠ-সমীক্ষক স্বৰূপে ভাৰতবৰ্ষৰ কেইবাগৰাকীও পণ্ডিতে খ্যাতি অৰ্জন কৰিছে। শ্ৰুথংকৰ, ভাণ্ডাৰকাৰ আদি প্ৰাচ্যতত্ত্ববিদ পণ্ডিতৰ নাম স্মৰণীয়।

অসমত পাঠ-সমীক্ষা তেনেই নতুন বস্তু। স্বৰ্গীয় হেমচন্দ্ৰ গোস্বামীকে এই বিষয়ত বাটকটীয়া বুলিব লাগিব। স্বৰ্গীয় কালিৰাম মেধিয়ে সম্পাদনা কৰা 'অংকাৱলী'ত তাৰ আভাষ কিছু আছে। তেঘেতে এখন পুথিক ভিত্তি কৰি বিভিন্ন প্ৰাপ্ত পুথিৰ পাঠান্তৰ দি সম্পাদনা কৰিছে। স্বৰ্গীয় ৰাজমোহন নাথৰ সম্পাদিত বৰগীত আৰু ৰুক্মিণী হৰণ পুথিতো তাৰ আভাস আছে। কিন্তু এই কথা স্মৰণীয় যে—পাঠ-সমীক্ষাৰ কাম কেৱল পাঠ-নিৰ্ণয়তে সম্পূৰ্ণ নহয়; পুথিৰ লেখকৰ ভাব, ষ্টাইল, ভাষা, ব্যক্তিত্ব সকলো উদ্ঘাটন কৰি পুথি আৰু লেখকৰ স্থান আৰু মান নিৰ্ণয় কৰাও কাম আৰু এইখিনি কামো কোনো প্ৰকাৰে সহজ কথা নহয়। তদুপৰি প্ৰাচীন টীকাকাৰ সকলৰ টীকা-ভাষ্যৰ মাজতো 'পাঠ-সমীক্ষাৰ আভাস পাব পাৰি। কিন্তু ই স্বয়ংসম্পূৰ্ণ নহয়।

পাঠ পুনৰ্লেখনৰ সময়ত মূল পাঠৰ লুপ্ত বৰ্ণ, দুৰ্বোধ্য বৰ্ণ, নষ্ট হোৱা অংশ আদি বুজাবলৈ ক্ৰমে একোটা শব্দৰ ঠাইত তিনিটাকৈ ফুট (...), তিনিটা ফুট আৰু প্ৰশ্নবোধক চিন (...?) আৰু তৰাচিন (***) সাধাৰণতে ব্যৱহাৰ কৰা কৰা হয়। পাঠোদ্ধাৰ কৰি সেই অংশ বৰবন্ধনীৰ [] মাজত ৰখা হয়। কোনো বৰ্ণ বা শব্দ সম্পৰ্কে সন্দেহ থাকিলে প্ৰশ্নবোধক চিন (?) ব্যৱহাৰ কৰা হয়। পাঠত অশুদ্ধ শব্দ থাকিলে, সেই শব্দৰ পিছত শুদ্ধ শব্দ সৰু বন্ধনীৰ



মাজত (–) দিয়া হয়। ইয়াৰ উপৰিও সম্পাদকে ব্যৱহাৰ কৰা সংক্ষেপ বৰ্ণ বা সাংকেতিক চিহ্নৰ ব্যাখ্যা দি লোৱাটো অৱশ্যে কৰণীয়।

আমাৰ অসমত অনেক সাঁচিপতীয়া আৰু তুলাপতীয়া পুথি সিঁচৰিত হৈ পৰি আছে। কিছুমান সংগৃহীত হৈছে আৰু তাৰে অতি কম সংখকে প্ৰকাশ লাভ কৰিছে। কিন্তু এই গ্ৰন্থসমূহ সম্পাদনা কৰোতে পাঠ-সমীক্ষাৰ এই বিজ্ঞানসন্মত পদ্ধতি প্ৰয়োগ কৰা হোৱা নাই। কিছু পুথিত পাঠান্তৰৰ উল্লেখ হঁয়তো কৰা হৈছে। কিন্তু তাৰ ব্যাখ্যা বা যথাৰ্থতা প্ৰতিপন্ন কৰাৰ আৱশ্যকীয় অংশটো সম্পূৰ্ণ নহয়। ফলস্বৰূপে আমাৰ সাহিত্যৰ বুৰঞ্জীত থকা অনেক প্ৰাচীন লেখকৰ আৰু গ্ৰন্থৰ সময় আৰু স্থান নিৰ্ণয়ৰ কামো বাকী পৰি আছে। ড° মহেশ্বৰ নেওগ সম্পাদিত 'প্ৰাচ্য-শাসনাৱলী' গ্ৰন্থ খনিকে এই ক্ষেত্ৰত সমীক্ষিত পুথিৰ এটি ভাল নিদৰ্শন স্বৰূপে দেখুৱাব পাৰি। 'পুনৰ্লেখিত পাঠ'ৰ পুথি স্বৰূপে তেখেতৰ দ্বাৰা সম্পাদিত 'বৰদোৱা গুৰুচৰিত' খনিলৈ আঙুলিয়াব পাৰি। দৰাচলতে কবলৈ গ'লে ড° নেওগেই 'পাঠ-সমীক্ষা'ৰ পদ্ধতি-প্ৰয়োগত সম্প্ৰতি নতুন বাট কাটিছে। সম্প্ৰতি আমাৰ দেশতো 'পাঠ-সমীক্ষা' গবেষণাৰ বিষয়বস্তু স্বৰূপেও স্বীকৃত হৈছে।

অসমত অনেক পুথি-পত্ৰ সিঁচৰিত হৈ আছে যদিও তাৰে বহুতখিনি ইতিমধ্যে ধ্বংস বা নষ্ট হৈছে। বৰষুণ, বতাহ, জুই, গৰম আৰু মূৰ্খ উত্তৰাধিকাৰী হ'ল পুথি-পত্ৰৰ প্ৰধান শত্ৰু। পাঠ-সমীক্ষাৰ প্ৰতি আকৰ্ষণ বাঢ়িলে— এই বিজ্ঞানে পুথি-পত্ৰৰ সংৰক্ষণৰ প্ৰৱণতাও গঢ়ি তুলিব। সংৰক্ষিত পুথিৰ পাঠ নিৰ্ণয়ে যে কেৱল মূল লেখকৰ পাঠ উদ্ধাৰ কাৰ্যকে সম্পূৰ্ণ কৰিব এনে নহয়, বৰং আনুষঙ্গিক অন্যান্য হেৰাই যাবলৈ ধৰা সংবাদ আৰু সম্পদ ৰক্ষা কৰিব। ইয়াৰ দ্বাৰা প্ৰাচীন সকলৰ চিন্তাৰ বৈচিত্ৰ্য সন্তেদ পোৱা যাব আৰু দেশৰ ভাষা-সাহিত্য-সংস্কৃতি আৰু অন্যান্য ঐতিহাসিক বিষয়ত ই নতুনকৈ আলোকপাত কৰিব।

---

ঋণ স্বীকাৰ: Dr. S. M. Katre, An Introduction to Indian Textual Criticism.
ড° মহেশ্বৰ নেওগ, গুৱাহাটী বিশ্ববিদ্যায়ত আয়োজিত পাঠ-সমীক্ষা সম্পৰ্কীয় আলোচনা-চক্ৰৰ সঞ্চালকৰ ভাষণ।

## পৰিশিষ্টঃ প্ৰস্তৰ-লিপিৰ পাঠ-সমীক্ষা

# নগাজৰী-খনিকৰগাওঁ প্ৰস্তৰখণ্ড-লিপি

ডঃ মুকুন্দমাধৱ শৰ্মা

কেইবছৰমান পূৰ্বে, সম্ভৱতঃ ১৯৭২ চনৰ আদি ভাগতে, শিৱসাগৰ জিলাৰ গোলাঘাট মহকুমাৰ সৰু পথাৰ অঞ্চলৰ খনিকৰ গাওঁৰ স্বৰ্গীয় লুডুৰাম শইকীয়াৰ ঘৰত গোলাঘাটৰ দেবৰাজ ৰায় কলেজৰ অধ্যক্ষ ডঃ মোহিনী কুমাৰ শইকীয়াই উক্ত লিপিখনি আবিষ্কাৰ কৰিছিল। ইতিমধ্যে ডঃ প্ৰতাপ চন্দ্ৰ চৌধুৰীয়ে কামৰূপ অনুসন্ধান সমিতিৰ পত্ৰিকাত[১] আৰু ডঃ দীনেশ চন্দ্ৰ সৰকাৰে কলিকতাৰ জাৰ্নেল অব্ এনচিয়েণ্ট্ ইণ্ডিয়ান হিষ্ট্ৰীত[২] এই বিষয়ে ইংৰাজী ভাষাত আলোচনা কৰিছে। কিন্তু অসমীয়া ভাষাত এই বিষয়ে কোনো আলোচনা হোৱা আমাৰ চকুত পৰা নাই। তদুপৰি, উক্ত পণ্ডিত দুজনাৰ আলোচনাৰ পিছতো এই লিপিৰ বিষয়ে নতুনকৈ ক'ব লগীয়া কথা আছে। গোলাঘাট অঞ্চলৰ সংস্কৃতি-বিষয়ক ইতিহাসত এই প্ৰাচীন লিপিৰ নিশ্চিতভাবে এটি বিশেষ গুৰুত্বপূৰ্ণ স্থান আছে। সেয়েহে সাহিত্য সভাৰ বৰ্তমান গোলাঘাট অধিবেশনৰ লগত সঙ্গতি ৰাখি এই নিবন্ধ যুগুতোৱা হৈছে।

সাধাৰণতে যি ঠাইত কোনো এখন শিলালিপি বা তামৰ ফলি আদি আবিষ্কাৰ কৰা হয় সেই ঠাইৰ নামেৰেই লিপিখনিৰ নাম দিয়া হয়। স্বৰ্গীয় লুডুৰাম শইকীয়াই হেনো এই গুৰুত্বপূৰ্ণ প্ৰস্তৰ খণ্ডটি ওচৰৰে নগাজৰী অঞ্চলৰ ভগ্নস্তূপৰ মাজত পাই সযতনে খনিকৰ গাওঁত থকা নিজৰ ঘৰত আনি ৰাখিছিলহি। ডঃ চৌধুৰীয়ে খনিকৰগাওঁৰহে উল্লেখ কৰিছে, নগাজৰীৰ নাম লোৱা নাই। ডঃ সৰকাৰে কিন্তু 'নগাৰজী গাওঁৰ' উল্লেখ কৰিছে, খনিকৰ গাওঁৰ নাম লোৱা নাই। ডঃ মোহিনী কুমাৰ শইকীয়াই আমাক জানিবলৈ

১। **Journal of the Assam Research Society,** vol. XX, 1972-73, pp. 3-5.

২। **Journal of Ancient Indian History,** vol. VII, 1973-74, P. 245. এইটো এটা স্বতন্ত্ৰ প্ৰবন্ধ নহয়, টোকাহে।



দিয়া মতে "নগাৰজী বুলিলে এটা ডাঙৰ অঞ্চল বুজায়"। সেয়েহে ডঃ শইকীয়াৰ এটি ইঙ্গিত অনুসৰি, লগতে ডঃ চৌধুৰী আৰু ডঃ সৰকাৰে ইতিমধ্যে কৰা আলোচনাৰ লগত সঙ্গতি ৰাখি ইয়াত নগাজৰী-খনিকৰ গাওঁৰ নামেৰে লিপিখনি অভিহিত কৰা হৈছে।



উক্ত প্ৰস্তৰখণ্ডৰ ওপৰ ফাল, তল ফাল আৰু সোঁ ফাল ভাগি গৈছে। ফলত সেই প্ৰস্তৰখণ্ডত খোদিত লিপিখনিও অসম্পূৰ্ণ অবস্থাত পোৱা হৈছে। লিপিত বৰ্ত্তমান পাঁচটা শাৰী দেখা যায়। তাৰে প্ৰথম শাৰীৰ ওপৰৰ আধা ভাগি গৈছে, পঞ্চম শাৰীৰ বাওঁফালৰ পৰা দহোটা মান আখৰৰ বাহিৰে বাকীখিনি ভাগি গৈছে। ডঃ চৌধুৰীৰ মতে চৈধ্যটা আখৰেৰে সৈতে তৃতীয় শাৰীটো সম্পূৰ্ণ অৱস্থাত পোৱা হৈছে। ডঃ সৰকাৰৰ মতে কিন্তু বৰ্ত্তমান এখন বৃহত্তৰ লিপিৰ বাওঁফালৰ তলৰ অংশটোহে দেখা পোৱা গৈছে। আমাৰ মনেৰে এটাও শাৰী সম্পূৰ্ণ নহয় আৰু পঞ্চম শাৰীটোৰ পিছতো অন্ততঃ আৰু এটা খোদিত শাৰী আছিল। লিপিখনি প্ৰাচ্য ৰীতিৰ ব্ৰাহ্মী লিপিত[৩] লিখিত

৩। ব্ৰাহ্মী লিপিৰ ঘাইকৈ দুটা ভাগ, উত্তৰ ব্ৰাহ্মী আৰু দক্ষিণ ব্ৰাহ্মী। দুয়ো বিধৰে তৃতীয় বা শেহতীয়া স্তৰৰ লিপিটোক গুপ্ত লিপিও বোলা হয়, কিয়নো গুপ্ত সম্ৰাটসকলে এই লিপিকে বহুল ভাবে ব্যৱহাৰ কৰিছিল। বহু পণ্ডিতে অৱশ্যে এটা ৰাজপৰিয়ালৰ নামেৰে লিপিৰ নাম দিয়াটো সমৰ্থন নকৰে। আন হাতে উত্তৰৰ ব্ৰাহ্মী লিপিৰে প্ৰাচ্য, মধ্য আৰু প্ৰতীচ্য নামেৰে তিনিটা প্ৰকাৰ ভেদ আছে। সেই লিপিকে গুপ্ত লিপি বুলিলেও একে ধৰণৰ তিনিটা প্ৰকাৰ ভেদ মানি লোৱা হয়। সেই মতে ইয়াক প্ৰাচ্য ৰীতিৰ গুপ্ত লিপিও বুলিব পাৰি। (তুলনীয়, Dr. D. C. Sircar, **Select Inscriptions,** p. 263, n 1.)

আৰু ইয়াৰ আখৰৰ গঢ় সুৰেন্দ্ৰ বৰ্মাৰ উমাচল শিলালিপিৰে[৪] সৈতে একে ধৰণৰ। আখৰৰ গঢ়লৈ চাই ডঃ চৌধুৰীয়ে লিপিখন ষষ্ঠ শতিকাৰ শেষ ভাগত নাইবা সপ্তম শতিকাৰ আগ ভাগত খোদিত হৈছিল বুলি মত পোষণ কৰে। ডঃ সৰকাৰৰ মতে লিপিৰ আখৰ পঞ্চম শতিকামানৰ বুলি ধৰিব লাগিব।[৫] পঞ্চম শতিকাৰ সুৰেন্দ্ৰ বৰ্মাৰ উমাচল শিলালিপিৰে সৈতে থকা মিললৈ চাই আৰু আন দুই এটা প্ৰমাণৰ পৰিপ্ৰেক্ষিতত এই লিপিক উমাচল লিপিতকৈ প্ৰাচীনতৰ বুলি ভবাৰ অৱকাশ থকালৈ চাই আমাৰ মনেৰে বৰ্ত্তমান লিপিৰ সময় পঞ্চম শতিকাৰ আদিভাগ বুলি ধৰাই অধিক যুক্তিযুক্ত।[৬] ডঃ মোহিনী কুমাৰ শইকীয়াৰ সৌজন্যত পোৱা এখনি ফটোৰ সহায়ত লিপিখনি তলত দিয়াৰ দৰে পাঠ কৰা হৈছে :

১ম শাৰী। ন ন চ ৰা......[৭]

২য় শাৰী। মাহত্তৰো[৮] ব্ৰহ্মদত্তঃ ৰাজিশ্চেহাভি[৯]

৩য় শাৰী। পূৰ্ব্বেণ[১০] দিক্ৰমুক্খডঃ[১১] সীমা পশ্চিমতো

৪। দ্ৰষ্টব্য, **Epigraphia Indica,** vol. XXXI, Part II, April 1955 (printed 1957) ; **Indian Museum Bulletin,** January, 1969.

৫। '......is written in characters of about the fifth century A. D.'

৬। দেৱৰাজ ৰায় কলেজৰ অধ্যাপক শ্ৰীকমলেশ্বৰ শইকীয়ালৈ দিয়া ২৭ জুলাই, ১৯৭২ তাৰিখৰ চিঠিত ভাৰত চৰকাৰৰ চীফ্ এপিগ্ৰাফিষ্ট্ জনাইও লিখিছিল—'the inscription is......in Gupta character of about 500 A. D.'

৭। ড° চৌধুৰীয়ে প্ৰথম শাৰীটো এনেদৰে পাঠ কৰিছে—'ন নীচৰাসীন্দুতুল্যাত্তিহনৰাপ্য (ন্যৎ)। আনুমানিক পাঠ বন্ধনীৰ ভিতৰত দিছে। ড° সৰকাৰে এই শাৰীটো উকাকৈ ৰাখিছে।

৮। হ'ব লাগে 'মহত্তৰো'। ড° চৌধুৰীয়ে আ-কাৰটো মন কৰা নাই। বোধ হয় ছন্দোবদ্ধ আন শাৰীবিলাকৰ লগত মিল ৰাখিবলৈকে আ-কাৰটো দিয়া হৈছে। অৱশ্যে এটা স্বাৰ্থিক তদ্ধিত প্ৰত্যয় যোগ দিয়া হৈছে বুলি ধৰিলে মাহত্তৰ শব্দও শুদ্ধ।

৯। ড° সৰকাৰৰ মতে o ভি [ন], ড° চৌধুৰীৰ মতে o ভি (সৃসীমা)।

১০। ড° চৌধুৰীৰ মতে পূৰ্ব্বিসো। ইয়াৰ নিচিনা ৭ উমাচল লিপিৰ দ্বিতীয় শাৰীত বৰ্ম্মণা পদত আছে। তলৰ বাওঁফালৰ পাকটো নোহোৱাকৈ প্ৰায় একে আকৃতিৰ ৭ আনকি নিধনপুৰ তাম্ৰ শাসনতো দেখা যায়।

১১। ড° চৌধুৰীৰ মতে দিগ্ৰপুক্খৰঃ। ড° সৰকাৰৰ মতে দিবৃমুক্খডঃ। কিন্তু ইয়াৰ ক্ৰ আখৰটো সমুদ্ৰগুপ্তৰ প্ৰয়াগ প্ৰশস্তিৰ ৩২শ শাৰীৰ ক্ৰৱভূতি শব্দৰ লগত ৰিজাই চিনিব পাৰি।



৪ৰ্থ শাৰী। ন্যগ্ৰোধপাদপশ্চায়ম্[১২] কীৰ্ত্ত্যৰ্তং[১৩]

৫ম শাৰী। উক্তঞ্চ[১৪] যাৱৎকীৰ্ত্তিৰ্ম্মনুষ্য[১৫]

টোকা ঃ প্ৰাচীন অসমৰ সকলো প্ৰত্ন-লিপিৰ ভিতৰতে কেৱল এই লিপিখনতে ব আৰু ৱ ৰ পাৰ্থক্য মানি চলা হৈছে। যিখিনি লিখা সম্প্ৰতি পোৱা হৈছে তাৰ পৰা এটাও সম্পূৰ্ণ বাক্য ওলাই নপৰে। তথাপি এই কথা নিশ্চিত ভাৱে ক'ব পাৰি যে লিপিখনৰ ভাষা সংস্কৃত আৰু প্ৰাচীন অসমৰ আন লিপিসমূহৰ তুলনাত ইয়াত অশুদ্ধি অথবা প্ৰাকৃত ভাষাৰ প্ৰভাৱ নিচেই সামান্য। মাহত্তৰ পদটো অশুদ্ধ বুলি নধৰিলে আৰু কীৰ্ত্ত্যৰ্থং পদৰ সলনি কীৰ্ত্ত্যৰ্তং পদটো লিপিকাৰৰ প্ৰমাদবশতঃ লিখা হৈছে বুলি ধৰিলে এই লিপিত কোনো অশুদ্ধি নাই। লিপিৰ কথাখিনি শ্লোকবদ্ধ আছিল বুলি ধাৰণা হয় কিয়নো চকুত পৰা খিনিৰপৰা তলত দেখুৱাৰ দৰে অনুষ্টুপ্ ছন্দৰ চৰণ কেইটা ওলাই পৰে—

মাহত্তৰো ব্ৰহ্মদত্তঃ[১৬]/ ৰাজিশ্চেহাভি— U —/[১৭]
পূৰ্ব্বেণ দিক্ৰমুক্খডঃ/ সীমা পশ্চিমতো— —/
ন্যগ্ৰোধপাদপশ্চায়ম্/ কীৰ্ত্ত্যৰ্থং U U—U—/
যাৱৎকীৰ্ত্তিৰ্ম্মনুষ্য (ষ্য)/

উক্তঞ্চ পদটো কোনো এটা চৰণৰ ভিতৰতে নপৰে কাৰণেই বোধহয় তাক ছন্দোবিদ্ধ শাৰী কেইটাৰ বাওঁফালৰ সীমাৰ বাহিৰত ৰখা হৈছে। উক্তঞ্চ পদৰ পিছত আৰম্ভ হোৱা শ্লোকটো সম্পূৰ্ণ কৰিবৰ কাৰণেই অন্ততঃ আৰু এটা শাৰী খোদিত হৈছিল বুলি ধাৰণা হয়।

বৰ্তমান লিপিখনৰ কোনো অনুবাদ কৰা সম্ভৱ নহয়। যিখিনি পাঠ পোৱা

১২। ড° চৌধুৰীৰ মতে পাদপশ্চায্য। ড° সৰকাৰৰ মতে পাদপশ্চায়ম্। এনে ধৰণৰ ব্যঞ্জনান্ত ম্ এটা উমাচল শিলালিপিৰ ২য় শাৰীৰ কৃতম্ পদতো দেখা যায়।

১৩। ড° চৌধুৰীৰ মতে কীৰ্ত্যত্বং। ড° সৰকাৰ মতে কীৰ্ত্তৰ্তং। হ'ব লাগিছিল কীৰ্ত্ত্যৰ্থং।

১৪। ডঃ চৌধুৰীৰ মতে উক্তত্ৰ। ডঃ সৰকাৰৰ মতে উক্তঞ্চ, কিন্তু ঞ ৰ তলত চ টো আনুমানিক। আমি দেখাত চ ৰ ভাগি যোৱা খিনিৰ আভাস পোৱা যায়।

১৫। ডঃ চৌধুৰীৰ মতে কীৰ্ত্তিৰ্ম্মনসা। ডঃ সৰকাৰৰ মতে কীৰ্ত্তিৰ্ম্মনুষ্য (ষ্য)।

১৬। ইয়াত অৱশ্যে ব্ৰহ্ম পদত ছন্দৰ দোষ ঘটিছে।

১৭। —চিনেৰে গুৰু বৰ্ণ আৰু U চিনেৰে লঘু বৰ্ণক বুজুৱা হৈছে। সেই মতে আৰু তিনিটা ক্ৰমে গুৰু, লঘু, গুৰু বৰ্ণেৰে চৰণটো সম্পূৰ্ণ হ'ল হেতেন।

হৈছে তাৰপৰা প্ৰথমে ধাৰণা হয় যে সম্ভৱ অতিশয় মাননীয় ( মহত্তৰ ) ব্ৰহ্মদত্ত নামৰ এজন গ্ৰহীতাক ভূমি দান কৰাৰ বিষয়ে আৰু সেই ভূমিৰ সীমাৰ বিষয়ে এই লিপিত কোৱা হৈছে। এই ধাৰণাও হয় যে কীৰ্ত্তি লাভ কৰিবৰ কাৰণেই ( কীৰ্ত্ত্যৰ্থম্ ) উক্ত ভূমি দান কৰা হৈছিল। ভূমিৰ সীমা পূবে দিক্ৰুমুক্খড নামৰ এখন ঠাই অথবা দিক্ৰুমুক্খড নামৰ এজন ব্যক্তিৰ মাটি। পশ্চিমে এজোপা আহঁত গছ[১৮]। ডঃ সৰকাৰৰ মতে মহত্তৰ শব্দই সম্ভৱতঃ গাওঁ পঞ্চায়তৰ সভ্যক বুজাইছে[১৯]। কিন্তু মহত্তৰ শব্দই গাৱঁৰ গাওঁবূঢ়া জনকো বুজাব পাৰে। ডঃ চৌধুৰীৰ মতে ব্ৰহ্মদত্তই আছিল দান গ্ৰহণ কৰোঁতা। এনে অৰ্থ ললে মহত্তৰ শব্দৰ আগত পূৰ্ববৰ্ত্তী শাৰীতে ভট্ট শব্দটোও আছিল বুলি ভাবিবৰ মন যায়। কিয়নো 'শ্ৰেষ্ঠ মাননীয় পণ্ডিত' অৰ্থত ভাস্কৰ বৰ্মাৰ ডুবি তাম্ৰশাসনত আমি এজন গ্ৰহীতাৰ নামৰ আগত ভট্টমহত্তৰ শব্দটো দেখা পাওঁ[২০]। কিন্তু আমাৰ ধাৰণাৰে মহত্তৰ ব্ৰহ্মদত্ত অৰ্থাৎ গাওঁবূঢ়া ব্ৰহ্মদত্ত আৰু ৰাজি নামৰ এজন ব্যক্তি—এওঁলোক উভয়েই ৰাজ বিষয়া অথবা সাক্ষীৰূপে থকা অৱস্থাত এক বিশেষ ভূমি খণ্ড দান দিয়া হৈছিল অথবা সেই ভূমিৰ কেৱল সীমা নিৰ্দ্ধাৰণ কৰি দিয়া হৈছিল। আনহাতে প্ৰথমা বিভক্তিৰে উল্লেখ কৰা ব্ৰহ্মদত্ত যদি গ্ৰহীতা হয় তেনেহলে একে বিভক্তিৰে উল্লেখ কৰা ৰাজি নামৰ ব্যক্তিজনকো গ্ৰহীতা বুলি ধৰিব লাগিব। গতিকে আমাৰ ধাৰণাৰে আটাইতকৈ সম্ভৱপৰ কথা এই যে উত্তৰ আৰু দক্ষিণ সীমাৰ নিৰ্দেশৰ প্ৰসঙ্গতহে দিক্ৰুমুক্খডৰ দৰে ব্ৰহ্মদত্ত আৰু ৰাজিৰ নাম লোৱা হৈছে।

---

১৮। ন্যগ্ৰোধপাদপশ্চায়ম্=ন্যগ্ৰোধপাদপ: চ অয়ম্=আৰু এই আঁহত গছজোপা। এই যাৰ কথাৰ পৰা ধাৰণা হয় যে যোনিত শিলটো আঁহত জোপাৰ ওচৰতে আৰু প্ৰদত্ত ভূমিৰ সীমাতে অৱস্থিত আছিল। ছন্দৰফালৰপৰা চাবলৈ গ'লে "পূৰ্ব্বেণ দিক্ৰুমুক্খডঃ" শ্লোকৰ ২য় অথবা চতুৰ্থ চৰণ, "সীমা পশ্চিমতো" ১ম বা ৩য় চৰণ আৰু "ন্যগ্ৰোধপাদপশ্চায়ম্" ১ম বা ৩য় চৰণ হ'ব লাগে। গতিকে "সীমা পশ্চিমতো……" আৰু "ন্যগ্ৰোধপাদপশ্চায়ম্"ৰ মাজত আৰু অন্ততঃ এটা চৰণ আছিল। গতিকে ধাৰণা হয় যে শিলটোত আৰু প্ৰায় দেড়টা চৰণ লিখাৰ জোখাৰে ঠাই আছিল। আৰু এটা ধাৰণা হয় যে পশ্চিম সীমা ৰূপে আঁহত গছৰ ৰাহিৰেও আৰু কিবা এটা চিন মাজৰ সম্পূৰ্ণভাবে লুপ্ত হোৱা চৰণটোত উল্লেখ কৰা হৈছিল।

১৯। 'probably a member of the village assembly'.

২০। তু: "কৌশিকো ৰাজসনেয়ী ভট্টমহত্তৰ: প্ৰিয়ঙ্কৰঘোষস্বামী।" ( শাৰী ১১২ )



ৰচনাৰীতি, ভাষা, লিপি আদিলৈ চাই উমাচল শিলালিপি আৰু বৰগঙ্গা[২১] শিলালিপিৰে সৈতে এই লিপিৰ যথেষ্ট সাদৃশ্য আছে/তথাপি এই লিপিৰ ভাষা অধিক নিভাজ হোৱালৈ চাই আৰু সসমুদ্ৰ গুপ্তৰ প্ৰয়াগ শিলাস্তম্ভ লিপি আদিৰ দৰে ইয়াতো ব আৰু ৰ আখৰৰ পাৰ্থক্য ৰখালৈ চাই, আনহাতে উমাচল লিপিৰ পৰা আৰম্ভ কৰি পৰবৰ্ত্তী সকলো শিলালিপি আৰু তাম্ৰ লিপিতে অধিক পৰিমাণে স্থানীয় প্ৰাকৃত ভাষাৰ প্ৰভাৱ পৰালৈ চাই আৰু ব আৰু ৰ আখৰৰ কোনো পাৰ্থক্য নথকালৈ চাই ইয়াক সংস্কৃত ভাষাত লিখিত এতিয়ালৈকে আবিষ্কৃত অসমৰ প্ৰাচীনতম লিপি বুলি ভাবিবৰ অবকাশ আছে। অধিক গুৰুত্বপূৰ্ণ কথা এই যে যি ক্ষেত্ৰত উমাচল লিপিয়ে গুৱাহাটী অঞ্চললৈ আৰু বৰগঙ্গা লিপিয়ে নগাওঁৰ ডবকা অঞ্চললৈ আৰ্য-সংস্কৃতিৰ বিস্তৃতিৰ কথা সূচিত কৰি সেই ক্ষেত্ৰত বৰ্ত্তমান লিপিখনিৰ পৰাই পঞ্চম শতিকাৰ আদি ভাগ মানতেই উজনী অসমৰ অন্ততঃ সৰুপথাৰ অঞ্চললৈকে আৰ্য-সংস্কৃতিৰ প্ৰসাৰ ঘটাৰ বিষয়ে নিশ্চিত প্ৰমাণ লাভ কৰা যায়॥ তাৎপৰ্যপূৰ্ণ কথা এই যে এই প্ৰাচীনতম লিপিখনৰ অবস্থিতিৰে গৌৰবান্বিত হৈছে গোলাঘাট অঞ্চল।

---

২১। Bhattasali, **Epigraphia Indica,** vol. xxvii (1947-48), pp. 18-23 ; **Journal of the Assam Research Society,** vol. viii, No. 4, 1941 ; ভাৰতবৰ্ষ, বাংলা সাল ১৩৪৮, পৃ: ৯০ ; **Indian Historical Quarterly,** March, 1945, pp. 19-28 ; D. C. Sircar, **Journal of the Assam Research Society,** vol. x. No. 3 and 4, 1943 ; ভাৰতবৰ্ষ, বাংলা সাল, চৈত্ৰ ১৩৪৮, **Epigraphia Indica,** vol. xxx. part II, April 1953, (printed 1956); **Indian Historical Quarterly,** vol. xxi, pp. 143 and vol. xxii, p. 113 ; **Indian Museum Bulletin,** Jan. 1969 and **Select Inscriptions,** vol. I. P. 384 f.